# ফুলকোৱৰৰ পখীঘোৰা

জ্ঞানপীঠ বিজয়ী
বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য



লয়াৰ্ছ বুক ষ্টল
পানবজাৰ গুৱাহাটী

*PHULKONWARAR PAKHIGHORA* l by D B d
K m Bh tt h y p t f J p th Aw d p bl h d
by Sh Kh g d N y D tt B h L wy B k
Stall P b ar G w h t I P R 45 00

ফুলকোঁৱৰৰ প ীে ৰা
উ ন্যাস

চয়িতা
ৰীৰেন্দ্ৰকু াৰ ভটাচাযা

প্ৰকাশক
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াছ বক টল
পানবজাৰ গুৱাহাটী ১

মল্য ৪৫ টকা
প্ৰথম প্ৰকা ঃ জুলাই ১৯৮

মদ্ৰক ঃ
ি চিত্ৰ াৰায়ণ প্ৰি িটং প্ৰেছ
আমবা ী গুৱাহাটী ১

# প্ৰথম খণ্ড

## এক

লাহে লাহে ৰেলৰ চকাবোৰ ঘূৰিবলৈ ধ ি লে ঠিক সমতি বাইদেউহঁতে গান্ধীজীৰ জন্মোৎসৱৰ সতাকটা প্ৰদৰ্শনীত ঘৰোৱা যতৰৰ চকাবোৰ ঘ াৰ ধ ে

তেতিয়া বেলি ডুবিবলৈ আ স্ত ক ি ছে। আমিনগাওঁ ষ্টেশনৰ প্লেটফৰ্মখন গুমগুমাই গ ল সেইখন যেন আঘাতত চিৰাচিৰ হ'ব খোজা সমতি াইদেউৰ হিয়াহে। ক্ৰমাৎ ৰেলখনে বেগ ললে। কিছুপৰৰ ৰত দূ ণি ঙা ে ঘ আৰু সেউজীয়া হাবিৰ মাজত গৈ সেইখন লকাই নেদেখা হ ল। কয়লাৰ ধোৱাখিনি বতাহত ওপঙি ৰ ল।

আজি বহুত দিন ধৰি সংঘৰ ায়ক বিমলদাৰ টি বি। দিগন্তত হে াইযে ৱা ে লখ ে তেওঁক কঢ়িয়াই নিছে। তেওঁ যাব মদনা ল্লীলৈ। একমাত্ৰ তাতেই ততিয়া এ ি দৰাৰোগ্য ব্যাধিৰ ভাল চিকিৎসা হয়। কিন্তু সমতি বাইদেৱে জানে তাৰপৰা অতি কম মানহেইহে ঘৰি আহে।

সমতি বাইদেউ দ্দৰ সভ্যতাৰ প্ৰতীক। দীঘল মিঠাবৰণীয়া আৰু সগঠিত দেহত এযোৰ খদ্দৰৰ ৰিহা মেখেলা। কান্ধৰপৰা এটা মোনা ওলমি আছে।

তেওঁ কমাল জোকাৰিয়েই আছিল বহুত সময়লৈ।

সমতি বাইদেউৰ এটা প্ৰাণ আছে। সেই প্ৰাণ লইতৰ দৰে স্বচ্ছ পবিত্ৰ চিৰপ্ৰবাহমান / ক ৰবাত বহুত ওখত চিৰ শুভ্ৰ তুষাৰমালাৰ মাজত এটা মানস সৰোবৰ আছে। তাতে তেওঁ প্ৰাণৰ লুইতৰ উৎস।

তাতে ৰাজহংস হৈ সততে সেই প্ৰাণ উৰা মাৰি যায়।

বিমলদা আৰু সমতিৰ প্ৰথম চিনাকি হয় কেইবছৰমান আগত তিমাপৰৰ ভগনীয়া শুশ্ৰূষা শিবিৰত। নবীনে তেওঁলোকৰ সেই চিনাকি হোৱাৰ কাহিনী জানে।

আৰু জানিছিল এজন চেট্টিয়াৰে তেওঁৰ বিবৰ্ণ মথখন নবীনৰ এতিয়াও মনত পৰে।

ঠিক আজি বিমলদাৰ দৰেই এদিন সন্ধিয়া চেট্টিয়াৰেও বেলত উঠি তিমাপৰৰ পৰা বিদায় লৈছিল। যাবৰ সময়ত বিমলদাৰ হাতত টকা এহেজাৰ দি তেওঁ কৈছি আপোনালোক এৰাএৰি নহ ব। সংঘটো জীয়াই ৰাখিব। বিপশ্চিত মনিৰ কথা নেপাহৰিব। আৰ্তজনৰ দখ লাঘৱ কৰিবলৈ যদি নৰকলৈও যাব লাগে যাব। সেই সেৱাই আচল সম্পত্তি। বাকীবোৰ সকলো ফুটকাৰ ফেন। দেখিলেই নহয় মোৰ কি হ ল।

সমতি বাইদেউ আছিল শুশ্ৰূষা শিবিৰৰ ফ্লোৰে স নাইটেংগল। সকলোৱে তেওঁক দেবী দেখাদি দেখিছিল। বিমলদা আছিল শুশ্ৰূষা কেন্দ্ৰৰ প্ৰাণ। পৰস্পৰৰ সেৱাত ম ধ হৈ তেওঁলোক অন্তৰঙ্গ বন্ধ হৈ পৰিল। সেই অন্তৰঙ্গ বন্ধত্ব সেই অৱধি স্থায়ী হৈ আছে। তেওঁলোকৰ এজনেও বিবাহৰ বন্ধনত সোমাব খোজা নাছিল। তেতিয়াৰ সেৱক আৰু সেৱিকাসকলৰ ধাৰণা আছিল সংসাৰী হ লে ভাল সেৱক হ ব নোৱাৰি।

চেট্টিয়াৰ মাদ্ৰাজত এতিয়াও জীয়াই আছে। তেৱেঁ ই বিমলদাক মদনাপল্লীলৈ মাতি পঠাইছে। সুমতি বাইদেউকো মাতিছিল কিন্তু সমতি বাইদেউৰ হাতত বিমলদাৰ অসমাপ্ত কামৰ ভাৰ পৰিছে। বিশেষকৈ বিশ্ববিদ্যালয়ৰ পু ঞ্জিৰ বাবে ধন সংগ্ৰহৰ ভাৰ। ইতিমধ্যে তেওঁলোকৰ সংঘই যথেষ্ট ধন তুলিছে।

প্ৰতি বছৰ এটা দিনত চেট্টিয়াৰে তেওঁৰ মৃত পৰিয়ালৰ কথা স্মৰণ কৰে। সেই তাৰিখে তেওঁ সদায় বিমলদালৈ চিঠি লেখে।

সেই চিঠিত সেই দুযোগৰ দিনবোৰৰ কথা প্ৰায়ে উল্লেখ কৰে। চিঠিবোৰ পঢ়োতে পঢ়োতে নবীনৰ মনত গোটেই ঘটনাটো জলজল্ পটপটু হৈ উঠিছে।

মহাযুদ্ধৰ সময়।

জাপানী সেনা আহি তেতিয়া মানদেশত সোমাইছিলহি মানদেশৰ ভাৰতীয় লোকসকল আহোমসকল অহা পাতকাইৰ পথেদি আৰু মণিপুৰৰ তামোৰ পথেদি নিজ দেশ সোমাইছিলহি। ভাৰত সোমোৱাৰ আগতে তেওঁলোকে দীঘল দগম পৰ্বতীয়া বিপদসংকুল বাট বাটকুৰি বাই আহিব লগা হৈছিল। সেই বাটছোৱাতে বহুতেই সৰ্বস্বান্ত হৈছিল।

একো একোটা পৰিয়াল বাটতে সম্পূৰ্ণ নিশ্চিহ্ন হৈ গৈছিল। বহুতৰে সম্পত্তি ডকাইতে লুণ্ঠন কৰিছিল। একোজন হাল্ট-পুষ্ট স্বাস্থ্যবান মানুহ অস্থিচৰ্মসাৰ হৈ ভাৰত ওলাইছিলহি।

চেট্টিয়াৰ ৰেঙ্গুনৰপৰা আহোঁতে তেওঁৰ লগত আহিছিল তেওঁৰ সগভা পত্নী বিবাহযোগ্যা কন্যা কমলক্ষম পত্ন। সামৰিক দল এটাৰ পহৰাত অটব্য হাবি আৰু দুৰ্লংঘ্য পৰ্বতৰ মাজেদি তেওঁলোক কেইবা দিনো একেৰাহে অহাৰ পাছত হঠাতে এদিন কঠিন পেটৰ ৰোগত পতেকৰ মৃত্যু ঘটিল। এদিনৰ পিছত মৃত্যু হ'ল জীয়েকৰ। তাইৰ মত্যু হৈছিল হাবিৰ ফেটী সাপৰ কামোৰত। সেইদিনা ঘৈণীয়েকৰো প্ৰসৱ বেদনা আৰম্ভ হ'ল তিনিঘণ্টামানৰ কঠোৰ যন্ত্ৰণাৰ পিছত এটা কেচুৱাৰ জন্ম দি ঘৈণীয়েকে শান্তিৰে মত্যু বৰণ কৰিলে। কেঁচুৱা ল'ৰাটোক বচাই ৰখা টান হৈ পৰিল। এনেয়ে শিশু খাদ্যৰ অভাৱ তাতে গাখীৰ খুৱাবলৈ এজনী মাইকী মানুহ পোৱা নগ'ল অটব্য অৰণ্যত।

দলৰ চালক সামৰিক বিষয়াজনে ঠিক কৰিলে শিশুটোক আৰু কষ্ট নিদি মৰ্ফিয়াৰ অভাৰডোজ দি মাৰি পেলোৱাই ভাল। ইতিমধ্যে ল'ৰাটো খাবলৈ নাপাই মৃতপ্ৰায় হৈ উঠিছিল।

দলত অহা ডাক্তৰজনে চেট্টিয়াৰৰ চকুৰ আগতে ল'ৰাটোক বেজি দি পেলালে। ক্ৰুধিতা গাইগৰুৱে নকৈ জগা পোৱালিক ৰক্ষা কৰিবৰ বাবে যেনেকৈ খচিবলৈ খেদি যায় তেনেকৈ চেট্টিয়াৰ খেদি গৈছিল ডাক্তৰক মাৰিবলৈ। কিন্তু কি হব? অলপ পিছতে ল'ৰাটোৰ মৃত্যু ঘটিল। তাৰ মখলৈ এটা প্ৰশান্তি নামি আহিছিল। শটো বুকুত লৈ চেট্টিয়াৰে বহুত সময় বাউচি জুৰিছিল। কিন্তু দুযোগৰ কালত কান্দিবলৈয়ো সময় নাছিল। শটো যথাসময়ত পাতত পোতা হ'ল। চেট্টিয়াৰে তাৰ কবৰৰ ওপৰত কেৱল এচপৰা মাটিৰ বাহিৰে আৰু আৰু একো দিব নোৱাৰিলে।

ধনসোপা থাকিল কিন্তু ধনেৰে কি কৰিব?

চেঙ্গ্রিয়াৰৰ অনন্তৰ হৈছিল সংসাৰৰ একো বস্তুৱেই স্থায়ী নহয় স্থায়ী কেৱল পৰমাত্মা।

সেই কথা তেওঁ সদায় লিখে বিমলদাই। ভিমাপুৰৰ শিবিৰত সেই ব্ৰহ্মবাদী চেঙ্গ্রিয়াৰে ৰাতি ফেকুৰি ফেকুৰি কন্দাৰ কথা মনত আছে নবীনৰ। পৰিয়ালৰ মৰা মানহবোৰক তেতিয়া তেওঁ প্ৰায়ে সপোনত দেখিছিল। খি যন্ত্ৰণাত অস্থিৰ হৈ উঠিছিল আৰু অস্বাভা বিকভাৱে চিঞৰিছিল।

আজিৰ দৰেই এখন ৰেলে চেঙ্গ্রিয়াৰকো সেইদিনা পশ্চিম দিশে লৈ গৈছিল।

সেই চেঙ্গ্রিয়াৰে কিন্তু সমতি বাইদেউক দেখিলেই কান্দিবলৈ পাহৰি পেলাইছিল।

এখন চিঠিত চেঙ্গ্রিয়াৰে লেখিছিল জীৱন একোখন ৰেলগাড়ী মৃত্যু নমাৰ শেষ ষ্টেশ্যন। স্থায়ী আছে আৰু স্থায়।

সুমতি বাইদেউৰ প্ৰাণ যেন মৃত্যুৱে স্পৰ্শ নকৰে এনে ভাব হয় সদায় নবীনৰ। মৃত্যুৱে কেতিয়া কি ৰূপ লৈ আহে কোনেও কব নোৱাৰে। কেতিয়াবা সি একম ীয়া হৈ আহে। কেতিয়াবা সহস্ৰমৰীয়া হৈ আহে। সেই সময়ত মৃত্যু আহিছিল সহস্ৰমৰীয়া বিকট ৰাক্ষসৰ ৰূপত।

কিন্তু সুমতি বাইদেউৰ মৃত্যু ভয় াই বলিলেই হয়। তেওঁৰ মখত মৰণ জিনা এটা হাঁহি। সেই হাঁহি শান্ত কিন্তু অপৰাজেয়।

পুৰুষৰ ভয়কে আৰম্ভ কৰি নাৰীসকলৰ কত ৰকমৰ ভয়। কিন্তু সমতি বাইদেউৰ যেন একোলৈকে ভয় নাই এনে লাগে নবীনৰ। জীৱনটো যেন এটা খেমালি এনে ভাব হয় কেতিয়াবা তেওঁক দেখিলে।

বিয়াল্লিছৰ বিপ্লৱত নবীন সমতিৰ ছাঁৰ দৰে অসমৰ বিভিন্ন ঠাইত ঘুৰি ফুৰিছিল।

আন্দোলনৰ কালৰ এটা ঘটনা মনত পৰিলে নবীনৰ এতিয়াও অকলে অকলে হাঁহিত পেটৰ নাৰী ভু ৰু ছিগিব খোজে।

তেতিয়া সমতি বাইদেউ আছিল আন্দোলনৰ কটকী আৰু নবীন আছিল লগুৱা। ৰেলত সিহঁতে বিভিন্ন ঠাইলৈ কঢ়িয়াই লৈ গৈছিল চিঠি প্ৰচাৰ পত্ৰ আৰু নিৰ্দেশ। কেতিয়াবা নিছিল কৰ্মীসকলক দিব লগা টকা আৰু দৰব। কেতিয়াবা নিছিল হাত বোমা আৰু জাতীয় পতাকা।

এবাৰ বিমলদাই নির্দেশ দিলে উজনিলৈ যাবলৈ। প্ৰচাৰ-পত্ৰ আৰু টকা লৈ সিহঁত ৰেলত যাব লগা হৈছিল ডিব্ৰুগড়লৈ। গুৱাহাটীত সিহঁতে তেতিয়া আত্মগোপন কৰি আছিল। সুমতি বাইদেউ আছিল ফিৰোজাহঁতৰ তাত নবীন আছিল দদহঁতৰ এঘৰ আপোন মানুহৰ তাত। পলিচে সিহঁত গুৱাহাটীলৈ অহাৰ কথা আগতেই গম পাইছিল। সেই বাবে ৰেল ষ্টেশ্যন জাহাজ ঘাট ট্ৰাঙ্ক ৰোড সকলোতে পহৰা থৈছিল। দদ আছিল পুলিচ ইন্সপেক্টৰৰ ল ৰা কাজেই কিবা সূত্ৰে এই বিপদৰ কথা গম পাই দয়োলৈকে যোৱাৰ দিনা পুৱা বেলাতে খবৰ দিলে। খবৰটো পাই সমতি বাইদেউ বিন্দ মাত্ৰও বিচলিত নহ ল তেও দদলৈ এখন চিঠি দিলে ইমান চিন্তাৰ কাৰণ নাই দুদু। তুমি খালী নবীনক অস ীয়া দৰাৰ সাজ পিন্ধাই ঠিক সময়ত এখন মটৰ লৈ মোৰ ইয়ালৈ আহিবা।

সেইদিনা ৰাতি ৰেলত তেওঁলোক যোৱাৰ কথা

নবীন দুদ মাকণ সকলোৱেই চিঠি পঢ়ি আচৰিত হ ল। কিন্তু বাইদেউৰ নিদেশ কোনেও অমান্য নকৰিলে।

দদৰে এখন মটৰ যোগাৰ কৰি সন্ধিয়া নবীনৰ ঘৰ ওলালগৈ। ইতিমধ্যে দুদুৰ ভনীয়েক মাকণে অসমীয়া দৰাৰ সাজ গোটেইটো ভালদৰে পিন্ধাই নবীনক সাজুকৈ থৈছিল। দদৰে নিজেও চাহাবী সাজপাৰ কৰি মৰত হেট পিন্ধি চিনিব নোৱাৰা হৈ আহিছিল। কিন্তু নবীনক দেখি তাৰ নিজৰ ছদ্মবেশৰ ওপৰত একৰকম ধিককাৰেই জন্মিল। মৰত গুণাৰ কাম কৰা অসমীয়া পাগুৰী গাত গোমচেঙৰ দীঘল এঙা চোলা ককালত পাটৰ চুৰিয়া গুণাৰ ফুলবছা চেলেং পিন্ধি নবীন একেবাৰে ৰাজকোঁৱৰ যেন হৈ পৰিছিল। মাকণে ঘৰৰ পৰণি পেৰাবপৰা এই পৰণি সাজপাৰ উলিয়াই আনিছিল। দুদুক দেখা মাত্ৰকে মাকণে হাত চাপৰি মাৰি হাঁহিবলৈ ধৰিলে।

অলপ সময়ৰ পিছতে মাকণে দৰা উলিয়াই আনি মটৰৰ বেক ছীটত বহুৱাই দিলেহি। তায়ো নবীনৰ কাষতে সহজ হৈ কাষত বহিল। দুদুৱে মখত এটা পাইপ লৈ ওলাই আহি ড্ৰাইভাৰৰ ছীট গ্ৰহণ কৰিলে।

খন্তেক পিছতে গাড়ী আহি এমাইল দূৰৰ ফিৰোজাহঁতৰ ঘৰৰ পদূলিত ৰ'লহি। দুদুৱে হৰ্ণ দিলে। এটা ল ৰাই ট্ৰাঙ্ক এটা আনি মটৰৰ পিছফালে মাটিত থলেহি। দুদৰে লাগেজ-বক্সৰ দুৱাৰখন খুলি

নিজত ল'ৰাটোৱে ট্ৰাকটো ভৰাই দি গুচি গললে। দদুৱে দুৱাৰ বন্ধ কৰি পুনৰ নিজৰ ঠাইত বহিলহি।

পাঁচ মিনিটমানৰ ভিতৰতে ফ্ৰিবোজাই ওৰণি বাৰণি লৈ বনকৰা ৰিহা মেখেলাৰে সংশোভিত হৈ অহা সমতিক আনি পিছ ছীটত মাকণৰ ওচৰত বহুৱাই দিলেহি।

মাকণে সুধিলে 'তই নেযাৱ নেকি ফ্ৰিবোজা ?

'নেযাম কিয় ? সৰুতে তয়ে ময়ে যে দৰা কইনা খেলিছিলো মনত নাই ? আজি পাভক কালত এটা সযোগ পাইছোঁ এৰি দিমনে ?

মাকণক আৰু পায় কোনে ? ওৰে বাট দুয়ো গুণ্‌গুণকৈ ি য়া নাম গালে।

সিহঁতে ৰং ৰহইচ কৰি সমতি বাইদেউ আৰু নবীনক এটা ফাৰ্ষ্ট ক্লাছৰ ভৰাত-তুলি দিছিল।

সমতি বাইদেৱে সেইদিনা ধেমালি কৰি মাকণক কৈছিল এইখন হ ল ২৪ ঘণ্টাৰ সংসাৰ। তাৰ পিছত দৰা ক এই সাজেৰেই তোমাক চমজাই দিম মাকণ। বজিছা। তেতিয়া কিন্তু ওঁ আ একো কৰিব নোৱাৰিবা। নিদেশ মতে কাম কৰিবা

মাকন সেইদিনা জব্দ হৈ গৈছিল। লাজত তাই হাঁহিব নোৱাৰা হৈছিল।

বিয়াৰ ভাওনাখন সকলমে সমাধা হৈছিল। পলিচৰ মানহে গমেই নেপালে। ওৰে বাট সমতি বাইদেউ আৰু নবীনে আঠ মওলা থাৰলৈ যোৱা ন দৰা কইনাৰ অপূৰ্ব অভিনয় কৰি দেখৱাইছিল।

সেই ভাওনাৰ কথা মনত পৰিলে নবীনৰ আজিও হাঁহি উঠে।

জীৱনত সি দৰাৰ অভিনয়হে কৰিলে কিন্তু দৰা হব পৰা নাই। তাৰ একমাত্ৰ কাৰণ হ ল এটাই। অভিনয় সহজ জীৱন জটিল।

বাইদেউ বলক যাও নবীনে মাত লগালে বেলি হ লে ফেৰী হেৰাব।

ফেৰীলৈ মানহৰ লানি লাগিছিল।

ব লা যাও।

কাষত বেগটো ওলোমাই গম্ভীৰভাৱে সুস্মৃতি বাইদেৱে খোজ কাঢ়িছিল। মেটকমৰ বাহিৰত ভৰি দিয়াৰ লগে লগে সুস্নাতৰ সোণালী

কিৰণে তেওঁৰ সদাপ্ৰসন্ন মধমণ্ডল ৰঙাই তুলিলে। যন্মাৰোগৰ ৱন্ত্ৰণাত ৰঙা পৰি থকা বিমলদাৰ মখতো সম্ৰান্তৰ এই ৰঙ আছিল কিন্তু তাত আছিল মৃত্যুৰ বিষণ্ণতা। সমতি বাইদেউৰ মুখখনত কিন্তু সদায় সূৰ্যোদয়। কোনো কালেই মৃত্যুৱে পৰাস্ত কৰিব নোৱাৰিব মখখন দেখিলে এনে ভাব হয় নবীনৰ। গিৰিয়েকক তেওঁ আজি হাঁহি মুখে বিদায় দিছে।

অদূৰৰ বেলিত ফেৰীখন নিশ্চল হৈ পৰি আছিল। মাজে মাজে খালী সোঁতে তাত খন্দিয়াইছিলহি। সোঁত আজিও প্ৰবল। মাজ বাৰিষাৰ বানে কেইদিনমান আগতে দয়ো পাৰ ওফোন্দাই পেলাই এক তীব্ৰ মতি ধাৰণ কৰিছিল কিন্তু এতিয়া পানী শুকাইছে। মাটি কিছু তললৈ নামিছে।

বালিত ভৰি দিয়েই হঠাতে সুমতি বাইদেউ বৈ গ ল।

পশ্চিমাকাশত এখন ৰঙীন চলচ্চিত্ৰ আৰম্ভ হৈছে। ঘূৰণীয়া ৰঙা বেলিটোৰ প্ৰতিবিম্ব পানীত পৰিছে। বেলিয়ে সোঁতৰ তালে তালে নাচিবলৈ আৰম্ভ কৰিছে।

সংঘত সোমাবৰেপৰা তাৰ ৰোমাণ্টিক কল্পনাৰ ঘোঁৰাৰ মখত কোনোবাই লেকাম লগাই দিলে। সংঘ আছিল এটা মৌ বাহৰ দৰে। ওৰেদিন মৌবোৰে ঘৰি ফুৰি মৌ গোটাই আনি মৌচাক গঢ়ে। বাঁহত থাকে মৌ কু ৱৰী। সমতি বাইদেউ আৰু বিমলদাই কৈছিল সমগ্ৰ সমাজখনকে তেওঁলোকে মৌ বাহত পৰিণত কৰিব খোজে।

সংঘত ভৰ্তি হ বৰ দিন ধৰি সনীয়া কাঁহী যেন এই সেন্দৰীয়া বেলিটোৰ অপৰূপ নাচোনৰ সৌন্দৰ্য সি উপলব্ধি কৰিবলৈ অৱসৰ পোৱা নাই। প্ৰকৃতিৰ লগত শৈশৱ মনৰ যি সম্পৰ্ক আছিল সি যেন হঠাতে ছিন্ন হৈ গ ল। এতিয়া মানহৰ দখ দুদশাৰ সমস্যাই সিহঁতৰ মনত হৈ পৰিছিল প্ৰধান প্ৰয়োজনীয় সমস্যা। বুদ্ধ আৰু মাক্স উভয়কেই এই সমস্যাই ঘৰৰপৰা টানি আনি সংঘত সমাই দিছিলহি। বদ্ধই কৈছিল নিৰাণ আছে মানুহৰ মনৰ গভীৰত। মাক্সে মুক্তি বিচাৰি পাইছিল উৎপাদনৰ আহিলা আৰু সম্পৰ্কৰ সমাজীকৰণত—বাহিৰত

যুগ যুগ ধৰি সংঘই মানুহৰ দুখ মোচনৰ বাবে কৰ্ম ৰত কৰি আহিছে। বিমলদাহঁতৰ সংঘয়ো তাতেই জোৰ দিছিল। শৰত কালৰ বৃন্দাবনৰ জোনাক নিশা কৃষ্ণই বাঁহী বজাই যিদৰে গোপিনীসকলক

ঘৰৰপৰা টানি আনিছিল বিমল ।হতেও জীৱনৰ জয় শিঙা বজাই সিহঁতক তালৈ আনিছিল। সচ্চিদানন্দ প্ৰা ি ত আছিল গোপিনীসকলৰ লক্ষ্য নবীনহঁতৰ লক্ষ্য আছিল ।নব মক্তি । বিমলদাহঁতৰ সংঘলৈ পৰ নাৰীসকলেই যে আহিছিল এনে নহয় পৰুষসকলো আহিছিল।

মানহৰ তেতিয়া প্ৰধান দখ আছিল পৰাধীনতা। সংঘৰ মানহ বোৰে সদল বলে সেইবাবে জপিয়াই প ি ছিল স্বাধীনতাৰ সংগ্ৰামত। দলে দলে মানহে কাৰাবৰণ কৰিছিল বকুত গু ি পাতি লৈছিল।

পৰাধীনতা আৰু মত্যুক সংঘই একে বলি গণ্য কৰিছিল।

মানহক তেতিয়া স্থিতি ি তা পঙ্গু কৰি থৈছিল। পৰিয়ালবোৰ হৈ উঠিছিল স্থিতিশীলতাৰ আধাৰ। নবীনে ঘৰত থাকি অনভৱ কৰিছিল তাত প্ৰেম জীৱিকা আকা ক্ষা জ্ঞান আৰু কম সকলো স্থিতিশীল। এই স্থিতিশীলতা আছিল মত্যুৰ ভিন্ন ৰূপ।

এই স্থিতিশীলতাৰপৰা জীৱন আছিল শত যোজন আঁতৰত নবীনে অনভৱ কৰিছিল তালৈ যাবলৈ হ লে সংঘৰ পথেদি যোৱাৰ ।হিৰে দ্বিতীয় উপায় নাই।

কিন্তু সকলোৱেইতো সেই জীৱ ৰ পথ গ্ৰহণ কৰা নাছিল।

অধ্যাপক ৰবিচন্দ্ৰ সদানন্দ বৰুৱা সদশ । আৰু ৰঞ্জি দাদা এওলোকে প্ৰাচীন জীৱধা ।কে আকোৱালি ধৰি থাকিল। মন্মথ ঠিকা দাৰহঁতে যদ্ধৰ জয়ঢোলৰ মাত শুনি উদভ্ৰান্ত হৈ ঘৰতে গঢ়ি লব খজিছিল একোখন ভোগৰ সংসাৰ। বদ্ধ মাক্স অথবা বিমলদাৰ পৰা এওলোকৰ আদশ সকীয়া আছিল। তেওলোকে বিশ্বাস কৰিছিল স্থিতিশীলতাত আৰু ভোগবাদত তেওঁলোকৰ সংসাৰত জীৱন আছিল মত্যু বন্দী।

কত ছদ্মবেশ লৈ মত্যুৱে তেতিয়া সিহঁতক ছলনা কৰিবলৈ আহিছিল তাক নাজানিলে কোনেও এতিয়া সেইকালৰ কথা ধাৰণাই কৰিব নোৱাৰিব।

গুৱাহাটী মহানগৰৰ বাটে পথে দভিক্ষ প্ৰপীড়িত এদল মানহে নিৰুপায় মগনীয়া হৈ তেতিয়া ঘৰি ফুৰিছিল। তেওলোকে দাৰিদ্ৰ্য জনিত মত্যুকে বৰণ কৰি লৈছিল। থালত প । এটকুৰা ৰুটিৰ বাবে এদিন দটা মগনীয়াই এল এম হোষ্টেলৰ দাঁতিৰ আলিবাটৰ কাষত কেনেকৈ কাজিয়া কৰিছিল তাক নবীনৰ স্পষ্ট মনত আছে।

মত্যুৰ প্ৰতি আক্ৰমণে জীৱনৰ জ্যোতি অন্তৰ্হিত কৰে বুলি সংঘৰ এটা ভয় হৈছিল। সেইবাবে অহৰহ ই কৰ্ম-যজ্ঞৰ শিখা জলাই

ৰাখিছিল। সীমাবদ্ধ স্থবিৰ জীৱনকো সংঘই মত্যু বুলিয়েই বিবেচনা কৰিছিল।

সেই কাৰণে সংঘই অসীমৰ সেন্দৰীয়া আলি সিহতৰ বাবে মকলি কৰি দিছিল। সকলো আত্ম সংকোচনৰ পৰা মানব মন যাতে মুক্ত হয়। যাতে প্ৰতিষ্ঠা হয় এক সন্দৰ মানৱধম।

সংঘত যোগ দিয়াৰ আগতে সি আছিল ঘৰৰ আদৰুৱা ল ৰা গাহস্থ্য ধমৰ উপাসক।

কিছু সময় ধৰি সি এই সযাস্তৰ ৰঙীণ চলচ্চিত্ৰ চাইছিল। সেই সময়ত সি সযাস্তৰ আঁৰত আবিষ্কাৰ কৰিছিল এক সন্দৰ সযোদয়ৰ প্ৰতি ্ৰতি এইটো উপলি ধ কৈশোৰ আৰু ছাত্ৰ কালৰ। তেতিয়া সযাস্ত আছিল সযোদয় হোৱাৰ আগতীয়া সংকেত। সেই কালত ি শাৰ শেষত টোপনিৰপৰা উঠি যেতিয়া বাটাৰ ৰকচৰ সিপাৰে উদয় হোৱা সযটো দেখিছিল তেতিয়া তাৰ ভাব হৈছিল সি ফুলকোঁৱৰ পখী ঘোৰাত উঠি সি সমথ ফালে ক ৰবালৈ গৈ আছে ক লৈ গৈছে তাক সি ক ব নোৱাৰে। কেতিয়াবা পাখি ছিগি ঘোঁৰা পৰিলেও ঘ তে পৰে ত তে সেউতী মালতী তগৰ গুটিমালী আটাইবোৰ ফুল একেলগে ফুলি উঠে। তাৰ পিছত আছে দিজাই মালিনী। ফুলকোঁৱৰৰ স্পশত দখ ীৰ ঘৰৰ বাহৰ চাং হৈ উঠে সো ৰ খাট পালেং পদুলিৰ দুবৰিত জিলিকি উঠে চামৰ পীৰা। সদৌ শেহত আছে বটীয়া নোহোৱা ফুলৰ মালা ফুলৰ চিঠি আৰু সেই দিপলিপ কইনা পাঁচতুলী কৱৰী। কি সন্দৰ আছিল সেই দিনবোৰ।

বালক মনৰ ওপৰত ৰূপকথাৰ ৰঙা ফাকুগুৰি সিঁচি দিছিল কোনোবা এজন নেদেখা গোসায়ে। সেই স য়ত মধময় হৈ উঠিছিল লইতৰ বালি পানীত জিলিকিছিল জলকু ৱৰীসকলৰ সোণালী চুলিৰ টৌ দূৰৈৰ ওখ বহুৰঙী কাৰেঙৰপৰা চাৰিপাটী এৰি ধীৰ পদক্ষেপে নামি আহিছিল ৰাজকোঁৱৰসকল পৱতবোৰে সেউজীয়া গছনিৰ চোঁৱৰেৰে বিচি তেওঁলোকৰ গাত লগাই দিছিল অনন্ত অসমীৰ বতাহ-ছাটি। শৈশৱৰ সেই বাৰেবৰণীয়া চলচ্চিত্ৰ চাই জীৱনে নিজৰ ক্ষুদ্ৰ ঘৰৰ চৌহদত থাকিও এখন সন্দৰ অসীম আশ্চযময় সোণালী পৃথিৱীৰ সন্ধান পাইছিল।

সেই ৰূপ কথাৰ সোণালী কাৰেঙত কোনোবাই জুই লগাই দিলেহি।

সকলোৰে শৈশৱ শেষ হয় এই চিতাগ্নিত। কিন্তু তথাপিও সুন্দৰ কালত সেই চিতাগ্নি হৈ পৰে হোমাগ্নি। যৌৱনৰ আঁৰে আঁৰে মথ লকুৱাই আছে ৰূপকথাৰ সেই ফুলকোঁৱৰ পখীঘোঁৰা মালিনী বটীয়া নোহোৱা মালা আৰু পাঁচভুলী কুঁৱৰী। ৰূপকথাৰ চিতাৰ ছাইৰ তলৰ মাটি ভেদি যৌৱন ফুলনিৰ ফুল গছৰ ৰূপ ললে। মোট সলাই মাটিত থল পদুম হৈ জনম ললে পাৰিজাত ফুল হৈ সুগন্ধ বিলালে। তাৰ যৌৱনৰ ফুলনিলৈ থলপদুম হৈ আহিছিল এক বিদেশিনী নাৰী। সেই বিদেশিনী নাৰীয়ে মাটিত শিপা পতি ক্ৰমে ওখলৈ উঠি ডাল পাত গজাই কেনেকৈ পদুম ফুলাব পাৰি তাৰ সংকেত দিছিল। আৰু এক নাৰীয়ে শৈশৱৰ সকলো ৰূপকথাৰ স্বপ্ন আৰু মনোহৰ সুগন্ধ একেখনি প্ৰাণৰ শৰাইত পুঞ্জীভূত নৈবেদ্যৰ ৰূপ দি তাৰ কাষলৈ লৈ আহিছিল এক বিমল প্ৰেমৰ প্ৰতিশ্ৰুতি। সেই বিদেশিনী নাৰী হ'ল সমতি আৰু এই পূজাৰিনী হ'ল মাকণ।

সংঘৰ দূতী সেই বিদেশিনীক সি আজি আপোন কৰি পেলাইছে। কিন্তু হৃদয় মন্দিৰৰ পূজাৰিনীৰ নৈবেদ্য সি সম্পূৰ্ণ ৰূপে গ্ৰহণ কৰিব পৰা নাই। সহস্ৰজনৰ মহাজীৱনৰ সাধনাত নিজকে সি বিলীন কৰি এক প্ৰকাৰ সন্ন্যাস গ্ৰহণ কৰিছে। একান্ত মনে এজনৰ প্ৰাণৰ নৈবেদ্য গ্ৰহণ কৰিবলৈ তাৰ মন নোহোৱা নহয় কিন্তু পাৰিজাত বিচাৰোতে সি থলৰ পদুম হেৰুৱাব নোখোজে। সমতিক কোনো দিনে সি এজন বুলি গ্ৰহণ কৰা নাই সমতি সহস্ৰজন। কিন্তু মাকণ তাৰ বাবে একান্তভাৱে এজন। মাকণে কালি তালৈ এক কুসুম কোমল চৰম পত্ৰ পঠাইছে হয় সি তাইৰ জীৱন নৈবেদ্য গ্ৰহণ কৰক নহয় সি সহস্ৰজনৰ লগত মিলি যাওক।

মাকণক তাৰ সিদ্ধান্ত জনাব লগা হৈছে।

সন্দেহ নাই আন্দোলন মৰহি পৰাৰ লগে লগে সংঘৰ বেয়া দিন পৰিছে সহস্ৰজনৰ জাগৰণ খন্তেকলৈ সেমেকা পৰিছে। এতিয়া সংঘৰ সদস্যসকল ঘৰলৈ ঘৰি গৈছে। তেওঁলোকে পানীত পৰা মানুহৰ দৰে তৃণ এডাল পালেও তাতে ধৰি সাঁতুৰি পাৰলৈ যাবলৈ চেষ্টা কৰিছে। এতিয়া সকলো লাগিছে অসমৰ ভবিষ্যত বিশ্ববিদ্যালয়ৰ বাবে পুঁজি সংগ্ৰহ কৰাত। টকা উঠিছে কিন্তু এই কামে মুক্তি আন্দোলন পুনৰ সক্ৰিয় নকৰে ই তাৰ বিকল্প নহয়। তাতে আজি

বিমলদা গুচি গ'ল দূৰলৈ। তেওঁৰ নেতৃত্বৰ শক্তি টুটি আহিছে। সংঘৰ প্ৰাণ উমি উমি জ্বলাই ৰাখিছে কেৱল সমতি বাইদেৱে। তেওঁ বিলপ্ত হৈ যাব তথাপি পৰাজয় নেমানে। তেওঁ সত্যৰ স মধীন হ ব আৰু বিলপ্তিৱে।

পাঁচ বছৰৰ আগতে নবীনৰ মনত থল পদুম আৰু পাৰিজাতৰ আকৰ্ষণ যে এনে দ্বন্দাত্মক হৈ উঠিব তাৰ ধাৰণাই নাছিল। সি ভাবিছিল তাৰ জীৱনৰ ফলনিত থল পদম আৰু পাৰিজাত একেলগে ঠন ধৰি ফলি উঠিব।

কৈশোৰ আৰু যৌৱনৰ সেই সন্ধিক্ষণত এদিন হঠাতে তাৰ জগৰ ডেকা ল ৰাবোৰৰ দৰে তাৰো অনভৱ হ ল ঘৰুৱা জীৱনৰ শিপাভাল যেন এক প্ৰচণ্ড ঘণিবতাহে উভালি পেলাইছে। ঘৰ আৰু মৃত্যুৰ ভিতৰত প্ৰভেদ নোহোৱা হৈ গৈছে।

এদিন গুৱাহাটীলৈ আহিল বাৰেবৰণীয়া বিদেশী সৈনিকৰ দল। শান্ত চহৰখনলৈ সিহতে লৈ আহিল মহাযদ্ধৰ জঞ্জাল আৰু এক সম্পণ আচহুৱা চাল চলন। এমাহৰ ভিতৰতে কটন কলেজৰ হোষ্টেলবোৰ হৈ পৰিল মিলিটেৰী বেৰেক। চহৰৰ চুকে কোণে হোৱা বিচ্ছিন্ন মেছ বোৰত সোমাই থকা ছাত্ৰবোৰৰ মনলৈ আহিল এক অনিশ্চিত ভবিষ্যতৰ শঙ্কা। সিহতৰ চিত্ত চঞ্চল হৈ উঠিল। দীঘলী পখুৰী আৰু লইতৰ পাৰ আছিল চহৰবাসীৰ বায় সেৱনৰ থলী। সেইবোৰ হৈ উঠিল সেনাসকলৰ প্ৰমোদ স্থান। একে ৰাতিৰ ভিতৰতে দীঘলী পখুৰী হৈ পৰিল সন্তৰণ সাজ পিন্ধা নগ্ন প্ৰায় বিদেশী সেনাৰ চুইমিং পুল। তাত সেনাসকলৰ নানবিহাৰ দেখি বায়সেৱনকাৰী ভদ্ৰলোক ভদ্ৰ মহিলা আৰু যবকসকলে অশ্লীল অশ্লীল বলি আটাহ পাৰি নাক কোঁচাই সভ্যতাৰ নগ্নতাৰ কাষৰপৰা উভতি গৃহাভিমুখে দৌৰ মাৰিবলৈ ধৰিলে। সেই নগ্ন সভ্যতাই নবীনৰ ৰূপ কথা আৰু সোণালী ৰোমাণ্টিক সাহিত্যৰে গঢ়া মনৰ জগতখন ভাঙি চুৰমাৰ কৰি পেলাব খুজিলে। মানুহক ফলকোঁৱৰ আৰু নাৰীক থল পদুম বা পাৰিজাত বুলি ভাবিবলৈয়ো তাৰ সঙ্কোচ বোধ হ ল। কোনোবা গোসাঁয়ে কাঠৰ পখী-ঘোঁৰাৰ পাখি কাটি দিলে। চহৰলৈ অহা ৰণৰঙিণী কামনাবিলাসী এটা নাৰীৰ জাতে তাৰো মনলৈ আনি দিব খুজিলে এক বীভৎস কল্পনা। সৈনিকী দেহজ কামনাৰ ধাৰণাই লাহে লাহে প্ৰেমকো কুৎসিত ৰূপ

প্ৰদান কৰে বুলি সি সন্ত্রস্ত হৈ উঠিল। সম্ভ্ৰান্ত ঘৰৰ জীয়ৰী-বোৱাৰীয়ে মুকলিকৈ ফুৰা চকা কৰা বন্ধ কৰি দিলে।

আচহুৱা যৌন বাতাবৰণ গঢ় লোৱাৰ লগে লগে পশ্চিমৰপৰা আহিল অনাটন আৰু দুৰ্ভিক্ষৰ ছাঁ। কলেজৰ লৰাৰ মেছ ভিউজ ৯ টকাৰপৰা হঠাতে ৪৫ টকালৈ উঠিল। এখন দহ অনাৰ ধতীৰ দাম হল ৬৭ টকা। কেশ্যন কাডৰ অবিহনে মানহে চাউল দাইল নোপোৱা হ'ল। গুৱাহাটী চহৰত এচাম ন ভোগীৰ মানত আন বস্তুৰ দৰে নাৰীও পণ্য দ্রব্য হৈ পৰিল। বাটে ঘাটে ক্ষুধাৰ সংগ্ৰাম আৰম্ভ হ ল আকাশেদি সঘনে বোমাৰু বিমান জাক পাতি উৰিবলৈ ধৰিলে তলৰ আলি বাটেদি চলিবলৈ ললে কনভয় আৰু টেঙ্কবাহিনী। ৰাতি সদায় ব্লেক আউট হ বলৈ ললে। চাইৰেণ বাজিলে ই মানহে এয়াৰ ৰেইড চেল্টাৰলৈ দৌৰিব লগা হ'ল। মৃত্যুৰ ভয়ে জীৱন চাটি ধৰিলে।

এই অনিশ্চিত কালত গুৱাহাটীত যাত্রাৰ বাহনৰূপে ঘোৰাগাৰী অচল হৈ যোৱাৰ দৰে নবীনহঁতৰ মনৰ শান্তি আৰু স্থিতিশীল কেৰিয়াৰৰ ধাৰণাও অচল হৈ গ ল। নতুন যুগৰ এটা প্ৰতীক হ ল উদণ্ড জীপ গাড়ী। অসমীয়া ভাষাৰ বিশুদ্ধতা নষ্ট হৈ গ ল বিভিন্ন ভাষাভাষী সেনাসকলৰ ব্যৱহাৰ কৰা স্লেঙৰ সংস্পৰ্শত। গুৱাহাটী হৈ উঠিল টাৱাৰ অব বেবেল। বিদেশী সেনাই শ টকাৰ নোট সামান্য তুলাপাতৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ঠিক এই সময়তে ৰঞ্জিৎ দাদা আৰু বিপল মহন্তই সেনাবাহিনীত যোগ দিলে তেতিয়া বৃটিছ চৰকাৰে অফিচাৰৰ নাটনি পূৰাবৰ অৰ্থে সেনাবাহিনীৰ কিংচ কমিশ্যনৰ দুৱাৰ ভাৰতৰ ডেকাসকললৈয়ো খুলি দিছিল।

নবীনৰ তেতিয়া অনুভৱ হৈছিল গুৱাহাটীখন মৰুভূমি হৈ পৰিছে। ঘৰ আৰু কলেজত থাকি শান্তি নলগা হ ল।

সি শান্তি বিচাৰি গ ল সংঘত ঘৰৰ বাহিৰত।

সেই সময়ত দদূও আহিছিল সংঘলৈ। দদৰ ভনীয়েক মাকণো আহিছিল ফিৰোজৰ স তে আলেঙে আলেঙে। কিন্তু এই অহাৰ উদলি মুদুলি সৰহ দিন নাথাকিল। আন্দোলনত মন্দা অহাৰ লগে লগে এদিন হঠাতে আৰম্ভ হ ল সংঘৰপৰা ঘৰলৈ ওভতাৰ যাত্রা।

মাকণে আশা কৰিছে নবীনো ঘৰলৈ উভতি আহিব। ঘৰলৈ উভতি অহা মানেই ভাইৰ কাষলৈ সংসাৰী হৈ উভতি অহা। তাই তাক

জনাই দিছে তাই আৰু বৈ থাকিব নোৱাৰে। হয় তাই নবীনক গ্ৰহণ কৰি সংসাৰ কৰিব লাগিব নহয় তাইৰ আশা ত্যাগ কৰিব লাগিব।

সি কি কৰিব এতিয়াই ঠিক কৰিব লাগিব। শুভতাৰ সময় হ'লে উভতিবই লাগিব নেকি ?

সম্বান্তৰ বহুৰঙী চলচ্চিত্ৰ লাহে লাহে নিষ্প্ৰভ হৈ আহিল।

কি নেপৰ সেই দৃশ্যাৱলী চাই আছিল তাক সি ক'ব নোৱাৰে। অতীতৰ ঘটনাবোৰ যেন আজিৰ এনে ভাব হৈছিল। অতীতক সি বিসৰ্জন দিব নোখোজে।

বীন। সমতি বাইদেৱে সস্নেহে মাতিলে কি ভাবিছা ? আকৌ সেই ৰোগটোৱে পালেহিনে ? ফেৰী যাবগৈয়ে এতিয়া। টিকট কিনাগৈ।

সমতি বাইদেউৰ কথাই তাক জগাই তুলিলে। সহস্ৰজনৰ বিষয়ে সি সজাগ হৈ উঠিল। সি ক'লে দোষ হ'ল বাইদেউ। অতীত আহি মনত সজাগ হৈছে। পাৰিজাত ফলৰ গন্ধ যেন পাইছোঁ

সমতিয়ে মিচিকিয়াই হাঁহি উত্তৰ দিলে সদায় যে থল পদমেই মন আকৰ্ষণ কৰিব তাৰ কিবা মানে আছে নেকি ? পাৰিজাতৰ জানো শক্তি নাই ? গোন্ধ যেতিয়া পাইছাই তালৈকে গুচি যোৱা।

নবীন প্ৰসন্নচিত্তে ফেৰীৰ টিকট কিনিবলৈ গ'ল।

সমতি বাইদেৱে নবীনক সন্দৰকৈ বজি পায়। তাৰ মনটো মভি কেমেৰাৰ দৰে। আনে দে। ঘটনা আৰু চোৱা দশ্যৰ এটা দটা অংশ মনত ৰাখে কিন্তু সি গোটেইটো ঘটনা আৰু দশ্য মনত তুলি থয়। এবাৰ কাৰোবাক দেখিলে সি তাৰ মখখন কেতিয়াও নেপাহাৰে কেতিয়াবা সি মখখন আকিও দিব পাৰে। ৰেখাত দেহৰ স্পন্দন পৰ্যন্ত সি ধৰিব পাৰে। ৰাজনীতিত জনাৰ প্ৰয়োজন সীমাবদ্ধ মানহৰ কথা চলাচল আৰু কাম সকলোবোৰৰ উদ্দেশ্য ধৰিব পাৰিলেই ৰাজ নীতিজ্ঞ হৈ যায়। তিৰোতাই যতা মানহৰ মন বজাৰ দৰে ৰাজনীতিজ্ঞই ৰাইজৰ মন বুজিলেই ৰাজনীতিৰ কাম সিদ্ধ হয়। ছিন্দাবাদৰ কান্ধত উঠা দৈত্যটোৰ দৰে মনত অতীতক লৈ ফৰোৱাৰপৰা কান্ধত লওঁতাজনৰে বিপদ বেছিঁহয়। কোন মহূৰ্তত দৈত্যাই টেঁট চেপি ধৰে তাৰ ঠিক নাই। সেই বাবে তেওঁ জীৱনটো বোৱতী নৈৰ দৰে জ্ঞান কৰে।

কেৱল সমুখৰ কালেই তাৰ উদ্দামগতি। অতীত মানেই মৃত্যু অতীত মৰিল গ ল তাৰ কথা অন্ত হ ল মনৰ পৰাই তাক কৰা বিসৰ্জন। সন্ধ্যাৰ ৰঙীণ চিন্ন তেওঁ আজি চাইছে চিনেমা হলত ৰঙীণ চলচ্চিত্ৰ চোৱাদি। অধ্যাপক ৰবিচন্দ্ৰৰ দৰেও তেওঁ ইতিহাস পঢ়ি কাল নকটায়। ইতিহাস যদি সত্য হয় তেন্তে জীৱনৰ মাজতেই সি প্ৰকাশ পাব। ৰবি চন্দ্ৰই ইমান বছৰ ইতিহাস পঢ়িছে অথচ বজা নাই যে স্বাধীনতা আন্দোলনত সকলো ভাৰতীয় লি ত হলেহে ইতিহাস পঢ়িব পৰা যাব। তেওঁৰ ইতিহাস বৰ্তমানৰ পৰা বিচ্ছিন্ন।

সুমতি বাইদেউ প্ৰত্যেক মহূতেতে নিজতে সম্পণ হৈ থাকে।

প্ৰাণৰ তাগিদাত মাজে মাজে অতীতত বাস কৰিবলৈ নবীন বাধ্য হয়। তেতিয়া সমখত কি ঘটিছে সি সম্পৰ্ণকৈ ক ব নোৱাৰে। সি পাহৰি যায় যে জীৱনটো হুটা বাস্তৱ প্ৰতি মহতাতেই নতুন ৰূপ লয়। অতীতৰ আলোকত তাক চালে তাৰ সীমাবদ্ধ ৰূপহে ধৰা পৰে।

সংঘৰ প্ৰতিও সমতি বাইদেউৰ কোনো অন্ধ মোহ নাই। ভৱিষ্যতৰ প্ৰতিও তেও তেনেকৈ আসক্তি নেৰাখে। সমখত পৰি থকা কাম কৰাই তেওঁৰ ধম। নবীনৰ দৰে তেওঁ কোনো কামকে ঐতিহাসিক নৈতিক আৰু জ্ঞানসম্মত উপায়েৰে চিন্তা কৰি গ্ৰহণ কৰি লৈ যত্ন নকৰে। মানহৰ চিন্তা হেনো সদায় খোৰা বোবা কণা। তথাপি চিন্তাই খোজ কাঢ়ে দূৰদৃষ্টিয়ে ইঙ্গিতেৰে কয়।

টিকট কিনি নবীন ঘৰি আহিলত দয়ো ফেৰীখনৰ তলৰ ডেক লৈ সোমাই গ ল। ডেক খনৰ আকৃতি হাঁহকণীয়া। ৰেলিঙত চিগাৰেট হুপি আউজি থকা এজন ওখ ডাঙৰ শুৱনি মাৰ্কিন বিষয়াই তালৈ চাই হাঁহিলে। সি মৰ দপিয়াই সম্ভাষণ জনালে। তাৰ পিছত আগবাঢ়ি আহি সিহঁতৰ লগত অসমত বিশ্ববিদ্যালয় পতাৰ কথা উলিয়ালে। তেওঁ ক লে আপোনালোকক এতিয়া আচলতে টেকনিকেল শিক্ষা বেছি লাগে। হয়নে নহয় ভাবি চাওক। নবীনে কথাটো মানিও লব নোৱাৰিলে উলায়ো কৰিব নোৱাৰিলে।

কিছুপৰ কথা পাতি বিষয়াজন নিজৰ ঠাইলৈ গুচি গ'ল। তেও সমগ্ৰ ভাৰত ঘৰিপকি এতিয়া নিজৰ কমস্থলীলৈ ঘৰি আহিছে। "সেৱাগ্ৰামতেই আপোনালোকৰ দেশৰ উন্নয়নৰ বাবে প্ৰকৃত চিন্তা কৰা আৰু কাম কৰা মানুহ লগ পালো বুজিছে? —গ্ৰাৱৰ সময়ত তেওঁ

উপযাচি কৈ গ'ল গাঁৱৰ বাইজে উন্নত টুলছ বিচাৰিছে। খেতিৰ আৰু কুটীৰ শিল্পৰ উৎপাদন বঢ়াবলৈ হ লে এনে টুলছ দৰকাৰ। সেৱাগ্ৰামত তাৰ গৱেষণা চলিছে।

মানুহজন জ্ঞানী। ইতিমধ্যে চহৰৰ কেইজনমান বুদ্ধিজীৱিৰ সৈতে তেওঁৰ চিনাকি হৈছে। এদিন অধ্যাপক ৰবিচন্দ্ৰৰ তাতে তেওঁক লগ পাইছিল।

ডেকত এজন ঘটমটীয়া চীনা অফিচাৰে দজন শিখ অফিচাৰৰ লগত ভঙা ভঙা হিন্দীত কথা পাতিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে কি কথা পাতিছিল নবীনে ধৰিব নোৱাৰিলে। কেইবাটাও মানুহে শাক পাচলি কুকুৰা কণী কল আৰু নাৰিকলৰ পাচি আগত লৈ নিঃশব্দে বিড়ী হুপি নৈৰ বকুত টুলং ভুটুংকৈ থকা এখন যাত্ৰীবাহী নাৱলৈ চাই আছিল। সেই নাওখন যেন সিহঁতৰ জীৱন। সন্ধ্যাৰ শেষ ৰঙীণ পোহৰত সকলো যাত্ৰীৰ মুখৰ ওপৰত এটা পাতল বিষণ্ণ পোহৰ পৰিছিল। ৰমেন এণ্ড লিয়েৰী ফচৰ খাকী পোচাক পিন্ধা আৰু বব কটা চুলিৰ তিনিজনী ছোৱালীয়ে এজন নিগ্ৰো অফিচাৰৰপৰা টফি লৈছিল আৰু চিগাৰেটৰ ধোঁৱা উৰুৱাই মকলি মনেৰে কথা পাতি খিলখিলকৈ হাঁহিছিল। সেই হাঁহি শুনি এচুকত বৈ থকা এজনী অসমীয়া গাভৰুৱে আচৰিত হৈ সিহঁতলৈ চাইছিল। তাইৰ মুখখনত এটা নিদোষ পবিত্ৰতাৰ ভাব। অচিনাকি ছোৱালী বোধহয় গাঁৱৰপৰা নগৰলৈ অহা বেছিদিন হোৱা নাই। ওচৰতে মন্মথ ঠিকাদাৰৰ ড্ৰাইভাৰ ৰাতিৰাম।

সুমতি বাইদেউৰ কিবা খাবৰ মন গৈছিল। সেই বাবে তেওঁ তলত নৰৈ নবীনৰ সৈতে খটখটীয়েদি ডেকৰ ওপৰৰ ৰেষ্টোৰাঁলৈ গ ল। ৰেষ্টোৰাত এখনো মেজ খালী নাছিল চুকৰ এখন মেজত মাথোন এজন অফিচাৰ বহি আছিল। দখন চকী খালী। সিহঁত গৈ খালী চকী দুখনত বহিলত হঠাতে অফিচাৰজনে পঢ়ি থকা কিতাপ জপাই মাত লগালে বাইদেউ চিনি পাইছেনে?

চিনি নেপামনে? মিচিকিয়াই হাঁহি সুমতি বাইদেৱে উত্তৰ দিলে।

ৰঞ্জিৎ দাদায়ো হাঁহিলে। বেলেগ বেলেগ পথেদি বাটকুৰি বাই আহি যেন সিহঁত এটা চৰাইঘৰত লগ লাগিছেহি। ৰঞ্জিৎ আৰু নবীন

একে চহৰৰ একে বংশৰে কিন্তু এতিয়া এজন ৰজাঘৰৰ সৈনিক ইজন প্ৰজাঘৰৰ সৈনিক। এজন অস্ত্ৰধাৰী ইজন নিৰস্ত্ৰ। ৰঞ্জিৎদাই সৈনিকৰ পোছাক পিন্ধি আহিছিল। আগৰ কোমল কোমল প্ৰেমিকৰ চেহেৰা আৰু নাই। মখখন আটিল হ ল চুলিত ঢউ নাই সিহত সেও হৈ সেওঁতাৰ আশেপাশে পৰি আছে। অলপ ক লা পৰিলেও তেওঁৰ চকুৰ দু টি আগতকৈ তীক্ষ্ণ হ ল সেইযবি চকুৰে বহুত দেখিছে। ওঠৰ ওপৰত ফ্ৰেঞ্চ কাট ৰ গোফে মানহটোৰ সমসাময়িক ফেশ্যনৰ প্ৰতি দবলতা প্ৰকাশ কৰিছে ওঁঠ দুখন আগতকৈ ক া পৰিল।

ৰঞ্জিৎ দাদাই উপযাচি চাহ আৰু ব্ৰেডৰ অড ৰ দিলে

নবীনে সসম্ভ্ৰমে ৰঞ্জিত দাদাক সম্ভাষণ জনাই সধিলে এতিয়া ক ৰপৰা আহিলে?

ডেৰাডুনৰপৰা। ছুটীত আহিলো ৰঞ্জিতে ন ীনৰ ম চ সম্পৰ্কৰ ভাব দেখি সং নহে উত্তৰ দিলে। তই পৰীক্ষা দিলি নেকি?

নবীনে অস্বস্তি বোধ কৰি ক লে দিয়া ি দিয়াৰ মাজতে।

মানে? ৰঞ্জি ে মন কৰিলে নবীনৰ চেহেৰা তাৰ যদ্ধত যোগ দিয়াৰ পৰৰ চেহে াৰ সৈতে একে। খদ্দৰৰ পায়জ া পাঞ্জাবী জপ া চুলি আৰু এযোৰ চেণ্ডেল। এই সাজৰ মাজেদি প্ৰকাশ পাইছে এখনি নিদোষী মখ এটি লাহী দেহা কিন্তু এটা আত্ম লঘিমাৰ দশন। ঞ্জিতে এই খদ্দৰৰ সভ্যতা পছন্দ নকৰে।

ভাল নহ ল।

হ। ৰঞ্জিতে হাঁহিলে একো নক লে। আন্দোলনত লাগিয়েই যে নবীনৰ পঢ়া বেয়া হ ল সেই সম্পকে তাৰ বিন্দ মাত্ৰও সন্দেহ নৰল। এতিয়াও ভালকৈ পঢ়। নপঢ়িলে একো কৰিব নোৱাৰ।

নবীনৰ জীৱনলৈ তেতিয়া এটা সংশয়ৰ আন্ধাৰ নামি আহিছিল। সি ক লে দেখা যাওক। দেশখন স্বাধীন কৰাই মোৰ প্ৰধান লক্ষ্য। পঢ়া শুনাৰ বাবে চকু দিবলৈকে নহ ল।

সমতিয়ে নবীনৰ মখলৈ মং োযোগেৰে চালে শেষৰ বাক্যটো শুনি উচপ খাই উঠিল। সম্ভৱতঃ নবীনে নিজেই নেজানে সি কি কৈছে। অৱশ্যে এটা কথা ঠিক। মানুহটো মনে প্ৰাণে অসহযোগী হৈ পৰিছিল। শিক্ষা আৰু কেৰিয়াৰৰ কথা চিন্তা কৰা অসহযোগীৰ পক্ষে অনচিত বুলি তাৰ এটা অস্পষ্ট ধাৰণা আগৰেপৰাই আছিল। সংঘৰ আন্দোলনত

মন্দা পৰিছে কিন্তু সুমতিহঁত হতাশ হোৱা নাই কাৰণ মানছে চিৰকাল জানো আন্দোলন কৰি থাকিব পাৰে? নবীনে এই কথা আজি জানিবৰ হল তেওঁ ক'লে পঢ়া শুনাৰ প্ৰতি চকু দিবলৈ যথেষ্ট সময় আছে নবীন। অকল জানো কলেজৰ পঢ়াই পঢ়া।

নবীনৰ অন্তৰ অনুতাপ দ ধ হৈ পৰিল। সি ক'লে মই দুঃখ কৰা নাই বাইদেউ। বৰং মোৰ বিশ্বাস আপোনালোকে যি পথ দেখুৱাইছে সেই পথেই আচল

ৰজিতৰ বহুত দিনৰ আগৰ কথা মনত পৰিল। সি কিংচ কমিশ্যন পোৱাৰ পিছতো নবীনে তাক অভিনন্দন জনোৱা নাছিল। ৰজিতহঁতৰ যদ্ধখনো সিহতে এতিয়া লোকৰ যদ্ধ বলি নিন্দা কৰিছে। অকল নিন্দা কৰিয়েই ক্ষান্ত থকা নাই সিহতে যদ্ধৰ বিৰুদ্ধে জনমত গঠন কৰিছে হিংসাৰ পন্থাত বিশ্বাসীসকলে চক্ৰাই সৰু পথাৰ আৰু পানীখাইতীত সিহতে সেনা কঢ়িওৱা ৰেলো বগৰাইছে ৰজিতে সকলো খবৰ জানে। সি সেইবাবে দঢ়কণ্ঠে উত্তৰ দিলে তহতৰ পথ ভুল নবীন। তহতে ফেচীজিমক সহায় কৰিছা

নবীনৰ সংযমৰ বান্ধ চিগি গ ল। সি ক লে আপনি সাম্ৰাজ্য বাদৰ সৈনিক। ভুতৰ মখত ৰাম নাম শোভা নাপায় দাদা। জীৱিকাৰ কাৰণে যি মানহে দেশৰ স্বাৰ্থ বিসৰ্জন দিয়ে তেওঁক মই মানহ বুলি নকওঁ। তাতকৈ নিজৰ সবস্ব ত্যাগ কৰি স্বাধীনতাৰ বাবে য জা বেছি ভাল।

ৰজিতৰ কাণ মখ খণ্ডত ৰঙা পৰি গ ল। তাৰ অনন্তৰ নবীন এতিয়াও মানহ হোৱা নাই। মখত সেয়ে এতিয়াও শ্লোগান। বীৰৰ দৰে নহলেও সফল মানহৰ বেশেৰে নগৰ সোমাই মানহৰ আদৰ পাম বলি সি বৰ আশা কৰিছিল মানহৰ আশা তেনেকুৱাই কিন্তু পৰণি বিয়েযে বোধহয় নগৰৰ মন ছাটি থৈছে। নবীনহঁতৰ আন্দোলন ধান খেৰৰ জুই ৰ দৰে নমাই গৈছে। শুদাহাতে বৃটিছক আৰু জাপানীক খেদিবলৈ যোৱা আৰু গছত গৰু উঠা হোলোওাৰে কাণ বিন্ধা একে কথা। ৰৰজীত ক'তো এনে ঘটনা ঘটা নাই।

সি ক'লে স্বদেশ প্ৰেম অকল যে তোৰহে আছে মোৰ নাই নেকি? এই যুদ্ধ তহঁতে নেওচা দিছ সাম্ৰাজ্যবাদী বলি। কিন্তু আমি

খুঁজিছো ভজো হিটলাৰৰ বিৰুদ্ধে। তাৰ প্ৰয়োজন নই কৰিব নোৱাৰি। ধৰ জাপানে কালি ভাৰত লৈ ললে তেতিয়া স্বতৰ দুৰাই আন্দোলন কৰাৰ থলো নেথাকিব।

ৰঞ্জিতে এটা চিগাৰেট জলাই কেইছোঁপামান মাৰি আকৌ ক লে আমি এতিয়া জাপানী খেদাত ব্যস্ত জাপা ীৰি াক যে পৰাজিত হ ব এই বিষয়ে মই ি ন্দেহ ক ব পাৰ তাৰ ফলত ইংৰাজৰ শাস দহদহীয়া হ ব। কিন্তু ইংৰাজে জানে ভাৰতীয় সেনাসকলক সদায় যন্ত্ৰৰ দৰে চলাব নোৱাৰি। আৰু মই তোক কৈ থও সেনাসকল বৃটিছ সাম্ৰাজ্যৰ যে ধৰণী এই কথা সচা কিন্তু তেওঁলোক স্বদেশ প্ৰেমিকো। তহতৰ সেনাসকলক নিন্দা কৰা অদূৰশিতাৰ চিন।

সমতি বাইদেউ আৰু ন ীনে ৰঞ্জিতৰ প্ৰত্যেকটো শব্দ মন দি শুনিছিল।

নবী দে ি লে যিবিলাক সেনাক সি ইমান দিনে স্বদেশ প্ৰেমৰহিত বুলি অৱজ্ঞা কৰি আহিছিল সেইসকল সেনাৰ মাজতো দেশপ্ৰেম লোপ পোৱা নাই। ৰঞ্জিত দাদাক টান কথা কৈ আঘাত দিয়া বাবে তাৰ এতিয়া অনতাপ হ ল

সি ক লে দাদা তকৰ আ গত টান কথা কৈ পেলালো বেয়া নেপাব দেশ সেৱাৰ অধিকাৰ সক াৰে আছে।

ৰঞ্জিতে একো নেমাতিলে। সি আপোন মনে চিগাৰেট খাবলৈ ধৰিলে।

ইতিমধ্যে ফেৰী চলিবলৈ আৰম্ভ কি লে উজাই সোঁতৰ বিৰুদ্ধে। ফেৰীখনৰ এই সোঁতৰ বিৰুদ্ধে কৰা সংগ্ৰাম দেখি সি বিশেষ আমোদ অনভৱ কৰিলে আৰু তাকে চাবলৈ ধৰিলে।

তেনেতে পৰিচাৰকে চাহ আৰু ব্ৰেড আনি মেজত থ লেহি। জিতে চিগাৰেটটো পেলাই দি একাপ চাহ দাঙি লৈ চকুৰ ঠাৰেৰে সমতিহঁতক চাহ খাবলৈ ক লে।

সমতি বাইদেউ আৰু নবীনে চাহ খাবলৈ আৰম্ভ কৰিছিল। সিহঁত হালৰে দিনটো কাম কৰি কৰি ভাগৰ লাগিছিল। নবীনে জলমুৰকৈ চাহ খাইছিল কিছু সময়লৈ কাৰো মখত কথা নোলাল।

সুমতিয়ে চাহ খাই উঠি নবীনলৈ চাই ক লে 'তোমাৰ খং যেতিয়া মাৰ গ'ল এতিয়া বুজিবা খং উঠাৰ একো কাৰণেই নাছিল। ৰঞ্জিতে

থাকী কৈছে আমাৰ পথ ভুল তেওঁৰ পথ শুদ্ধ। তাত খং উঠাৰ কি কাৰণ থাকিব পাৰে?

নবীনে এই কথা শুনি হাঁহি ৰাখিব নোৱাৰিলে। ৰঞ্জিতেও হাঁহিবলৈ বাধ্য হ'ল। সমতিয়ে এইবাৰ ৰঞ্জিতলৈ চাই ক'লে সকলোৰে এটা সময় আছে ৰঞ্জিৎ। তুমি যদি আন্দোলন কৰিবৰ সময়ত আন্দোলন দমন কৰিবলৈ অস্ত্ৰ লোৱা তেন্তে কাল দোষ ঘটে। আৰু অস্ত্ৰ ধৰি স্বাধীনতা ৰক্ষা কৰিবৰ সময়ত যদি অহিংস হৈ পৰা তেন্তে তাতো কাল দোষ ঘটে। এটা কথা তুমি মানি লব লাগিব। ইমান দিনে আন্দোলনৰ কাল চলি আছিল। এতিয়া আন্দোলন পৰি আহিছে এতিয়া যদি তোমালোকে আমাৰ কামটো হাতত লোৱা তেন্তে আমাৰ ভাৰ লাঘৱ হয়। একো কৰিব নেলাগে অস্ত্ৰ থৈ দিলেই হ'ব গতিকে তক থোৱা তক কামত নাহে। আমাক লাগে কাম।

বাইদেউ আপোনাক চেডিশ্যান ত পেলাই কলীয়া পানীত মেলিব পাৰি। ৰঞ্জিতে হাঁহি উত্তৰ দিলে তথাপি মোৰ ধাৰণা হয় সময় হ'লে আমিয়েই স্বাধীনতা ৰক্ষা কৰিব লাগিব। মোৰ সন্দেহ নাই আজি বাদে কালিলৈ ভাৰত স্বাধীন হ'বই।

সমতি বাইদেৱে হাঁহিলে একো নক'লে

শান্ত ৰসত কথা কৈছিল সমতি বাইদেৱে। মত বিৰোধ প্ৰকাশ পালেও তেওঁৰ কথাই মানহক আঁতৰাই নপঠিয়ায় ওচৰ চপাই আনে। নবীনৰ ভাব হ'ল ৰঞ্জিত দাদাই বজি পালে তেওঁৰ এটা মল্য আছে সমতি বাইদেউৰ ওচৰত। কিন্তু সেই মল্য এতিয়াও প্ৰকাশিত হোৱা নাই। সমতি বাইদেৱে কি ভাবে তাক সি ক'ব নোৱাৰে। সৈন্যসকলে ভাৰতৰ স্বাধীনতাৰ যজৰ ভাৰ লোৱাৰ সম্ভাৱনা ক'ত? ৰঞ্জিতৰ মাজত তেওঁ সেই সম্ভাৱনা ক'ত দেখিলে।

বাইদেউ আপুনি কি সঁচাকৈয়ে বিশ্বাস কৰেনে কি যে ৰঞ্জিত দাদাইঁতে এদিন আমাৰ কামৰ ভাৰ হাতত ল'ব তেওঁ মাথোন কল্পনা কৰিছে স্বাধীনতা অহাৰ স্বাধীনতা আনি দিয়াৰ নহয়। নবীনে মন্তব্য কৰিলে।

ভবিষ্যতে কি হয় তাক কৈ মই মৰ নখমাওঁ। তেওঁৰ হাতত এটা ভাল শক্তি আছে। এই শক্তি তেও দেশৰ স্বাধীনতাৰ হকে কিয় ব্যৱহাৰ কৰিব নোৱাৰে? পাৰে। হাঁহি সমতিয়ে উত্তৰ দিলে।

ৰঞ্জিতে একো নেমাতিলে। আলোচনাই লাহে লাহে নিয়মৰ সীমা অতিক্ৰম কৰা দেখি সি উঠিব খুজিলে।

সমতিয়ে তাৰ অসবিধা বজি পালে। তুমি যাব নেলাগে বহাঁ। বিমলদাদাৰৰ চিঠি এখন পাইছিলানে ?

বিমলদাৰ নামত যেন এটা যাদ আছিল। চহৰৰ এটা পক্ষৰ নমস্য ব্যক্তি। ৰঞ্জিতে চিগাৰেটটো পেলাই দি হাঁহি ক লে পালো। কিন্তু পলম হ ল বমা ফ্ৰ টৰ পৰা ৰিভিৰেক্ট হৈ ডেৰাডুন পাওঁতে দিন ললে। অ পাহৰিছিলোৱেই মই চান্দা লৈ আহিছো। বিমল দা কেনে আছে ?

সমতিয়ে বিমলদা মদনাপল্লীলৈ যোৱা কথা সবিশেষ বণালে। ৰঞ্জিতৰ চকু সজল হৈ গ ল। মানহজনে ওৰে জীৱন দেশসেৱাকে কৰিলে পৰস্কাৰ পালে কেৱল অকাল মৃত্যু। যক্ষ্মা মানেই অকাল মৃত্যু। বিমলদাৰ ভাল হওক বাইদেউ। ৰঞ্জিৎ অলপপৰ ৰ ল তাৰ পিচত সি নিজকে চম্ভালি সধিলে যৰৰগুণি এতিয়া কাক দিম ?

মোকে দিয়া। সমতিয়ে উত্তৰ দিলে কিমান দিবা ? এতিয়াই দিবাতো ?

অঁ। তিনিশ টকা দিম

ৰঞ্জিতে আগবঢ়াই দিয়া তিনিখন এশটকীয়া নোট সমতিয়ে ি জৰ খদ্দৰৰ মোনাত ভৰালে তাৰ ি হত সেই মো াৰেপৰা ৰচিদ বহী উলিয়াই এখন ৰচিদ কাটি তাক দিলে। ৰঞ্জিতে সেইখন জেপত সুমৱাই সধিলে চিকিৎ াৰ বন্দবস্ত হৈছে নে নাই ?

চিকিৎসাৰ বন্দবস্ত মানে যে আচলতে চিকিৎসাৰ ধন এই কথা সমতিয়ে বজি পালে।

ধন ৰাইজে দিছে। সংক্ষেপতে তেও উত্তৰ দিলে।

ৰঞ্জিতে মনে মনে ঠিক কৰিলে গুৱাহাটীত থকা কেইদিনৰ ভিতৰতে কোনোবা এদিন আহি সি সমতি বাইদেউক আৰু অলপ ধন দি যাবহি। কিন্তু কথাটাই ক বলৈ ভাল নেপালে।

ফেৰীখনে তেতিয়া সোঁতৰ লগত প্ৰকাণ্ড যদ্ধ কৰিছিল। হঠাতে তাৰ ইঞ্জিন বন্ধ হৈ গ ল আৰু নিঃসহায় ফেৰীখনক প্ৰকাণ্ড সোঁতে টানি লৈ গ ল। তলৰ ডেকত চিঞৰ বাখৰ আৰম্ভ হ'ল। দিগন্তত তেতিয়া মুনিচুনিৰ পোহৰ।

তিনিওটা চক খাই উঠিল। একেলগে গৈ সিহঁতে ওপৰৰ ডেকৰ চুকৰপৰা তলৰ অচল ইঞ্জিনটোলৈ চালে। ড্ৰাইভাৰ মাকিন বিষয়াজন আৰু শিখ অফিচাৰ কেইজন ইঞ্জিন মেৰামতিৰ কামত ব্যস্ত হৈ থকা দেখিলে। ৰঞ্জিতে অফিচাৰ কেইজনক সুধি গম পালে ইঞ্জিন সোনকালেই চলিব।

অল্প সময়ৰ মূৰত ইঞ্জিন চলিল। কিন্তু ইতিমধ্যে সোঁতে আধা-মাইলমানকৈ বেছি দূৰ ভটিয়াই নিলে। ইঞ্জিন পনৰ উজাই চলিবলৈ আৰম্ভ কৰিলত তিনিও আকৌ নিজৰ ঠাইত গৈ বহিলগৈ।

তিনিওজনে মথামথিকৈ বহি ফেৰী উজুৱাৰ শব্দ শুনিছিল। সম্প্ৰতি বাইদেউৰ মনত যেন তেতিয়া ভটিওৱা বেলখনৰ উকি ৰিণি ৰিণি বাজিছিল। বিমলদা আছিল যোৱা পোন্ধৰ বছৰৰ অসমীয়াৰ উন্নতি সাধনাৰ জীৱন্ত প্ৰতিমূৰ্তি। যিমানে তেওঁ দূৰলৈ গৈ আছে সিমানে সেই প্ৰতিমূৰ্তি উজ্জ্বল হৈ গৈ আছে। এই পকমৰজনাৰ মাজেদি সম্প্ৰতিয়ে অকল যে এটা জাতিকে দৰ্শন কৰিছিল এনে নহয় স্থানাতীত আৰু কালাতীত অখণ্ড পৰম সত্তাৰো কিঞ্চিৎ আভাস পাইছিল।

বিমলদাৰ অভাৱ পূৰণ কৰা সম্ভৱ হ ব নে বাইদেউ? ৰঞ্জিতে কথা কৈ থাকোতে খোৱা চিগাৰেটৰ ধোঁৱা প্ৰবল লইতৰ বতাহে বহুত দূৰলৈ উটুৱাই নিছিল।

প্ৰকৃতিয়ে জানো ক ৰবাত কিবা খালীকৈ থয় ৰঞ্জিত? সম্প্ৰতিয়ে হাঁহি শান্ত মধুৰ মাতেৰে উত্তৰ দিলে। চলন্ত ফেৰীৰ বিজুলী পোহৰত তেওঁৰ ক্লান্ত মুখখন বঙালী খনিকৰে সজা বাণীদেৱীৰ মুখখন যেন লাগিছিল। যোৱা পোন্ধৰ বছৰত এই প্ৰদেশত হোৱা মুক্তি আন্দোলন সঙ্গীত সাধনা কামৰূপী প্ৰাচীন নৃত্য সংঘ গঠন জয়মতী ফিল্মৰ নিৰ্মাণ সাহিত্যৰ আধুনিকীকৰণ চিত্ৰ কলাৰ জন্ম অসমীয়াৰ ব্যৱসায় বাণিজ্য দৈনিক বাতৰিৰ আৰম্ভণ সমাজ সেৱা আৰু বিশ্ব বিদ্যালয় গঠন—কোনটো জাতীয় কামত তেওঁ লিপ্ত নাছিল? কিন্তু শ্লেটোৰ পাখি লগা ঘোঁৰাহালৰ দৰে এইবোৰক তেওঁৰ আত্মাই মন ৰথৰ বাহন কৰিহে লৈছিল। অসম্পূৰ্ণ আত্মাক সম্পূৰ্ণ কৰাৰ প্ৰয়াস এই কামবোৰত ফুটি উঠিছিল। ঘোঁৰাৰ পাখি ছিগি গলেই বিপদ। দেখিবা উল্লেখিত এটা কামৰো অৰ্থ নাই। সেই কাৰণেই বহুতে এইবোৰ কাম কৰিও স্থিতিশীল সংসাৰত মজি লক্ষ্যচ্যুত পাখি নথকা ঘোঁৰাত পৰিণত

হৈছিল। সমগ্ৰ জাতিটোক পাখি লগা ঘোঁৰাত পৰিণত কৰিবৰ বাবেই বিষ্ণুপ্ৰসাদে সংঘ পাতিছিল। সেই কল্পনাৰ ষোৱে অধিকাৰী হ’ব সেয়ে তেওঁৰ খালী ঠাই পূৰণ কৰিব। তেওঁ মহাত্মা।

ৰজিতৰ মনত পৰিল আন এজন অসমীয়া চিন্তাবিদলৈ। সামৰিক বাহিনীত যোগ দিয়াৰ পূৰ্বে সাৰ্থক জীৱন যাপন কৰাৰ মন্ত্ৰ বিচাৰি অধ্যাপক ৰবিচন্দ্ৰৰ চ’ৰা ঘৰলৈ সি স তাহত তিনি চাৰিবাৰকৈ অহা যোৱা কৰিছিল। তেতিয়া ৰবিচন্দ্ৰ বিলাতৰপৰা ডক্টৰেট ডিগ্ৰী লৈ ঘূৰি আহিছিল। অসমৰ উন্নতি কৰিব বাবে বিভিন্নজনে বিভিন্ন কাম হাতত ল’ব খুজিছিল। কোনোবাই হাতত লব খুজিছিল চলচ্চিত্ৰ কোনোবাই কেৱল চিত্ৰ কোনোবাই ভাস্কৰ্য্য কোনোবাই নৃত্য কোনোবাই সঙ্গীত কোনোবাই উচ্চ শিক্ষা কোনোবাই বিজ্ঞান চৰ্চা কোনোবাই অভিনয়। কোনোবাই কৰিব খুজিছিল সাহিত্য সৃষ্টি আৰু কোনোবাই বিশ্ববিদ্যালয় নিৰ্মাণ। এওলোক সকলোৱেই ৰবিচন্দ্ৰৰ ওচৰত উপদেশ ল’বৰ বাবে গৈছিল। ৰজিত আৰু ৰবিচন্দ্ৰৰ ঘৰ জীয়ৰী সদৰ্শনাৰ মনত জন্ম লৈছিল চিনেমা কৰাৰ কামনা। ৰজিতৰ দেউতাকৰ যথেষ্ট সম্পত্তি। বেলতলা কুৰুৱা আৰু চিপাঝাৰত মাটিও আছিল যথেষ্ট। ঘৰত নৃত্য সঙ্গীত আৰু অভিনয়ৰ অনবৰত চৰ্চা হৈছিল। ৰজিতে ঘৰতে দুই এটা শাস্ত্ৰীয় ৰাগ দুই এটা আধুনিক গীত আৰু দুই এটা বৰগীতো শিকিছিল। তেওঁৰ লগত আছিল চম্পা তেওঁৰ দূৰ সম্পৰ্কীয় ভনীয়েক। ঘৰতে মাষ্টাৰ ৰাখি সদৰ্শনায়ো বাপেকৰ তত্ত্বাৱধানত নৃত্য শিকিছিল। বাপেকহঁতৰ লগত কলিকতালৈ গৈ আন আন আঢ্যৱন্ত অসমীয়া পৰিয়ালৰ মানহৰ বে সিহঁতে ভাল থিয়েটাৰ চিনেমা আৰু সঙ্গীতৰ ৰস পান কৰিবলৈ সুযোগ পাইছিল। প্ৰমথেশ বৰুৱা চাইগল পঙ্কজ মল্লিক কানন দেৱী শিশিৰ ভাদড়ী ৰবীন্দ্ৰনাথ ৰুকমিণী দেৱী উদয় শঙ্কৰ আদিৰ সাধনাই তেতিয়া সিহঁতৰ মনত এটা নতুন সংস্কৃতিৰ পথৰ সন্ধান জগাইছিল।

ৰবিচন্দ্ৰই সিহঁতক চিনেমা কৰিবলৈ উৎসাহ দিয়েই ক্ষান্ত নাছিল এটা পথও বাচি দিছিল।

কিন্তু তেওঁৰ পত্নী মনোৰমা দেৱীয়ে সেই উৎসাহত চেঁচা পানী ঢালি দিলে। তেওঁ সদৰ্শনাক অভিনয় কৰিবলৈ নিদিলে। অসমীয়া ভদ্ৰ সমাজত তেতিয়ালৈকে ধাৰণা আছিল অভিনয় ছোৱালীৰ বৃত্তি নহয়।

কাৰণ এনে স্মৃতি লগে হোৱালীৰ চৰিত্ৰ স্খলন হোৱাৰ সম্ভাৱনা আছে। অধ্যাপক ৰবিচন্দ্ৰৰ মন ভদীয়া লইতৰ পানীৰ দৰে কোমল হ'লেও উৰশীৰ শিলাখণ্ডৰ দৰে অলৰ অচৰ তিৰোতাৰ মন ওক্ষোৱাই নিব নোৱাৰিলে। সেই পৰিকল্পনা কাৰ্যকৰী কৰাত আৰু এটা প্ৰবল বাধা আহি পৰিল। ৰঞ্জিতৰ দেউতাকে ইতিমধ্যে আৱিষ্কাৰ কৰিলে মহাযুদ্ধৰ বাবে সকলো বস্তুৰ ।ম বঢ়াৰ লগে লগে কি মৰ দামো বাঢ়ি গৈছে। সেই বস্তু দু প্ৰাপ্যও হৈছে। অসমত জাপানী সোমোৱাৰ লগে লগে দেশৰ অৱস্থাও অস্থিৰ হৈ পৰিল তেওঁ চিনেমা কৰাৰ খৰচ যোগাবলৈ অমান্তি হ ল। লগে লগে ৰঞ্জিতৰ স্ব ন খান খান হৈ গ ল।

ৰবিচন্দ্ৰই স্ত্ৰীৰ সংৰক্ষণশীলতাৰ ওচৰত পৰাজয় বৰণ কৰাৰ দৃশ্য মনত পৰিলে ৰঞ্জিতৰ আজিও মন ি ষণ্ণ হৈ উঠে। অসমীয়া বঙ্কি জীৱিৰ ওপৰত তাৰ আস্থা হেৰাই যাব খোজে।

ৰঞ্জিত আৰু সদশনাৰ মাজত গাঢ় ভাল পোৱা হৈছিল। এই ভাল পোৱাত ম ধ হৈ ৰবিচন্দ্ৰই ৰঞ্জিতকে তাইক গতাব খুজিছিল। মনোৰমা দেৱীৰো আপত্তি নাছিল। মাত্ৰ তেওঁ ৰঞ্জিতক এটা ভাল চাকৰি লবলৈ কৈছিল। ৰঞ্জিতে এহ ডি চিৰ পৰীক্ষা দিছিল কিন্তু তাত সি ভাল কৰিব নোৱাৰি ি ল লে সামৰিক বাহিনীৰ চাকৰি। সদশনাৰ সৈতে আলোচনা ক ি সি ঠিক কৰিছিল বিয়াৰ পিছত সি ক্ৰ টত থকা কালছোৱা সদশ াই শান্তি ি কেটনত গৈ নত্য শিকিব আৰু যদ্ধ শেষ হ লে সিহতে প ৰ কলাৰ সাধনাত মনপতি লাগিব। অধ্যাপক ৰবিচন্দ্ৰই সিহতৰ এই পৰিকল্পনা শুনি সিহতক সফল হবলৈ আশীবাদো দিছিল

কিন্তু ম ৰমা দেৱীয়ে সেই সময়ত নিশা সপোনত নিতৌ এখন চুটি চিনেমা দেখিবলৈ ধৰিলে। তাবে দটা দৃশ্যই তেওঁৰ অন্তৰ কঁপাই তুলিলে। প্ৰথম দৃশ্যত তেও দেখিলে অটব্য অৰণ্যৰ মাজত ৰঞ্জিতে বকুত গুলীবিদ্ধ হৈ চটফটাই মৃত্যু বৰণ কৰিছে আৰু লগৰ সেনা বোৰে তাৰ চিতাজুই জ্বলাইছে। তাৰ লগে লগে আনফালে দ্বিতীয় দৃশ্যত তেও দেখা পালে শান্তিনিকেতনৰ হোষ্টেলত থকা সুদশনাক তাই বিচনাত পৰি চট্‌ফটাইছে। কোনোবা বান্ধৱীয়ে আহি তাইৰ গাৰ জৰ্জেটৰ শাৰী সলাই দি খানৰ বগা কাপোৰ পিন্ধাই দিছে কপালৰ সেন্দুৰ মচি দিছে আৰু আ অলঙ্কাৰবোৰ খহাই পেলাইছে। সুদৰ্শনাই সংজ্ঞা হেৰুৱাইছে।

একেবাৰে কেইবাদিনো এই সপোন দেখাৰ ফলত মনোৰমা দেৱীৰ সুকোমল মাতৃ প্ৰাণ সন্ত্ৰস্ত হৈ পৰিল। তেওঁ সিহঁতৰ বিয়া ভাঙি দিলে।

অধ্যাপক ৰবিচন্দ্ৰই দ্বিতীয়বাৰলৈ শ্ৰেণীয়েকৰ ওচৰত পৰাজয় বৰণ কৰিলে। এই পৰাজয় বৰণ কৰাৰ পিছত ৰঞ্জিতে অধ্যাপক ৰবিচন্দ্ৰৰ শক্তিৰ ওপৰত আস্থা হেৰুৱাই পেলালে।

আমাৰ চহৰত আৰু এজন মানহু আছে যাৰ চিন্তাত আমি বহুতেই মূল্য দিছিলো। তেৰোঁ অসমৰ নৱ জাগৰণৰ স্বপ্ন দেখিছিল। কিন্তু তেওৰ আত্মা বিমলদাৰ দৰে মুক্ত নহয়। তেওৰ ঘোঁৰাৰ পাখি কাটি দিলে শ্ৰেণীয়েকে। ৰঞ্জিতে চিগাৰেটটো পানীলৈ দলিয়াই দি পুৰণি স্মৃতি সৰৰি গহীন হৈ কলে। লগে লগে এটা হুমনিয়াহ শুনা গল।

সমতিয়ে ৰঞ্জিতৰ ক্ষোভৰ কাৰণ বুজি পালে। সেই মানহুজন যে ৰবিচন্দ্ৰ সেইবিষয়েও তেওঁৰ সন্দেহ নৰল। চিনেমা আৰু বিয়াৰ অনমতি দিও কাম্য কৰী কৰাত সহায় আগবঢ়াবলৈ ব্যথ হোৱাৰ বাবেই অধ্যাপক ৰবিচন্দ্ৰ হীনাত্মা এই কথা সমতিয়ে ৰঞ্জিতৰ দৰে মানি লব নোৱাৰিলে তেও কলে তেওৰ আত্মা মুক্ত নোহোৱাৰ কাৰণ এটাই। তেওঁ সৰ্বাঙ্গীন মক্তি বিচৰা নাই সৰ্বাঙ্গীন মক্তি বিচৰা হলে তেওঁ সাম্ৰাজ্যবাদক সমথন নকৰিলেহেতেন আৰু নেশ্যনেল বাৰ ফ্ৰণ্টৰো প্ৰচাৰক নহলহেতেন। অসমৰ ভদ্ৰ পৰিয়ালত তিৰোতাৰ অভিনয় আৰু প্ৰেমৰ বিবাহৰ বিৰুদ্ধে যি অভিমত প্ৰচলিত হৈ আছে সেই অভিমত পিতৃপ্ৰধান আৰু তিৰোতাৰ পৰাধীনতাত বিশ্বাসী পৰিয়ালবোৰৰ গাঁথনিতে নিহিত হৈ আছে। ডেকা গাভৰুৰ বাবে পৰিয়ালতকৈ সংঘত অধিক স্বাধীনতা দেখা পাই তোমাৰ বিমলদাৰে ডেকা কালতে পৰিয়ালৰ পৰা ওলাই আহি সংঘ স্থাপন কৰিছিল। পৰিয়ালত থাকি সৰ্বাঙ্গীন মুক্তিৰ সাধনা কৰা অসম্ভৱ দেখিয়েই তেও সংঘৰ প্ৰয়োজন অনুভৱ কৰিছিল। তোমাৰ বুদ্ধিজীৱি নেতাজনৰ দৃষ্টি ইমান পৰিষ্কাৰ নাছিল। সেই বাবেই তেওঁৰ ঘোঁৰাৰ পাখি কটা গল।

ৰঞ্জিত নবীন আৰু বিমলদা একেটা মধ্যবিত্ত পৰিয়ালৰে সন্তান। কাজেই বিমলদাই পৰিয়াল এৰি সংঘ গঢ়াৰ কাহিনী সিহঁতৰ স পৰিচিত।

বিমলদাৰ লগত —বিমলদাৰ সংঘৰ লগত— মোৰ তাতেই অমত বাইদেউ। ৰজিতে গম্ভীৰ হৈ উত্তৰ দিলে। সমাজৰ ভিতৰত জদি কিবা পৰিবৰ্তনৰ আৱশ্যক হয় তেন্তে পৰিয়ালৰ ভিতৰতেই ই প্ৰথমতে আৰম্ভ হ ব লাগিব। এই কাম কৰিব নোৱাৰা বাবেই মই অধ্যাপক ৰবিচন্দ্ৰক দোষ দিওঁ

তেনেহলে তুমি আৰু সুদৰ্শনাই কিয় সময় থাকোঁতেই মৰণ পণ নকৰিলা বিয়াৰ বাবে? সমতি বাইদেৱে চাব মাৰি ধৰিলে। তোমাৰ বিমলদা আৰু মোৰ ক্ষেত্ৰতো একেটাই সমস্যা হৈছিল। মই আছিলো শিৱসাগৰৰ খ্ৰীষ্টান ছোৱালী। তোমাৰ দাদাৰ আছিল গুৱাহাটীৰ সম্ভ্ৰান্ত পৰিয়ালৰ হিন্দ ডেকা। ঘৰত সোমাই থকা হ লে আমাৰো দশা একেটাই হ লহেতেন। কিন্তু আমি বাহিৰত সংঘ কৰি থকা বাবে বাচি গ লো। অন্ততঃ আমাৰ প্ৰেমে এটা সাৰ্থকতা লাভ কৰিলে।

ৰজিতে সমতিৰ শেষ বাক্যটো মানি লব নোৱাৰিলে। কাৰণ সি জানিছিল বিমলদা আৰু সমতিৰ মাজৰ প্ৰেম সম্পূৰ্ণৰূপে সাৰ্থক নাছিল সমতি বাইদেউৰ আদৰ্শ নিষ্ঠা প্ৰবল আছিল বাবে তেওঁ পূৰ্ণ ব্ৰহ্মচৰ্য অবলম্বন কৰি আধ্যাত্মিক প্ৰেমৰ সাধনা ক ৰিছিল। এই লৈ বিমলদাৰ লগত তেওঁৰ মতভেদ ঘটিছিল। সেই কাৰণে সি ক লে আপোনালোকৰ সংঘ বিবাহিতা নাৰী পুৰুষৰ জীৱনৰ বাবে উপযুক্ত আশ্ৰয় স্থল নহয়। বুদ্ধৰ সংঘ শঙ্কৰদেৱৰ সত্ৰ কেথলিক ভিক্ষুণী সংঘ মহাত্মাৰ আশ্ৰম সেৱকৰ বাবে। নৰ-নাৰীৰ জীৱনে তাত পূৰ্ণতা নেপায়। ব্ৰহ্মচৰ্য সাধাৰণ মানুহৰ আদৰ্শ হ ব নোৱাৰে।

আমাৰ জীৱনত একমাত্ৰ আনন্দ আছিল মনৰ। নিঃসন্তানেই নহয় অনাসক্ত হৈ আমি আমাৰ জীৱনৰ প্ৰত্যেকটো মহূৰ্ত উৎসৰ্গা কৰিছিলো সৰ্বাঙ্গীন মুক্তিৰ বেদীত। ই সকলোৰে বাবে উত্তম পথ নহয় কিন্তু সেৱকৰ বাবে পৰম আৱশ্যকীয়। এই বিষয়ত মহাপুৰুষ মাধৱদেৱ মোৰ আদৰ্শ। অৱশ্যে বিমলদাৰৰ— হঠাতে সুমতি বাইদেউৰ মুখ লাজত সংকুচিত হৈ গ ল। তেওঁ ক লে সেইবোৰ কথা এৰিয়া থাওক। সুদৰ্শনাৰ এজনী ধনীয়া ছোৱালী হৈছে গম পাইছানে নাই?

ৰজিতে ম্লান হাঁহি উত্তৰ দিলে গম কেনেকৈ পাম? মইতো জেলতে আছিলো।

ধুনীয়া ছোৱালী। নাম ৰাখিছে অপৰাজিতা। সুমতি বাইদেৱে হাঁহি ক'লে "নামটো ককাক বুঢ়ীমাক বাপেক কাৰো পচন্দ হোৱা নাছিল কিন্তু তাইহে জোৰ কৰি দিলে।

ৰজিতৰ গাটো জিকাৰ খাই গ'ল। সমতি বাইদেউহঁতে এই নাম দানৰ ৰহস্য বজি পোৱা সম্ভৱপৰ নহয়। প্ৰেম গাঢ় হৈ অহাৰ কালত ৰজিতে তাহানিখন এই নামেৰেই সদৰ্শনাক মাতিছিল আৰু এই নামেৰেই নীলা পেডৰ পাতত তাইলৈ চিঠিও লেখিছিল। সেই সময়ৰ প্ৰেমৰ ৰং আছিল নীলা।

ৰজিতে একো নেমাতিলে। পাগলী য়ে তাক এতিয়াও পাহৰিব পৰা নাই।

অলপ সময় কথা পাতি ৰজিত উঠি গ'ল। ফেৰীখন ঘাট পাওঁ পাওঁ হৈছিলহি। সিপাৰৰ ফেৰীখনো এৰিছিল দুই ফেৰীৰ সোঁহৰ পৰি ওখকৈ উঠা কৃত্ৰিম পানী গছাৰ জলকণা সোণৰ বনকৰা গুটি গুটি ফুলৰ দৰে জিলিকিছিল।

ৰজিত ওপৰত সৰহ পৰ নৰ'ল। তলত নিজৰ লাগেজ ঠিক কৰিবলৈ নামি গ'ল।

সুমতিয়ে বেগ উলিয়াই বিশ্ববিদ্যালয়ৰ পজিৰ টকা হিচাপ কৰিলে। নোট আৰু চেক সহ এহেজাৰ টকা হ'ল। নবীনক টকাখিনি ৰৰদলৈক দিয়াৰ কথা কবলৈ বলি মধ মেলোতেই সুমতিয়ে মন কৰিলে নবীন ধ্যান মগ্ন।

'তোমাক আকৌ সেই পৰণি ৰোগটোৱে পালেনেকি? সমতিয়ে হাঁহি ধেমালিৰ ছলেৰে সুধিলে।

ৰজিত আৰু সমতিয়ে পতা কথাবোৰ নবীনে মনোযোগ দি শুনিছিল। লগে লগে মাকণে পঠিওৱা কুসম কোমল চৰম পত্ৰখনৰ কঠোৰ চৰ্তৰ কথা তাৰ মনত পৰি গ'ল। মাকণে স্পষ্ট ভাৱে লিখিছে সংগ্ৰহপৰা ঘৰলৈ ঘুৰি নাহিলে বিয়া অসম্ভৱ। এই কথা অকল তাইৰ বাপেক মাকৰে মত নহয় তাইৰো মত। ঘৰলৈ ঘৰি যোৱা —হৰহৰৰ মুৰত উন্নতি যোৱা —জানো সম্ভৱ?

ঘৰখনতো একেই আছে।

মাকণক লগ ধৰিলে সি অকল ঘৰলৈ উন্নতিম ৰজি ক'লেই নহব পৰিয়াল চলাবৰ বাবে এটা কাম কৰাৰ প্ৰতিশ্ৰুতিও দিব লাগিব।

উলামূলা চাকৰিতত্তো মাক-বাপেক বা মাকণ সন্তুষ্ট নহ'ব। তেও লোকে চৰ্চ্চ দিব তাৰ চাকৰি কৰাৰ।

সমতিয়ে নবীনক নিমাত দেখি বিমোৰত পৰিল। নবীন আগেয়েও আনমনা হয় কিন্তু আগেয়ে এনেকৈ ধৰিব নোৱাৰাকৈ নিমাত হোৱা নাছিল। এক মিনিটমান সময় নীৰবে নবীনৰ মুখখনলৈ চাই থাকি সমতিয়ে ধৰিব পাৰিলে নবীনে কি ভাবিছে।

কিন্তু নবীনক কোনো পৰামৰ্শ দিবলৈ তেওঁ মন কৰা নাছিল।

সেইবাবে তেওঁ ক লে চোৱা নবীন তুমি এতিয়া মানুহ হ লা। কাজেই যি কোনো কথা নিজে ভাবি ঠিক কৰিবা। নিজৰ বধি শিলৰ খটি। কিন্তু এনেকৈ একেবাৰে মোৰ হাকুটিৰ বা আকোৱালৰ বাহিৰ হৈ যাবলৈও চেষ্টা নকৰিবা। জীৱনৰ যি কোনো সৎ পৰীক্ষাকে মই মলা দিওঁ। বিমলদাৰে তোমাক যথেষ্ট শিক্ষা দিছে। তেওঁ ভাবিছিল এদিন কিজানি তেওঁৰ কামৰ দায়িত্ব তুমিয়েই বহন কৰিব লাগিব।

নবীনে হাঁহি ক লে যি কৰিম আপোনাক সধিয়েই কৰিম। যিটো সমস্যাৰ স মখীন হৈছো সেইটো ই নিজেই সমাধান কৰিব লাগিব। কিন্তু আপনি থাকোতে সংঘৰ কামৰ ভাৰ মই ল ব নোৱাৰো।

সুমতি বাইদেৱে হাঁহি ক লে মোক আন এটা বস্তুৱে টানি আছে নবীন। বিমলদাৰে সেই কথা জানিছিল।

সেইটো কি বস্তু? সংঘক নিঠকৰা কৰাৰ ব্যৱস্থা নহয়তো? নবীনে আগ্ৰহেৰে সধিলে।

এতিয়া নকও নবীন বেয়া নেপাবা। এতিয়া বলা। তুমি গুৱাহাটী পোৱাৰ লগে লগে বৰদলৈৰ ঘৰলৈ গৈ পুজিৰ ধনখিনি দি আহিবাগৈ।

দুয়ো খট্‌খটীয়েদি তলৰ ডেকলৈ নামি আহিল।

ইতিমধ্যে দীঘলীয়া উকি মাৰি ফেৰীখন পাৰত লাগিছিলহি। মানহ কেইটামানে কাঠৰ সাঁকোৰে পাৰ আৰু ডেক সংলগ্ন কৰি দিছিল।

তলৰ ডেকত অধ্যাপক স্মিথ বৰ্জিত আৰু ৰাতিবামে কথা পাতি আছিল। কথাৰ বিষয় আছিল জয়ন্তী। সুমতি আৰু নবীন সিহঁতৰ ওচৰত থিয় হ লত বৰ্জিতে অধ্যাপক স্মিথ আৰু জয়ন্তীৰ লগত সুমতিক চিনাকি কৰি দিলে।

সমতিয়ে জয়ন্তীলৈ চাই দেখিলে লাহী সপচী মিঠা বৰণীয়া হোৱালীজনীৰ প্ৰকাণ্ড ক'লা লিপিৰী খোপাটো সুন্দৰ হৈ জিলিকিছে। তাইৰ গাত এযোৰ মিহি পাতৰ ৰিহা মেখেলা। হঠাতে তেওঁৰ মনত পৰিল হোৱালীজনীক তেওঁ চিনি পায়।

নৰাম ওজাৰ হোৱালী ৰজিতে ক'লে। দেওধনী নাচে। ৰাতিৰামৰ ভাগিনিয়েক। ৰজিতে ইতিমধ্যে হোৱালীজনীৰ চিনাকি লৈছিল।

সুমতিৰ মনত পৰি গ'ল। ছিপাঝাৰৰ এঘৰ মানহৰ ঘৰত দেওধনী নাচ নাচোতে হোৱালীজনীয়ে নামঘৰ ভেটি কপাই দিছিল। গাত আছিল ৰক্ত বসন পিঠিফালে ওলমি থকা দীঘল চুলিখিনি হাতত এগছি প্ৰদীপ। সেইদিনা দৰ্শকৰ মাজত তেওঁৰ বাহিৰেও আছিল সুদৰ্শনা অধ্যাপক ৰবিচন্দ্ৰ আৰু ৰাতিৰাম। ঠিক বোধহয় ছমাহ মানৰ আগৰ কথা। মনসা পূজা চাবলৈ সুদৰ্শনাহঁত গৈছিল ছিপাঝাৰলৈ।

ক'লৈ আহিলি? স্নেহার্দ্ৰ কণ্ঠে সমতিয়ে মাত লগালে।

ৰাতিৰামহঁতৰ আইদেৱে মাতিছে। নাচ শিকে বোলে। পিতাই আহিব নোৱাৰিলে। মোকে পঠালে।

তোৰ আইদেৱেনো নিশিকে কি? ওজাৰ ভাল নে?

ভাল নহয়। ঘৰৰ চাল চাওতে পৰি ককালত দুখ পালে।

আই ঐ দেহি। সমতি বাইদেউৰ মুখত সহানুভূতিৰ সুৰ ফুটি উঠিল। দুয়োৰে মাজত কিছু সময় কথা বতৰা চলিল।

হঠাতে অধ্যাপক স্মিথ আহি সমতিৰ সমুখত থিয় হ'লহি। দীঘল সুন্দৰ খাকী পৰিহিত আদহীয়া মানহজনলৈ চাই সমতি মুগ্ধ হ'ল। সাধাৰণ সেনাৰ দৰে ব্যৱহাৰত চপলতা নাই। ইয়াৰ আগতে তেওঁলোকৰ দূৰৰ পৰাহে দেখাদেখি হৈছিল কথা-বতৰা হোৱা নাছিল।

আপোনাৰ কথা ৰজিতে কৈছে। আপোনাক দেখি মোৰ নিউ ইয়ৰ্কত থকা বাইদেউৰ কথা মনত পৰিছে। দেখাত সাইলাথ একে। স্মিথে কথা কেইষাৰ ইংৰাজীত লাহে লাহে স্পষ্টকৈ অনুনাসিক সুৰেৰে কৈছিল।

দুয়ো কৰমৰ্দন কৰি কিছুপৰ বিশ্ববিদ্যালয় আৰু গান্ধীৰ আশ্ৰমৰ কাম সম্পৰ্কে কথা-বতৰা হ'ল। অধ্যাপক স্মিথে পূৰ্বৰ মন্তব্যবোৰক

দোহাৰি ক লে আপোনালোকৰ নগৰবোৰত একো নতুনত্ব নাই। কিন্তু গাওঁবোৰত নেদেখা বস্তু আছে। এওঁ ভাল নাচনী নেকি ?

অ।

সমতিয়ে মনসা পূজাৰ লগত কেনেকৈ নাচ হয় তাৰ কথা ক'লে। লগতে দেওধনী নাচত নাচ ীৰ গাত দৈৱ শক্তি লভাৰ বিশ্বাসৰ কথাও তেওঁ িমথক ভালদৰে বজাই ক লে। সেই শক্তিৰ বলত তেও ভূত ভবিষ্যত ক ব পৰা হয়। অধ্যাপক স্থিথে নোটবুক উলিয়াই কথাখিনি টকি লৈ লেখিলে : মেজিক আৰু ধমৰ সংমিশ্রণত এই নাচ উৎপত্তি হোৱা যেন অনমান হ'ল। লগতে জয়ন্তীৰ নাম ঠিকনা আৰু শিক্ষা সম্পৰ্কেও টোকা ললে।

ইতিমধ্যে যাত্ৰীবোৰ সাঁকোৰেদি যাবলৈ আৰম্ভ কৰিছিল।

অধ্যাপক স্মিথে জয়ন্তীৰ ফালে চাই ক লে যদি তাই আপত্তি নকৰে তেও মতি কেমেৰাৰে অধ্যাপক ৰবিচন্দ্ৰ বা স শৰ্নাৰ ঘৰত তাইৰ নাচৰ ছবি ল ব খোজে।

জয়ন্তীৰ কাণ মখ লাজত ৰঙা পৰি গ ল। অকল সেয়ে নহয় তাইৰ ভাব হ ল দেৱতাৰ নাচৰ ছবি তোলা উচিত কাম নহয়। দেৱতা অসন্তুষ্ট হৈ দেহৰ বাহিৰ ওলাই গুচিও যাব পাৰে।

সমতিয়ে হাঁহি ক লে অধ্যাপক িমথ এতিয়া এইবোৰ সধি তাইক ব্যতিব্যস্ত নকৰিব। আপনি এখন বেলেগ সমাজলৈ আহিছে। সময় মতে আপনি অধ্যাপক ৰবিচন্দ্ৰক কব তেওঁ সকলো সুবিধা কৰি দিব।

অধ্যাপক স্মিথে মূৰ দপিয়ালে। অলপ পিছতে ৰজিতৰ লগত তেওঁ গুচি গ ল।

জয়ন্তীয়ে খালী হৈ পৰা ফেৰীখনলৈ চাই স্বস্তিৰ নিশ্বাস পেলালে। ডেকত থাকি অতপৰে তাই এখন নতুন পৃথিবীৰ জটিল জঞ্জালৰ মাজত সোমাই পৰিছিল। এই প্ৰথম তাই নগৰলৈ আহিছে। উত্তৰ পাৰে ইমান যন্ত্ৰৰ জঞ্জালো নাই। সৰল চক্ৰাকাৰে ঘূৰা খেতিয়কৰ জীৱন শান্ত আৰু মধৰ। ৰাতিবামে তাইৰ ওচৰত থাকি তাইক যেন ইমান পৰে বখি আছিল তাই প্ৰকৃতিস্থ হ ব পৰা নাছিল। পুৰুষৰ অধীনতাৰপৰা মুক্ত নাৰীৰ চঞ্চল প্ৰতিমূৰ্তি এজন লিয়েৰী স্কৰ্টৰ নাৰী কেইগৰাকী আঁতৰি যোৱাত তাই বৰ সুখ পাইছিল। কিন্তু তাই ক'ব

নোহাৱে। এনে ধৰণৰ স্বাধীনতাক পাঁৰৰ মানহে স্বেচ্ছাচাৰিতা বোলে দেখিয়েই বোধহয় নবাম ওজাই তাইক সাৱধান হৈ চলিবলৈ উপদেশ দি পঠাইছিল।

লাহে লাহে চাৰিওজন যাত্ৰী সাঁকো বগাই পাৰ পালেগৈ।

তেতিয়াহে নবীনৰ ধাৰণা হ'ল পৃথিৱী অন্ধকাৰে চাটি ধৰিছে।

সিপাৰৰ যান-বাহন বধা স্থানৰ কাষত স্বয়ং অধ্যাপক ৰবিচন্দ্ৰ আৰু সদশনাই জয়ন্তীক লৈ যাবৰ বাে বৈ আছিলহি জয়ন্তীৰ নাচ তেওঁলোকে ছিপাঝাৰত এবাৰ দেখিছিল। সেই অৱধি সেই সম্পৰ্কে জানিবৰ বাবে অধ্যাপক ৰবিচন্দ্ৰৰ অশেষ কৌতূহল। নত্যশিল্পী শ্ৰীমণী যোশীক লগ পোৱাৰ পিছত সদশনাৰো এই থলৰা নাচ শিকিবৰ ইচ্ছা হৈছিল। মন্মথ ঠিকাদাৰৰ লগত বিয়া হোৱাৰ পিছত শান্তি নিকতনলৈ যোৱাৰ আশাঁ বাদ দিব লগা হোৱাত সদশনা ক্ষুণ্ণ হৈছিল। কিন্তু তেওঁ মন পেলাই নিদিলে।

পিৰিয়েকক কৈ ঘৰতে নাচ-গান চচা কৰাৰ বাবে সবিধা কৰি ললে। এতিয়ালৈকে শিকাৰ ভিতৰত মণিপৰী আৰু সত্ৰীয়া নাচ প্ৰধান। মাজতে যুদ্ধৰ সৈনিকসকলক নাচ দেখৱাই উৎসাহিত কৰিবৰ বাবে দই এজন বিদেশী নত্য শিল্পী আৰু ভাৰতীয় নত্যশিল্পী অসমলৈ আহিছিল। তেওলোকৰে এগৰাকী আছিল শ্ৰীমতী যোশী। তেওঁৰপৰা সুদশনাই ভাৰতীয় শাস্ত্ৰীয় নত্যৰ ইতিহাস কলা আৰু ৰস সম্পৰ্কে এক নতুন জ্ঞান লাভ কৰিছিল। ঠিক জ্ঞান নহয় জ্ঞান লাভৰ আগ্ৰহ। অধ্যাপক ৰবিচন্দ্ৰৰপৰা শ্ৰীমতী যোশীয়ে শুনিছিল অসমৰ সত্ৰীয়া দেওধনী ওজাপালি আৰু দেবদাসী নত্যৰ কথা শুনি তেওঁ হেনো কৈছিল এইবোৰ উদ্ধাৰ কৰিব পাৰিলেহে অসমীয়া জাতিৰ সংস্কৃতি সাধনাৰ কথা জগতে জানিব। তেওঁ তেতিয়া শ্ৰীমতী ৰুক্মিনী দেৱী অৰুন্দলেই ভাৰত নাট্যম মালায়ালম কবি বল্লাথোলে কথাকলি আৰু লক্ষ্ণৌত তেওঁৰ গুৰুৱে কথক নৃত্য উদ্ধাৰ কৰাৰ কথা কৈ কৈ ভক্তিত গদ্ গদ্ হৈ পৰিছিল। সদশনাই সেইদিনাই [illegible] কৰিছিল তাই এই কাম হাতত ল'ব। দেউতাকে তাইক উৎসাহ দিছিল।

তাৰ পিছতে ছিপাঝাৰ ভ্ৰমণৰ আয়োজন হৈছিল। সম্প্ৰতি সেই সময়ত বিশ্ববিদ্যালয়ৰ প জি সংগ্ৰহৰ কামত তাতে গৈ আছিল।

ওচৰৰ মানুহ এঘৰত দেওধনী নৃত্যৰ প্ৰদৰ্শনী হোৱা কাৰণে তেওঁ জয়ন্তীৰ নৃত্যৰ ৰস পান কৰিবলৈ সুযোগ পাইছিল।

সমতি বাইদেউহঁতক ৰবিচন্দ্ৰ আৰু সুদৰ্শনাই প্ৰথমেই সম্ভাষণ জনালে। তাৰ পিছত সদৰ্শনাই জয়ন্তীৰ ওচৰলৈ গৈ মৰমেৰে ভাইক সাৱটি ধৰিলে। সমতিয়ে সদৰ্শনালৈ চাই আচৰিত হৈ গ'ল। যি সদৰ্শনাই জৰ্জেটৰ সাৰী অ ক্ষাৰ হাইহিল আৰু নেট দিয়া সুবিন্যস্ত খোপাৰ সহায়েৰে তেওঁৰ সুন্দৰ দেহাটি সদায় সসজ্জিত আৰু মোহনীয় কৰি ৰাখে সেই সদৰ্শনা আজি বিত্ত ভূষণা। গাত এযোৰ সাধাৰণ ৰিহা মেখেলা মৰত এটা উকা পলধনীয়া খোপা ভিতি কাণ হাত সদা মুখ প্ৰসাধনহীন আৰু ভৰিত এযোৰ সাধাৰণ পাদকা। আজি ভাই জয়ন্তীক অভ্যৰ্থনা জনাবৰ বাবেই খদ্দৰ সভ্যতাৰ কাষ চাপি আহিছে নেকি? নাই দশকৰ ৰুচি বুজি সাজ পাৰ সলাই নিজক বিভিন্ন লোকৰ প্ৰিয়পাত্ৰী কৰাৰ অথবা বিভিন্ন পৰিবেশৰ উপযোগীকৈ নিজৰ উপস্থিতি মনোৰঞ্জক কৰি তোলাৰ প্ৰয়াসেই এই সাজ সলনি ফুটি উঠিছে। নে ই নাৰী মনৰ সকুমাৰ সৌন্দয কষণৰ ফল? তেওঁ দেখিলে জয়ন্তীয়ে সদৰ্শনাৰ বকুত সোমাওতে লাজত সংকুচিত হৈ পৰিছে। কাৰণ সকলোৰে দেখাকৈ এনেকৈ কৰা আলিঙ্গন তাইৰ বাবে এক সম্পণ আচহুৱা অভিজ্ঞতা।

জয়ন্তীয়ে নিজৰ টো পালাৰপৰা এপাহ চেনিচম্পা ফুল উলিয়াই সদৰ্শনাৰ হাতত দি ক'লে এই পাহ বাৰীৰ ফুল পিতাই নিজে আনি দিছে।

চেনিচম্পা ফুলৰ গোন্ধ আহি অধ্যাপক ৰবিচন্দ্ৰৰ নাকত লগাৰ লগে লগে তেওঁৰ মনত সমগ্ৰ অসমৰ লগ্ত হ ব খোজা সপ্ৰাচীন গাঁৱলীয়া সভ্যতাৰ সগন্ধ বিয়পি গ ল। তেওঁৰ মনটো বিষণ্ণ হৈ পৰিল এইবোৰ উদ্ধাৰ কৰাৰ জটিলতাৰ কথা ভাবি।

জয়ন্তীয়ে নৰাম ওজাই দি পঠিওৱা উপদেশ মতে প্ৰথম দৰ্শনৰ পৰতে জয়ন্তীয়ে অধ্যাপক ৰবিচন্দ্ৰৰ ভৰি চুই সেৱা কৰিলে।

আই উঠা উঠা। ছিঃ নেপায় নহয়!! মই ইমান সম্মানৰ যোগ্য নহয়। আনন্দত গদ্ গদ্ হৈ অধ্যাপকে উত্তৰ দিলে। নেদেখা জনে তোমাৰ মঙ্গল কৰক।

নেদেখাজন' শব্দটোৱে জয়ন্তীৰ মন উটুৱাই দিলে। যন্ত্ৰ আৰু জ্ঞানৰ আঘাতত জৰ্জৰিত হৈও তেন্তে এই চহৰত নেদেখা জন জীয়াই

আছে? চহৰৰ প্ৰতি থকা জয়ন্তীৰ সংকোচ আৰু অবিশ্বাস সুদৰ্শনাৰ হিয়া ভৰা সম্ভাষণে কিছু পৰিমাণে আঁতৰ কৰিছিল কিন্তু এইবাৰ সেই সংকোচ আৰু অবিশ্বাসৰ ভাৰ বহুত পাতলিল।

অভ্যৰ্থনা শেষ হোৱাৰ পিছত সদৰ্শনা হঠাতে গহীন হৈ গ ল। চেনিচম্পা ফুলপাহ হাতৰ মঠিত সুমাই লৈ নাকেৰে তাৰ সগন্ধ বহুত সময় ধৰি উপভোগ কৰিলে। তেওঁৰ মন প্ৰাণ সঞ্জীৱিত কৰিবৰ বাবেই তেওঁৰ ফুলৰ সগন্ধ হৃদয়ৰ ভিতৰলৈ টানি নিছিল। ৰঞ্জিতক বহুত দিনৰ মূৰত হঠাতে দেখা পাই তেওঁৰ বাওঁ বুকুখন বিষাই যোৱা যেন কৰিছিল। বিয়াৰ পিছত ৰঞ্জিতৰ লগত তাইৰ এই প্ৰথম দেখা। তাৰ লগত অধ্যাপক ি মথ আছিল দেখি তাই মনৰ ভাব বিন্দ মাত্ৰও প্ৰকাশ নকৰাকৈ সময়খিনি কোনোৰকম পাৰ কৰি দিব পাৰিলে। কথা বিশেষ একো নহ ল কেৱল বাহ্যিক ভাল বেয়াৰ খবৰ লোৱা হ ল। ৰঞ্জিতো অস্থিৰ হৈ পৰা যেন দেখা গৈছিল। অধ্যাপক ৰবিচ দ্ৰৰো সদাপ্ৰসন্ন চিত্ত হঠাতে ম্ৰিয়মান হৈ পৰিছিল। কিন্তু সহজ ভাৱেই বিয়াৰ পিছৰ এই প্ৰথম দেখাদেখি নিৰ্বিঘ্নে সম্পন্ন হৈ গ ল।

জয়ন্তীক লৈ সদৰ্শনা খৰ ধৰকৈ গৈ মটৰত বহিলগৈ। ৰাতিৰামে ইতিমধ্যে গাড়ী ষ্টাৰ্ট দিছিল।

অধ্যাপক ৰবিচন্দ্ৰই সমতিৰ লগত বিমলদাৰ চিকিৎসাৰ বিষয়ে কিছুপৰ কথা পাতিলে। তাৰ পিছত তেৰোঁ মটৰত উঠিবলৈ গ ল।

সমতি আৰু নবীনে পাণ্ডু ষ্টেশ্যনৰ প্লেটফৰ্মত ৰৈ থকা উজনিমখী মেইল গাড়ীৰ তৃতীয় শ্ৰেণীৰ ভৰা এটাত হেচা ঠেলা কৰি কোনোৰকম সোমাই পৰলগৈ। ভৰাৰ বেঞ্চত একবিন্দ ঠায়ো খালী নাছিল। দয়ো থিয় হৈ মখামখিকৈ সংঘৰ উপস্থিত কৰ্তব্যৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে।

ভৰাত বাৰেবৰণীয়া মানুহ। পিছত আগত দাঁতিত সকলোতে মানুহ।

গুৱাহাটী পাওঁতে পাওঁতে তেওঁলোকৰ ৰাতি ন বাজিল।

সুমতি বাইদেউক সংঘৰ অফিচত থৈ নবীনে বিশ্ববিদ্যালয়ৰ টকা দিবলৈ বৰদলৈৰ ঘৰ পালেগৈ। তাৰপৰা যদি আহি নবীনে মন কৰিলে সুমতি বাইদেৱে এখন মেজৰ দাঁতিত আমন জিমনকৈ বহি আছে গা ধোৱাৰ ভাত খোৱাৰ কোনো লক্ষণ নাই। সমতি বাইদেউক এনে অৱস্থাত সি আগতে দেখা নাছিল।

সি বজি পালে সমতি বাইদেউৰ এই দঃখৰ কাৰণ কি।

কাৰণ বিমল দা।

সি নিজে ভাত বহাবৰ বাবে পাক ঘৰলৈ সোমাই গ ল।

বিমলদাৰ অভাৱ সংঘৰ প্ৰত্যেকটো বস্তুৱে অনভৱ কৰিছিল। তেওঁৰ কাম কৰা মেজখন পৰি আছে শ্ৰান্ত এটা কুকুৰৰ দৰে। প্ৰভুৰ বিৰহত যেন সি ম্ৰিয়মান। তেওঁৰ বিচনাখনে হাঁহাকাৰ কৰিছে। সমগ্ৰ ঘৰটোৱে বিমলদাৰ গুৰু গম্ভীৰ মাত শুনিবলৈ যেন উদগ্ৰীৱ। নবীনৰ মনতো এটা অভূতপৰ শন্যতা বিৰাজ কৰিছিল

মাকণক বিয়া কৰাবলৈ হ লে এই নায়কবিহীন সংঘ এৰি থৈ যাব লাগিব। যাব লাগিব ঘৰৈ । এবাৰ গলে সি আৰু সংঘলৈ উভতি আহিব নোৱাৰে

সংঘ ডাঙৰ নে াকণ ডাঙৰ ? ভাত ৰান্ধোতে তাৰ মনত হঠাতে এই অদ্ভত প্ৰশ্ন জাগিল।

ভাত খাই উঠি সমতি বাইদেউ পাটীত পৰিলগৈ।

নবী নিজৰ কোঠালৈ আহিল।

কোঠাটোত এখ পাটী খন সৰু কাঠ মেজত এদ ম কিতাপ অলপ কাগজ আৰু আন আন দই পদ বস্তু খেলিমেলি হৈ পৰি আছে। তাৰে ভিতৰত দাড়ি খৰোৱা সৰঞ্জাম আৰু কাপোৰ ধোৱা চাবোনেও ঠাই পাইছে। এদাতিত আছে জয়ন্তী আলোচনীখন। সেইখন খলি লৈ সি ে ি লে কেইবাটাও নতুন ধৰণৰ কবিতা দৰিদ্ৰসকলৰ হৈ কবি কেইজনে ধমযদ্ধত অৱতীণ হৈছে। নতুন পৰুষৰ মনত এটা নিভাজ সমতাৰ অনভূতিয়ে ঠাই পাইছে। কবিতা কেইটিৰ ভাৱ তাৰ ভাল লাগিল। অৱশ্যে স্পন্দিত াদ্যৰ ছন্দবোৰ সাথক হৈছে বলি তাৰ ধাৰ া নহ ল অসমীয়া ডেকাৰ ম ত তেতিয়া সমাজবাদী সমাজৰ সপো ভুমকি মাি ছে। সাম্ৰাজ্যবাদৰ লগে লগে দেশৰ পৰা যাতে পজিবাদো যায় তাৰ আন্দোলন গঢ়িবৰ বাবে এচাম লোকে উঠি পৰি লাগিছিল। তেওঁলোকে ি চাি ছিল সাম্ৰাজ্যবাদী যদ্ধক জন যদ্ধলৈ ৰূপান্তৰিত কৰিবলৈ।

তেতিয়া অসমো এক যগ সন্ধিক্ষণত উপস্থিত হৈছিল। অধ্যাপক ৰবিচন্দ্ৰই সমাজবাদৰ চিন্তাধাৰাৰ কাষলৈও যাব খোজা নাছিল সেই চিন্তাধাৰা গ্ৰহণ কৰা মানে অসমীয়া জাতিক ধনী আৰু দখীয়া দুটা

—৩

শ্ৰেণীত ভগাই অসম বৰজীক নতুনকৈ কাড়ী পাইকৰ দৃষ্টিৰে ব্যাখ্যা কৰা। বৰজীৰ যি শিক্ষা তেওঁ পাইছে সেই শিক্ষাই এচাম নেতাৰ অথবা এদল পৰিচালকৰ জ্ঞানৰদ্বাৰা সমাজ পৰিচালনা কৰাৰ ওপৰত জোৰ দিয়ে। ে ই শিক্ষাই সমাজক শোষক শোষিতৰ শ্ৰেণীত ভগাই থোৱাটো ভিতৰি কামনা নকৰে। কাযতঃ ই শোষিতক শোষকৰ দয়াৰ ওপৰত বৰ্তিবলৈ উদগনি ি য়ে। সমাজবাদীসকলৰ এই কথা ৰবিচন্দ্ৰই সত্য বলি গ্ৰহণ কৰিব নোৱাৰে। তেওঁ কৈছিল অসমীয়া জাতিক ধনী আৰু দখীয়া দটা শ্ৰেণীত ভগোৱা মানে এই সৰু জাতিটোৰ সংহতি ন ট কৰা আৰু সংহতি নষ্ট কৰা মানে অসমীয়া সংস্কৃতিৰ উন্নতি ব্যাহত কৰা।

সেই সময়ত মছলিম লী অসমক পাকিস্থানত সমাবলৈ দাবী কৰি আছিল। তাৰ বিৰুদ্ধে অসমৰ পৰতে ভৈয়ামে গঢ়ি উঠিছিল এক প্ৰচণ্ড বিক্ষোভ। লগে লগে আৰম্ভ হৈছিল অসমত সকীয়া ি শ্ববিদ্যা য় স্থাপনৰ আন্দোলন। এইবোৰৰ ফলত অধ্যাপক ৰবিচন্দ্ৰৰ ধ্যান ধাৰণাই ডেকা মহলৰ ওপৰত যথে ট প্ৰভাৱ বিস্তাৰ কৰিছিল। কণা মানহে হাতী চাই একোটা অঙ্গকে হাতী বলি ভুল কৰাৰ দৰে এই জাতীয় সাধনাৰ একো একোটা অঙ্গৰে একো একোজন যৱকে জাতীয় উন্নতিৰ সম্পণ সাধনা যেন জ্ঞান কৰিছিল।

একমাত্ৰ বিমানদাই দেখা পাইছিল ৰাইজৰ মাজত লকাই থকা সেই নিমাতী সাধনাক। সেই সাধনা উক্ত সকলো সাধনাৰ আধাৰ বা চালিকা শক্তি গাঁৱৰ মানহে কথা ক বলৈ সংকোচ কৰে কিন্তু তেওঁলোকে মনে প্ৰাণে এখন জাতীয়তাবাদী ৰাষ্ট্ৰ আৰু ওপৰ শ্ৰেণীৰ শিক্ষা ব্যৱস্থাতকৈ সকীয়া কিবা এটা বিচাৰিছিল। সেই বাঞ্চিত বস্তু কি তাক তেওঁলোকেও সঠিককৈ ক ব নোৱাৰে। কিন্তু এটা শব্দত সেই বস্তুটোৰ আভাস ফটি উঠিছিল। সেই শব্দটো হ ল মুক্তি।

এই মক্তি তেওঁলোকে বিচাৰিছিল এনে এক স্বয়ংসম্পূণ কমত যি কমই তেওঁলোকৰ মুখ খলি দিয়ে আৰু তেওঁলোকক মানুহ হ বলৈ শিক্ষা দিয়ে।

ৰাইজৰ ওপৰত কোনো মত জাপি দিয়া শিক্ষাই তেওঁলোকৰ মনুষ্যত্ব খৰ কৰে। সকলো জাপি দিয়া প্ৰভাৱৰ সীমাবদ্ধতা এতিয়া

ইমান স্পষ্ট হৈ উঠিছে যে অধ্যাপক ৰবিচন্দ্ৰই সঠিকভাৱে ক ব নোৱাৰে কিহৰ কাৰণে অজ্ঞাত পাঁৱৰ এজন কুশল কোঁৱৰ আৰু এগৰাকী কনকলতাই মৰণ বৰণ কৰিও মক্তিৰ সাধনা কৰে।

সি কেইবাখনো খবৰ কাগজ লটিয়ালে কেইবাখনো আধাপঢ়া কিতাপত চকু ফৰালে। তাৰ অনভৱ হ ল সেই মেজৰ কাগজ আৰু কিতাপবোৰ যেন মৰা। বিমলদাই সদায় সেইবাবে কৈছিল প্ৰকৃত মক্তি হ ল চিন্তাৰ মক্তি। চিন্তাৰ মক্তি পাব পাৰি কামৰ দ্বাৰা।

ন্য কোঠাটোৰ পাটীত পৰি নবীনে ভাবিবলৈ ধৰিলে সংঘৰ পৰা ঘৰলৈ উভতি হ্নাবৰ বাবে জনোৱা মাকণৰ আহ বানৰ কথা।

মাকণৰ চিঠিখন পনৰায় পঢ়ি সি মনে মনে ভাবিবলৈ ধৰিলে ঃ মাকণ তুমি এতিয়াও অভিজাত পৰিয়ালবোৰৰ জীয় ৰীৰ ধ্যান ধাৰণাৰ উধলৈ যাব নোৱাৰিলা। তুমি এনে ধৰ ৰ বিয়াৰ কথা ভাবিছা যিখন বিয়া কৰাবলৈ গলে মই সম্পণৰূপে নিজত্ব বিসজন দিব লাগিব আওঠি িন্ধোৱা আৰু হোম পোৰাকে ধৰি পয়োভৰপণ উ সব অভাৱবিহীন স্বচ্ছল গহস্থালি আৰু উচ্চ সামাজিক প্ৰতিষ্ঠা এইবোৰৰ অভিজাত্যসলভ সপো মাকণে বিসজন দিব পৰা নাই। অকল সেয়ে নহয় এ বোৰ তাই অতি আৱশ্যকীয় বলি ভাবে তাইৰ বিয়া বা বিবাহিত জীৱনৰ ধাৰণা আৰু অধ্যাপক ৰবিচন্দ্ৰৰ অসমীয়া সংস্কৃতিৰ ধাৰণা একে জাতৰ সি মাকণক বজাব পৰা নাই এইবোৰ ধাৰণা মৌলিক বা অত্যাৱশ্যকীয় নহয়। প্ৰেমেইহে আচল বাকীবোৰ মিছা। সি সামান্য এখন ৰেজিষ্টাড বিয়া পাতি সংঘৰ ওচৰতে ঘৰ ভাৰা কৰি সমাজ পৰিবৰ্তনৰ কামত ক্ষতি নোহোৱাকৈ লাগি থাকি এখন সংসাৰ পাতিব খজিছিল। কিন্তু তাই এই সমাজ আৰু এই সংস্কৃতি জীয়াই ৰাখিব খোজে। তাই এই বিষয়ত বাপেক পঞ্চানন ফকনৰ লগত একমত। অকল ফকনেই নহয়। এই চহৰত একমাত্ৰ বিমলদা আৰু সমতি বাইদেউৰ বাহিৰে আন কোনেও বিয়াক প্ৰাচীন সংস্কাৰৰ পৰা মক্ত কৰিব নোখোজে।

সি কিন্তু এই বিষয়ত সম্পৰ্ণৰূপে বিমলদাক অনসৰণ কৰিব খোজে সিহতৰ বিয়াখন হ ব লাগিব সম্পণৰূপে নিভাজ চুক্তি।

মাকণে এইবোৰ কথা শুনিলে ভাল পায় কিন্তু যেতিয়া সেইমতে কাম কৰাৰ কথা ভাবে তেতিয়া তাইৰ প্ৰাণ কঁপি উঠে। এটা ভয়ে

মন সংকুচিত কৰি তোলে। তাই সৰুৰে পৰা আওঠি পিন্ধোৱা হোম পোৱা এখন স্বচ্ছল গৃহস্থালি কৰা দেৱতাৰ দৰে এজন স্বামী পোৱা তেওঁৰ মাজেদি নিজৰ জীৱনৰ সাৰ্থকতা লাভ আদি বিবিধ আশা মনত পুহিবলৈ শিক্ষা লাভ কৰিছিল। এইবোৰ সংস্কাৰ তাই উত্তৰাধিকাৰ সূত্ৰে পাইছিল। কিন্তু তাইৰ প্ৰেম আছিল তাইৰ স্বাধীন ইচ্ছাৰ মত প্ৰকাশ। তাত বিন্দুমাত্ৰও অতীত সংস্কাৰৰ প্ৰভাৱ নাছিল।

নবীনৰ কথা অলপ বেলেগ। প্ৰেমৰ বাহিৰে আনবোৰ কথাত সি মাকণৰ লগত অমত। অৱশ্যে তাৰ প্ৰেম গভীৰ। তাইৰ ওচৰ পালেই সি একেবাৰে নিজক হেৰুৱাই পেলাব খোজে। ক ব খুজিও সি তাৰ আচল মত সি ক ব নোৱাৰে। তাৰ মনটো তাইৰ ৰূপে আৰু প্ৰেমে এনাম্বেছিয়া দিয়া ৰোগীৰ দেহাঙ্গৰ দৰে স্পন্দনহীন কৰি তোলে।

এনে এটা সুন্দৰ মৰ্তিৰ আগত সি কেনেকৈ নিমম ৰূপ ধৰে!

কথাবোৰ কোৱা নহয়। সদায় সি নোকোৱাৰ বেদনা লৈ সংঘৰ অফিচলৈ ঘৰি আহে যেতিয়াই কে খুলি কোৱাৰ সম্পূণ প্ৰয়োজন হোৱা নাছিল তেতিয়াই কে ি নোকোৱাকৈয়ে থাকিল কিন্তু আজিৰ চিঠিত মাকণে নিজে তাৰ ওচৰত তাইৰ সকলো প্ৰাপ্যৰ কথা খুলি কৈছে। এতিয়া সিও কথা খুলি ক ব লাগিব।

বহুত সময়লৈকে পাটীত পৰি সি চিন্তা কৰি লৈ ধৰিলে মাকণক সি কি ক ব।

পিছদিনা পৰা সি বহুত বেলিকৈ সাৰ পালে। সাৰ পাই গা পা ধই অফিচৰ মেজলৈ আহে ।নে সমতি বাইদেউ ওলায়েই গ ল।

মেজৰ ওপৰত এখন গোট গোট আখৰৰ সৰু চিঠি পৰি আছিল। চিঠিখনত লিখা আছিল তেওঁ বিশেষ সকামত তেজপুৰলৈ যাব লগা হ ল আহোতে কেইদিনমান বেলি হ ব।

কি কামত সমতি বাইদেউ কেতিয়া ক'লৈ যায় তাক জানিবলৈ চেষ্টা কৰি লাভ নাই। কাম সদায় দেশৰ কাম। দৰকাৰতকৈ কেতিয়াও এদিনো বেলি নকৰে। বেলি তৰা জোন আকাশত থকা দৰে তেওঁ চলি থাকে। সময়ত সিহঁত নোহোৱাৰ দৰেই তেৰো নোহোৱা হৈ ঠিক সময়ত পনৰায় ঘৰি আহে।

পাকঘৰত সোমাই দেখিলে সমতি বাইদেৱে আন দিনৰ দৰেই ৰুটি আৰু ভাজি তৈয়াৰ কৰি থৈ গৈছে। সি একাপ চাহ কৰি তাকে

থাকে তাৰ পিছত সংঘৰ অফিচত তলা লগাই মাকণহঁতৰ ঘৰৰ ফালে ওলাই গ'ল।

বহুত দিনৰ মৰত সি গৈ মাকণহঁতৰ ঘৰৰ এদাঁতিত থকা নিৰ্জন বাৰাণ্ডাত বহি সমুখৰ ফুলনিডৰালৈ চালে। মালীটোৱে এজোপা ফুল গছ প্ৰতিপাল কৰি আছিল গছজোপা ঠিক দুজোপা গোলাপ গছৰ মাজতে। ফুলনিখনত ম্লান ৰ দৰ পোহৰ। নবীনৰ নিজৰ ফুলৰ প্ৰতি বিশেষ অনুৰাগ নাছিল। মাকণৰ সংসগ লাভ কৰি সি কিছুমান ফুলৰ শোভা আৰু সৌন্দয ভাল পাবলৈ শিকিছিল। কিন্তু ফুলতকৈও তাৰ প্ৰিয় আছিল ভাব। কিন্তু আজি সি দেখিলে গোটেই ফুলনিখনতে এটা যেন বিষাদৰ ছাঁ। গছৰ পাতবোৰত পোকে ধৰিছে ফুলবোৰৰ সৰহ ভাগতেই ফুল নাই।

মালীটোৱেও কৰো নকৰোকৈ কাম কৰি আছে।

হঠাতে সি ঘৰটোলৈ এবাৰ চালে। ঘৰৰ বেৰবোৰত চুণ ৰং মচ খাই গৈছে। কাঠবোৰত তেলৰ চিকচিকনি নাই।

কোনোদিনে মাকণহঁতৰ ঘৰৰ ৰং সি ম্লান হোৱা দেখা নাছিল। আজি প্ৰায় আঠমাহমান সি এইফালে ম কৰা নাই। এই ছমাহৰ ভিতৰতে নিশ্চয় এই ঘৰত কি ।এটা ঘটিছে। যাৰ ফলত তাৰ শ্ৰী হেৰাই গৈছে।

আন কাল হোৱা হ লে সি অহা খবৰ পাই মাকণৰ মাক উধাতু খাই তাৰ গুৰি ওলালহিহেতেন কিন্তু আজি একো দেখোন উমঘামেই নাই।

মাকণে গা ধইছিল।

অলপ সময়ৰ পিছত অস্থিৰ হৈ পৰি সি নিজেই মাকণৰ মাকৰ কোঠা পালেগৈ। চশমা লৈ তেওঁ একান্তমনে ৰামায়ণ পঢ়ি আছিল। তাক দেখি সেইখন জপাই তালৈ নোচোৱাকৈ তলমৰকৈ ক লে বহা।

চিৰ ৰাংচালী মানুহজনীৰ মখত আজি এটা হাঁহি নাই।

তেওঁ আৰামী চকীখনত শান্ত বিষণ্ণ মনে বহি আছে। মুখৰ চেহেৰা অমসৃত ক লা পৰিছে কোৱাৰিয়েদি মাথোন তামোলৰ ৰস অকণ বৈ আহিছে।

কি হ ল মাহীদেউ? আহি কিবা জগৰ লগালো নেকি? হাঁহি নবীনে প্ৰশ্ন কৰিলে। সি মাহী স্নেহৰ বিচনাতে বহিল।

মাহীয়েকে বলেৰে হাঁহিবৰ চে টা কৰিলে কিন্তু সৰল মানহজনীৰ মধৰ ভাব অলপো পৰিবতন নহ ল। নবীনৰ নিজৰ মধৰ হাঁহিও মৰহি পৰিল।

কোঠাটোলৈ চাই সি দেখিলে কোঠাটোত এটা অদ্ভুতপব বিশংখলতা অ ৰ বস্তু ত ত পৰি আছে। গৰাকিনীৰ মন এইবোৰ অনিত্য বস্তুত যেন নাই তেওঁ যেন ৰামায়ণৰ ভিতৰত কিবা স্থায়ী নিত্য বস্তুৰ সন্ধান পাইছে।

ৰামায়ণখন ৰণি দ তৰীৰ হতুৰাই নকৈ বন্ধোৱা। এই ৰামায়ণ খন মাহীদেউৰ আজ ককাকে প্ৰকাশ কৰা প্ৰথম তাওৰ ৰ আপৰুগীয়া বস্তু সেইখন মাহীদেৱে যৌতুকৰ অলঙ্কাৰ ৰখাদি ৰাখে।

নবীনে সধিলে মাহীদেউ ৰামায়ণৰ কি পঢ়িছে ?

বিশেষ একো পঢ়া াই বিষণ্ণ চিত্তে মাহীদেৱে উত্তৰ দিলে কিছুমান নতুন ভাব মনত মেলাইছে ৰাৱণক বা মিকীয়ে নৰ নব ল কিয় ৰাক্ষস বলিলে ? আচলতে বোধহয় ৰাক্ষসেই মানহ— মানহ আৰু ৰাক্ষসৰ মাজত প্ৰভে নাই

তাৰ পিছত বহুত সময়লৈকে দয়ো মাজত কথা নাই।

মাহীদেউৰ মন্তব্যৰ মম ন ীনে ধৰিব নোৱাৰিলে সেই মন্তব্যৰ আৰত এটা কাহিনী লকাই আছে নবীনে সেই কথা নেজানে।

তেওঁৰ অন্তৰত যিকুৰা ঈষাৰ জুই দপ দপকৈ আজি সাত মাহ ধৰি জ্বলি আছে সেই ৰাই তেওঁৰ প্ৰা কেই যে অকল খৰখৰীয়াকৈ শুকাই থৈছে এনে নহয় তেওৰ ঘৰুৱা কামৰ উৎসাহো পৰি পেলাইছে। ঘৰত চূণ তেল দিয়া ফুলনি প্ৰতিপাল কৰা ঘৰৰ ভিতৰখন পৰিপাটীকৈ ৰখা একোতেই তেওৰ মন নাইকিয়া হৈছিল পঞ্চানন ফুকনক তেওঁ এদিন ভাল পাই ি য়া কৰাইছিল। পঞ্চানন ফুকনেও তেওঁক হিয়া উবৰিয়াই ভাল পাইছিল কিন্তু সেই ভালপোৱা আজি হঠাতে শুকাই গ ল।

যোৱা বছৰৰ আদিতে ফুকন বদলি হৈ শ্বিলঙলৈ গৈছিল। তাতে চম্পা খাটনিয়াৰক আচম্বিতে এদিন সন্ধিয়া সংগীতৰ মৌ মেল এখনত দেখা পাই তেওঁৰ মন চঞ্চল হৈ পৰিল। পঞ্চল্লিছ বছৰীয়া সংসাৰী গৃহস্থী ফকনৰ বুকুতো আহি মদনৰ পঞ্চশ্বে বিন্ধিলেহি। চম্পাৰ গানৰ সুৰত সুকোমল মনোহৰ অশৰীৰী মাধুৰীৰ সৃষ্টি হৈছিল।

আন্দোলন দমন অপৰাধৰ অনসন্ধান আৰু যন্ত্ৰৰ কদৰ্য বাস্তৱতাৰ স্পৰ্শত ঘটা মনৰ সংকোচনে কৰ্কশ আৰু শুকান কৰি পেলোৱা ফকনৰ অন্তৰ হঠাতে সংগীতৰ ৰসৰ সঞ্জীৱনী পাই মকুলিত হৈ পৰিল। শুকান পুখুৰীলৈ সংগীত ৰূপী কমলাকৰৱীয়ে ফ গুৰ পানীৰ সোঁত বোৱাই আনিলে

গতানগতিক গহস্থালিৰ আৰু অফিচৰ আমোলাতান্ত্ৰিক পৰিবেশৰ মেৰঘৰত থাকি ফকনে পাহৰি গৈছিল যে লোকালয়ৰ মাজতো মনোৰম কণ্ঠৰ সংগীতে লোকোত্তৰ মধৰ সৰময় ৰূপলোক সৃষ্টি কৰিব পাৰে। এদিন শুনি তেওৰ হেপাহ নপলাল। সঘনাই চম্পাৰ সংগীতৰ মৌ মেললৈ তেওঁ যাবলৈ ধৰিলে। কলা কলাকৈ চন্দ্ৰ বঢ়াদি তেওঁৰ হপাহো দিনক দিনে বাঢ়িবলৈ ধৰিলে তেওঁৰ মনত ভাব হ ল সেই ৰূপহী সংগীত সাধিকাৰ অন্তৰত নেদেখাজনে সন্দৰৰ ৰহস্যময় আঁকৰ লকাই থৈছে। সেই আকৰৰ তলী খানি সোণৰ সোলেং বিচাৰি আনিবলৈ তেওৰ অন্তৰ ব্য কুল হৈ পৰিল। জীৱনৰ অথ বিচাৰি তেওঁ সেই সংগীত সাধিকাৰ যিমানে কাষ চাপি গ ল সিমানে তেওৰ অনভৱ হ ল তেওঁ যেন নিখুত সম্পণ অখণ্ড সন্দৰৰ কাষ চাপি আহিছে।

এই দ্বিতীয় প্ৰেমত বিগত যৌৱন ফকনৰ সমগ্ৰ সত্তাই বিচাৰি পাইছিল অসীম সন্দৰৰ আহ ান।

গুৱাহাটীৰ অভিজাত পৰিয়ালৰ সমাজত কিন্তু ফকনৰ এই আন্তৰিক প্ৰেমৰ ৰূপ সম্পণ বিকৃত হৈ কলংকৰূপে প্ৰকাশ পালে। মাহীদেউৰ অন্তৰত ঈৰ্ষা হীনমন্যতা ব্যথতা আৰু দহন জ্বালাই একেলগে ভুমকি মাৰি তেওঁক সম্পণৰূপে বিকল কৰি পেলালে। চম্পা বুলি কোনোবা এগৰাকী অপৰিচিত গায়িকাই কণ্ঠসংগীতৰ যাদুৰ বলেৰে তেওঁৰ সতী হৃদয়ৰ বেদীত সযতনে প্ৰতিষ্ঠিত স্বামী দেৱতাক অপহৰণ কৰি নি জগতৰ অ গত তেওঁক নিঃস্ব আৰু উপহাসৰ পাত্ৰী কৰি থৈ যাব এই কথা তেওঁৰ সহ্য নহ ল। নিঃসহায় হৈ ঘৰৰ ভিতৰতে বোহ পাতি তেও অনশন ব্ৰত আৰম্ভ কৰি দিলে।

পৰিয়ালৰ জ্যেষ্ঠ পকষ অধ্যাপক ৰবিচন্দ্ৰই বোৱাৰীয়েকৰ এই দুঃখ সহ্য কৰিব নোৱাৰিলে। পকষ চিত্তত মাজে মাজে যে মোহিনীয়ে বিকৃতিৰ সৃষ্টি কৰেহি,তাৰ প্ৰমাণ হৰমোহনতেই বিদ্যমান। শিৱৰ দৰে জিতেন্দ্ৰিয় পকষৰেই যদি এনে দশা তেন্তে পঞ্চানন ফকন কোন

কুটা। সেই বাবে তেওঁ মঠেই বিচলিত হোৱা নাছিল। কিন্তু সম্ভ্ৰান্ত বোৱাৰীয়েকৰ দু খত তেৱোঁ কাতৰ হ'বলৈ বাধ্য হ ল।

দদিনমানৰ পিছতে তেওঁ মটৰেৰে গৈ শ্বিলঙত উপস্থিত হ লগৈ। তাত তেওৰ বন্ধু ইংৰাজ আই জি পিক সকলো কথা ঘৰুৱাভাৱে জনাই চিৰবাধ্য ভ্ৰাতৃক শি টাচাৰ কুলাচাৰ আৰু সদাচাৰৰ দোহাই দি টোপোলা টোপলিৰে সৈতে আনি মাহীদেউক চমজাই দিলেহি। চম্পাৰ মৌ মেলৰ ি বা ক্ষতি হ ল নে নাই তাক জানিব পৰা নগ ল কিন্তু ফকনৰ অন্তৰ ক্ৰ ৰ বাস্তৱৰ হাতৰ স্পশত নিলাজী বনৰ দৰে জয় পৰি গ ল।

পঞ্চানন ফকনে ৰূপ লোকৰপৰা আহি লোকালয়ত প্ৰৱেশ কৰি অন্তৰ আৰু বাহিৰ ক তো সুখ নেপালে। চম্পাৰ মতিয়ে তেওক শয়নে সপোনে সততে আমনি কৰিবলৈ ধৰিলে। একে কোঠাৰ একেখন শেতেলীত শুয়ো তেও মাহীদেউক দে । নোপোৱা হ ল। এই সময়ত মাহীদেৱে কামাখ্যালৈ ঘিউ চাকি আৰু ন গ্ৰহলৈ শনি জাৰ শৰাই আগবঢ়াই মহাদেউ ক ঘোৰ কুৎসিৎ নাৰী মায়াৰ মোহৰ পৰা উদ্ধাৰ কৰিবলৈ চে ৩া কৰিছিল। কিন্তু দেৱ দেৱতা সকলো বিমুখ হ ল। মহাদেৱে সৰু ল ৰাব দৰে মাহীদেউৰ আগত মায়াবিনী চম্পাৰ অন্তৰত লকাই থকা সেই ৰূপ লোকৰ সন্ধানত তেও কেনেকৈ ব ৰাগী হ ল তাক বণালে কিন্তু সেই স্বীকাৰোক্তিয়ে মাহীদেউৰ অন্তৰত ঈষাৰ জুই দগুণে জ্বলালে সতীৰ প্ৰেমৰ প্ৰতি এই অবমাননা তেওঁ সহ্য নহ ল। তদপৰি তেওঁ মন কৰিলে গিৰিয়েক কিঞ্চিৎমানো অনত ত নহয়।

তাৰ পিছত তেৱোঁ কঠোৰ ৰূপ ধাৰণ কৰিলে। তেওঁৰ ভাব হ ল তেওৰ স্বামীয়ে লক্ষীন্দৰৰ দৰে কাল ।গিনীৰ খোটত মৃত্যুবৰণ কৰিছে। তেওঁ মনে মনে ঠিক কৰিলে তেওঁক যেতিয়ালৈকে তেও জীয়াই তুলিব নোৱাৰে তেতিয়ালৈকে তেও অন্তৰেৰে ভগবানক প্ৰাথনা কৰিব উদাসিনীৰ বেশেৰে।

পঞ্চানন ফকনে ঘৰত থাকি অকণো শান্তি নোপোৱা হ ল। ঘৰৰ বাহিৰৰ মকলিত শান্তি বিচাৰি তেওঁ হাহাকাৰ কৰিবলৈ ধৰিলে। প্ৰাণে বিচাৰিলে নিষ্কৃতি।

ঠিক সেই সময়তে তেওক ইম্ফললৈ বদলি কৰা হ ল। তেওঁ যেন ঘৰৰ গোতাশালৰ পৰা মুক্তি পালে এনে ভাব হ ল তেওঁৰ।

ই ফুল তেতিয়া আছিল জাপানী সেনাবাহিনীৰ দ্বাৰা অৱৰুদ্ধ চহৰ। তাৰ জীৱন আছিল উত্তেজনাপূৰ্ণ। পঞ্চানন ফুকনৰ গাত ভাৰ পৰিল চহৰৰ সাধাৰণ আইন শৃংখলা ৰক্ষা কৰাৰ। সেই কামৰ মাজত এতিয়া তেওঁ সম্পূৰ্ণৰূপে আত্মবিলীন কৰি দিছে। শান্তি পোৱা নাই কিন্তু আত্মাৰ যন্ত্ৰণাৰপৰা নিস্তাৰ পাইছে।

গুৱাহাটীত মাহীদেৱে অপেক্ষা কৰিছে ফুকনৰ সম্পূৰ্ণ নৈতিক আৰোগ্যৰ দিনলৈ। কিন্তু কোনে জানে কেতিয়া সেই দিন আহিব?

এতিয়া মাহীদেউৰ জীৱন হৈছে এক সুদীৰ্ঘ অপেক্ষা। তেওঁৰ প্ৰাণত এক উদাস ৰাগিনী বাজিছে।

নবীনহঁতে সাম্ৰাজ্যবাদী চৰকাৰৰ কুকাৰ্যৰ লগত যেনেকৈ অসহযোগ কৰিছে তেৱোঁ আজি কিছুদিন ধৰি গিৰিয়েকৰ দুৰাচাৰৰ লগত দেহেচিতে অসহযোগ কৰিছে। পাপৰ পথৰপৰা ঘূৰাই আনি ধৰ্মৰ পথত তেওঁক সংস্থাপন কৰাই তেওঁৰ উদ্দেশ্য। নহলে গিৰিয়েক আৰু তেওঁৰ মোক্ষ নহ'ব। তেওঁৰ বিশ্বাস হৈছে এই অসহযোগৰ ফলত ধীৰে ধীৰে গিৰিয়েকে ৰাৱণৰ পথ এৰি ৰামৰ পথ লবলৈ সন্মতি পাব।

ফুকনে আচম্বিতে ই ফুললৈ গমন কৰা আগৰ নিশা ৰাতি এই অসহযোগ অতি নিৰ্মম ৰূপত প্ৰকাশ পাইছিল।

কলিকতাৰ দত্ত পৰিয়ালৰ লগত অসমৰ কেইবাটাও সম্ভ্ৰান্ত পৰিয়ালৰ অসীম মিলা প্ৰীতি আছিল। পৰিয়াল কেইটাৰ মাজত স্থায়ী সংযোগ ঘটিছিল। নৰেশ দত্ত আছিল সুমধুৰ প্ৰতিভাৰ মানুহ। তেওঁ এহাতে অধ্যাপনা আৰু গৱেষণা কৰিছিল প্ৰেছিডেন্সী কলেজত। আনহাতে শ্বিলং আৰু গুৱাহাটীৰ বিজুলী শক্তি কাৰখানাৰ অংশীদাৰ হৈ অসমত ব্যৱসায়ো চলাইছিল। ৰবিচন্দ্ৰ পঞ্চানন চিৰাজুদ্দিন সদানন্দ এওঁলোক আটাই কেইজনেই নৰেশ দত্তৰ প্ৰিয় ছাত্ৰ আছিল। সেই সূত্ৰে তেওঁৰ পৰিয়ালৰ লগতো কলেজীয়া দিনতে তেওঁলোকৰ গাঢ় সম্পৰ্ক ঘটিছিল।

সেই নৰেশ দত্তৰ সৰু পুতেকে আই পি এছ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰি এছ পি হৈ তেজপুৰলৈ আহিছিল। গুৱাহাটীত আহি চিৰাজুদ্দিনৰ প্ৰকাণ্ড ভাৰা ঘৰত তেওঁ দুদিন আছিলহি। শেহৰ দিনা ৰাতি পঞ্চানন ফুকনে তেওঁক ঘৰত খাবলৈ মাতিছিল। অসহযোগী মাহীদেৱে সেইদিনাও ৰান্ধি বাঢ়ি দিলে কিন্তু নিজে আলহীৰ আগত নোলাল। তেওঁৰ ঠাইত মাকণে অতিথি শুশ্ৰূষা কৰিব লগা হ'ল।

মাহীদেউৰ অসহযোগৰ মাত্ৰা সেই দিনা চৰম সীমাত উপনীত হৈছিলগৈ। পঞ্চানন ফুকনে ভয়ানক আঘাত পালে। ঘৰত পৰৰ দৰে থকা তেওঁৰ পক্ষে অসহ্য হৈ পৰিল। আলহী যোৱাৰ পিছত ফুকনে সেইদিনা ঘৈণীয়েকক উৰাই ঘৰাই তিৰস্কাৰ কৰিলে। ফলস্বৰূপে অভিমানী মাহীদেউৰ মনত লগে লগে এটা প্ৰচণ্ড বিক্ষোভ হ'ল। সেই দিনা ৰাতিয়েই তেওঁ মাকৰ ঘৰলৈ যাবলৈ টালি টোপোলা বান্ধি ওৰে ৰাতি দুদৰ কোঠাত ৰামায়ণ পঢ়ি কটালে। শোৱা কোঠালৈ ভুমকিকে নেমাৰিলে।

কিন্তু ভাগ্যৰ নিৰ্দেশ আছিল বেলেগ। পিছদিনা পুৱাই ফুকনে ২৪ ঘণ্টাৰ ভিতৰত ই ফললৈ যাবলৈ আই জি পিৰ পৰা নিৰ্দেশ পালে। অকণো পলম নকৰি টোপোলা টোপলি বান্ধি তেওঁ পৰাই নবৰ্মিত সৰভোগ এৰোড্ৰমলৈ পুলিচ জীপেৰে চাপলি হৈ লি মিলিটেৰী প্লেনত ইম্ফললৈ যাত্ৰা কৰিলে। যাবৰ সময়ত শিষ্টাচাৰৰ খাতিৰত মাথোন মাহীদেউক এষাৰ মাত লগাই গ'ল। মাহীদেউৰ বন্ধা টোপোলা বন্ধা ভাগেই ৰ'ল। তেওঁৰ সত অভিমান গোট মাৰি হিমালয়ৰ প্ৰকাণ্ড বৰফ চপৰাৰ দৰে হ'ল

মাহীদেউ ঘৰতে থাকিল কিন্তু তেওঁৰ মনৰ অভিমান বাহিৰৰ কামত বিপৰীত ৰূপত প্ৰকাশ পাবলৈ ধৰিলে। ঘৰৰ কাম বনত তেওঁ একান্তমনে লাগিব নোৱাৰা হ'ল। মাটিবাৰী চম্ভালাৰ ভাৰ এৰি দিলে বেঠাৰাম মহৰীক। উজনিৰ চাহ বাগানত মেনেজাৰি কৰা দদলৈও চিঠিপত্ৰ দিবলৈ এৰি দিলে। বাৰীৰ মালী ঘৰৰ চাকৰ সকলো সোৰোপা হ'বলৈ আৰম্ভ কৰিলে। ফুকনৰ হৃদয়ত তেওঁৰ অভিমানে বিন্দু মাত্ৰও প্ৰভাৱ পেলাইছে বুলি সংকেত নেপাই লাহে লাহে তেওঁৰ অন্তৰ এক অদ্ভুতপৰ অনিৰাপত্তাৰ ভাবৰ আঘাতত চূৰ্ণ বিচূৰ্ণ হবৰ উপক্ৰম হ'ল তেতিয়াৰ পৰা পূৰ্ণিমাকো তেওঁৰ অমাবস্যা যেন বোধ হবলৈ ধৰিলে।

আজিকালি তেওঁ ৰামায়ণ পঢ়িলে মন্দোদৰীৰ দুখৰ কথাহে ভাবে সীতাৰ দুখৰ কথা নহয়। অন্বেষণৰত সুন্দৰী সতী থকা সত্ত্বেও ৰাৱণে অশোক বনত নি সীতাক লগ পোৱাৰ কিবা কাৰণ থাকিব পাৰে বুলি তেওঁ ভাবিবলৈকে টান পায়।

কিন্তু লাহে লাহে তেওঁৰ ধাৰণা হ'ল পৃথিৱীত সৰহ ভাগ পুৰুষেই ৰাৱণ ৰামৰ সংখ্যা অতি নগণ্য। মানহ আচলতে ৰাক্ষস।

মাহীদেউৰ মনৰ গোপন খবৰবোৰ তেতিয়ালৈকে শোৱাকোঠাৰ বাজ হোৱা নাছিল। ফুকন খিলঞ্জৰ শিখৰৰপৰা নামি গৃহবাসী হোৱাৰ লগে লগে চন্দ্ৰৰ কলংকৰ দৰে উপকৰা দাম্পত্য মিলনৰ বাপোৰাজী পোহৰৰ উজ্জ্বলতাৰ আঁৰত তেওঁ কলংকও ঢাক খাই গৈছিল। সেই বাবে ফুকনৰ ই ফল্ল গমনে দীঘলীপখুৰী ঘোৰপথৰীৰ পানীত এটা বৰবৰণিও নতুলিলে।

সংঘৰ ভিক্ষু নবীনৰ পক্ষে শোৱা কোঠাৰ সেই ধমহাত ভাগি চিগি পৰা মাহী উৰ অন্তৰৰ মমবাণী বজা দ সাধ্য আছিল। সহস্ৰজনৰ উদ্ধাৰেই যাৰ চিন্তাৰ প্ৰকৃতি এতিয়ালৈকে নিণয় কৰি আহিছে তাৰ মনে মাহীদেউৰ ৰামায়ণৰ ওলোটা ব্যাখ্যাৰ কাৰণ মাহীদেউৰ হৃদয়ৰ বাহিৰত যে বিচাি যাব তাত আৰু আচৰিত হ ব লগা কি আছে।

নবীনৰ ধাৰণা হৈছিল মহাযুদ্ধই গুৱাহাটীৰ দেহত জন্ম দিয়া কুষ্ঠৰ ক্ষতবোৰ দেখিয়েই মাহীদেৱে ৰামায়ণৰ ওভোতা ব্যাখ্যা কৰিবলৈ লৈছে

খবৰ কাগজে দৈনিক হত্যাকাণ্ড আৰু ধ্বংসৰ খবৰ আনিছে। অথহীন হত্যাকাণ্ড। গুৱাহাটী ষ্টেশ্যনত নিতৌ নামিছেহি মৰা সেনা আহত সেনা বন্দী জাপানী। চহৰৰ আলিয়েদি মৰাদেহ গৈছে নৱগ্ৰহৰ মশানৰ কাষৰতে পতা চিমেট্ৰিলৈ। কবৰ খানি শিলৰ স্লেব সাজি তাত মৃতকৰ পৰিচয় লিপি লিখি গৈছে কোনো অজ্ঞাত মিলিটেৰী শিল্পীয়ে তাতো এটা নলা খানি ক্ৰ আৰু মিত্ৰৰ মৰাশ দভাগে বেলেগকৈ পতিছে। অথহীন বিভাগ। অকল জানো হত্যাকাণ্ডই কিবা! কহিমাৰ আৰু ইম্ফলৰ আশে পাশে প্ৰচণ্ড যদ্ধ চলিছে ৰাজ্যৰ বাবে। ৰাজ্য লি সা কাৰ প্ৰবল ক ব নোৱাৰি। বৃটিছৰ নে জাপানীৰ।

অথহীন ৰাজ্য লি সা ধন লি সা নাৰী লিপ্সা। অথহীন। চহৰৰ বুকুত সেই লি সাৰ বিকট দৃশ্য দেখি সম্ভ্ৰান্ত কুলবধৰ অন্তৰত পকম যে ৰাম হৈ নোলাই ৰাৱণ হৈ ওলাব তাক বিনা প্ৰয়াসে ধৰিব পাৰি। মাহীদেউৰ ঘৰৰ দই নল্লমান আঁতৰত ভতিজা জোৱাই মন্মথ চৌধৰীৰ উঠোতে বহোতে খাওঁতে-বওঁতে কেৱল এটাই চিন্তা ধন ঘটা। মিলিটেৰীয়ে ৰুটা তুলাপাতৰ দৰে নোট চটিয়াইছে চুৰনিৰ চুৰা বোটলা কাউৰীৰ দৰে জাক পাতি মানুহে হাত পাতিছে। ধনৰ লি সাত বোলে হিন্দুৱে গৰু বেচিছে মুছলমানে বেচিছে মদ। ধনৰ লিপ্সাত এম-ই এছ আৰু অন্যান্য মিলিটেৰী ষ্টৰৰ পৰা চোৰাংকৈ বস্তু আনিছে মানহে

লাভত বেচি ৰাতিটোৰ ভিতৰতে ধনী হ'ব লৈ। ফাঁচী বজাৰৰ গোলাৰ বেপাৰীয়ে চাউল মিঠাতেলৰ ক লা বজাৰ চলাই ৰাতিটোৰ ভিতৰতে লাখপতি হৈছে। হৰি! হৰি!! মানহ হৈ পৰিছে বস্তু। গুৱাহাটীত আগতে কেইজনীমান বেশ্যা আছিল এতিয়া তাৰ সংখ্যা বোলে হঠাতে হুশলৈ উঠিছে। শ্ৰীবিষ্ণু। এইবোৰ কথা শুনিলে কাণত ঠিলা দিব লা গ।

এইবিলাকৰ সৰহ ভাগ কাণ্ড পৰুষৰে মাহীদেউৰ ভুল হোৱা নাই। এই লি সাৰ নামেই ৰাৱ

যগে যগে ৰাৱণসকলে মানহৰ এই লি সাকে প্ৰদৰ্শ কৰিছে। কিন্তু ৰামসকলে ইমান দিনে সেই লি সাৰ বিৰুদ্ধে সফলভাৱে সংগ্ৰাম কৰি মানহক সংযমো শিকাইছিল। আজি যেন সিহতৰ কুল শেষ হৈ গৈছে। মহাত্মা গান্ধীও জেলত বিমলদা মদনাপল্লীলৈ গ ল। বৰদলৈয়ে ঘাই সঁতিয়েদি নাও নিব নোৱাৰি চেৰা সতিয়েদি নাও নিব খজিছে— বিশ্ববিদ্যালয়ৰ আন্দোলন চলাইছে। বিশ্ববিদ্যালয়ৰ শিক্ষাই কি সোণৰ সোলেংটো আনি দিবহি লি সা বিভ্ৰান্ত এই চহৰক? সৎ মানহবোৰ হয় জেলত নহয় জুহালৰ মেলত। ৰামসকল হয় নিৰ্বাসিত নহয় গহত অন্তৰীণ। তাৰে একোজন ৰাম হবলৈ যত্ন কৰিছে একোজনে ৰাৱণ। তাকে ধৰিব নোৱাৰাকৈ।

যিসকলে জীৱনৰ উদ্দেশ্য ব্যাখ্যা কৰিবলৈ শ্ৰৱণী ডবা বজাই বিভ্ৰান্ত ভকতসকলক নাম ঘৰলৈ মাতি আনিব লাগিছিল সেই অধ্যাপক বদ্ধিজীৱিসকল নিজেই বিভ্ৰান্ত। স্বয়ং অধ্যাপক ৰবিচন্দ্ৰই দুৰ্নীতিৰ আৰু শোষণৰ গছৰ গুৰিত পানী দিছে যদ্ধৰ প্ৰচাৰ কাম কৰি বৃটিছ বিষয়াৰ সাম্ৰাজ্য ৰক্ষাৰ শাসনত সম্মতি জনাই আৰু দেশপ্ৰেমিক সকলৰ দলনত নিৰপেক্ষ থাকি। এখন নতুন বাগান কিনিছে তেওঁ আৰু তেওঁৰ ধনী অসমীয়া বন্ধ বান্ধৱসকল মিলি। বৰ গছৰ ছাঁত যে তামোলৰ পলি নেলাগে জামনী বনো নগজে এই কথা তেও পাহৰি গৈছে। মণিৰাম দেৱানৰ চাহ-বাগান ক লৈ গ ল? বৰ বৰ কোম্পানীয়ে কেতিয়া সৰু কোম্পানীক গ্ৰাস কৰে কোনে জানে?

সকলো ৰাৱণ হোৱাৰ পথত ঠিকেই কৈছে মাহীদেৱে।

মাহীদেউৰ বিচনাত সহজ হৈ নবীন বহিল।

এই অভিশপ্ত চহৰক যদি কোনোবাই ৰক্ষা কৰিব পাৰে তেন্তে সংযমই। মনে মনে সি সংকল্প কৰিছে সংযমৰ শক্তি বঢ়াবৰ বাবে সি

এখন মাহিলী উলিয়াব আৰু মাহিলীৰ প জি টনকিয়াল হ লে এখন দৈনিক উলিয়াব।

শব্দৰ পাঞ্চজন্য বজাই সি চহৰক জগাব। শব্দ হ ব তাৰ ধনবান। সি স্প টভাৱে বজি পাইছে ৰাৱণৰ প্ৰাধান্য নাশ কৰিবৰ বাবে প্ৰয়োজন সমতাৰ বাণীৰে উদ্ব দ্ধ এক সংঘবদ্ধ শক্তিৰ। এইবিলাক কামৰ লক্ষ্য হ ব সমতাৰ চেতনা জগোৱা।

সি ক লে এটা কথা মাহীদেউ।

কি ? তাৰ মখলৈ চাই শান্তভাৱে মাহীদেৱে ক লে।

আপুনি ঠিকেই দেখা পাইছে। সি উত্তেজিত স্বৰে উত্তৰ দিলে ৰাৱণক দমন কৰাৰ এটাই পন্থা আছে মাহীদেউ ?

কি ? আগ্ৰহেৰে মাহীদেৱে সধিলে।

বিবিধ অসমতা দূৰীকৰণ। সকলো লি সাৰ উৎপত্তি অসমতাত। কত অসমতা আছে মাহীদেউ! বগাৰ লগত ক লা পৰুষৰ লগত নাৰী ব্ৰাহ্মণৰ লগত হৰিজন ক্ষমতাবানৰ লগত ক্ষমতাহীন প জি পতিৰ লগত বনৱা সাম্ৰাজ্যবাদৰ লগত উপনিবেশ—কত অসমতা মাহীদেউ। এইবোৰ অসমতাৰ বাবেই যদ্ধ ধনলি সা নাৰী নিযাতন দাৰিদ্ৰ্য আদি হৈছে। এই অসমতাই চহৰখন যেতিয়ালৈকে ভেদি থাকে তেতিয়ালৈকে ৰাৱ ৰ লি সা থাকিব।

সমতা শব্দটো সংঘত যিমান মকলি মনেৰে ব্যৱহাৰ কৰিব পাৰি ফকনৰ পৰিয়ালত যে সিমান মকলি মনেৰে নোৱাৰি সেই কথা নবীনে গমেই ধৰিব পৰা নাছিল

শিষ্টাচাৰৰ খাতি ত কেতিয়াবা কোনোবাই শব্দটো ইয়াত উচ্চাৰণ কৰিলেও তাক সম্পণৰূপে নপংসক কৰিহে বাহিৰলৈ উলিওৱা হয়। ফুকনৰ ঘৰৰ দশন ব্যাখ্যা কৰে অধ্যাপক ৰবিচন্দ্ৰই। তেওঁৰ মতে সমতা শব্দৰ অথ অতি বেছি কৰুণা বা দান। পাঁচোটা আঙুলি যেনেকৈ সমান নহয় তেনেকৈ মানহো সমান নহয়। সেই বাবেই খেনো হয় সম্ৰাট খেনো হয় ফটপাথৰ ভিখাৰী। খেনো হয় বিৰলা খেনো হয় পাততোলা বনুৱা। খেনো হয় মহাত্মা গান্ধী খেনো হয় হিটলাৰ। এই ক্ৰমে সকলো যগতে অসমতাৰ সৃষ্টি হয়।

মাহীদেৱে ৰামায়ণ পথিখন সামৰি ঠগীৰে সৈতে ওচৰৰ মেজত থৈ গ ল।

সমতা শব্দটোৱে সচৰাচৰ কৰা দৰেই তেওঁৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰিলে। তেওঁ হাঁহি ক লে তুমি সমতা শব্দটো ইমান নিৰ্ভয়ে উচ্চাৰণ কৰিব পাৰিছা তাৰ কাৰণ তুমি হৈছা সংঘৰ ভিক্ষু। কিন্তু আমাৰ বেলতলাত আছে আধি মাটি উজনিত আছে বাগান আৰু আছে চৰকাৰী চাকৰি তুমি এটা শব্দৰ বান মাৰি আমাক নাগপাশেৰে বান্ধি সেইবোৰ আলাসত চাং পতা কথা। তোমাৰ দৰে ডেকাৰ মুখত শোভা নাপায়। সমতা কেতিয়াও নহয় এই ধৰণীত। চাহাবেই থাকিব সদায়। তাতকৈ বৰং ৰামৰ পথেই ভাল। ৰাৱণৰ স্বভাৱ শুধৰাব লাগিব।

নবীনে দেখি লে আগৰপৰা শুৰিলৈকে তাৰ বজাত ভুল হৈছিল। মাহীদেউ ফুকন পৰিয়ালৰ বনিয়াদী গহি া হৈয়েই আছে। সম্ভৱতঃ আনকিবা দঃখত হে মাহীদেৱে মানহক ৰাৱণৰ লগত তুলনা কৰিছিল। সি নিৰাশ হৈ ক'লে ইমান সহজতো মত সলাব নোৱাৰি মাহীদেউ তদপৰি গাঁৱৰ মানহ আৰু বাগানৰ বনৱাৰ মন মই অলপ ভালকৈ জানো। আপোনালোকৰ হাতত মাটি আৰু বাগান একো নেথাকে এদি সিহঁতেই হ ব অধিকাৰী। অৱশ্যে দিন আছে। বাৰু সেইবোৰ এতিয়া যাওক। কিন্তু আপনিনো হঠাতে পৰুষৰ ওপৰত খড়গহস্ত হৈছিল কিয়? কওকচোন।

সেইবোৰ জানি তোমাৰ একো লাভ নাই নবীন। বিষণ্ণ কণ্ঠে মাহীদেৱে উত্তৰ দিলে কিছুমান সমস্যা আছে যিবোৰ কোনেও কাকো ক ব নোৱাৰে। তাৰ বোজা মানহে অকলে অকলে বহন কৰিব লাগে। বিশেষকৈ মাইকী মানহে।

মই কিন্তু এগৰাকী নাৰীৰ কথা জানো যি একান্ত নিজা সমস্যাও গোপন নকৰে নবীনে উত্তৰ দিলে।

তুমি সমতিৰ কথা কৈছা? হাঁহি মাহীদেৱে উত্তৰ দিলে নাই মই বিশ্বাস নকৰো। নাৰীৰ দেহটোৱেই জঞ্জাল মনটোৰ কথাটো ক বই নেলাগে। কাজেই গোপনীয়তা কিছু থাকিবই। মাহীদেৱে হুমনিয়াহ ছাৰি অলপ বৈ পনৰ ক লে অৱশে সমতিৰ এটা সুবিধা আছে। তেওঁৰ বিমল মানহ হিচাপে উত্তম। পৰাপক্ষত পৰুষৰ অধিকাৰ খটুৱাই সুমতিক কোনো দিনে তেওঁ বঞ্চনা কৰা নাই। সুমতিৰ স্বাধীনতা আমাতকৈ বহুত বেছি

নবীনে প্ৰথমবাৰলৈ উপলব্ধি কৰিলে মাহীদেউৰ বেদনা একান্ত ভাবে নাৰীৰ বেদনা। এতিয়া তাৰ মনত পৰিষ্কাৰ হৈ গ'ল কিয় মাহীদেউৰ ঘৰখন শ্ৰীহীন আৰু ফুলনিখন মোলান পৰিছে।

কিন্তু সেই বেদনা প্ৰকৃততে কি তাক ধৰা তাৰ পক্ষে সম্ভৱ নহ'ল। মাহীদেউৰ কোঠাটো যেন বিষণ্ণ মৰিশালী। তেওঁৰ মুখৰ ৰেখাবোৰত এটা যেন প্ৰতিবাদৰ ধ্বনি ফুটি উঠিছে। তেওঁৰ ৰাৱণ কিজানি ৰামায়ণখনৰ গুচৰতে ক'ৰবাত অশৰীৰী ছাঁয়া হৈ লুকাই আছে। সি কিছুপৰ মাহীদেউৰ মুখলৈ ভেবা লাগি চাই ৰ'ল।

সেই মুখখনে যেন তাক কৈছে সকলো থাকিও মোৰ একো নাই নবীন এই ঘৰত আজি মই প্ৰকৃতপক্ষে অবলা

মাহীদেউৰ ভাব হ'ল নবীনে যেন সকলো জানি পেলাইছে। তেওঁৰ মুখখন লাজত ৰঙা পৰি গ'ল

নাই এই দবলতা প্ৰকাশ অনচিত হৈছে মাহীদেৱে ভাবিলে। দদ তেওৰ মানত যেনেকুৱা বীনো তেওৰ মনত তেনেকুৱা সৰুৰে পৰা এই ঘৰলৈ তাৰ অবাধ প্ৰৱেশ পত্ৰ। সৰুতে খেলিবলৈ আহিছিল। কলেজত থাকোতে দদৰ লগত প ঢ়বলৈ মাজে মাজে আহি কেতিয়াবা ৰাতিও কটাই দিছিল দদৰ কোঠাত। বিয়াল্লিছ আন্দোলনৰ কালত সেই দদৰ কোঠাতে লকাই মাজে মাজে থাকিছিলহি। মাজে মাজে তাত মেল বহিছিল গুপত মেল কেতিয়াবা মাকণে তাতে বহি লিফলেট ি খিছিল পিছত সিহতৰ এই কামবোৰৰ বাবেই মহা দেৱেকৰ পদোন্নতি চৰকাৰে বন্ধ কৰি থৈছিল

সেই নবীন তেওঁৰ স্নেহৰ পাত্ৰ। কিন্তু অন্তৰৰ গোপনতম কথাৰ ভাগী সি হ'ব নোৱাৰে

তদুপৰি আজি ইয়ালৈ সি আহিছে কন্যা প্ৰাৰ্থী হৈ। এই বিষয়ে তেওৰ বিন্দমাত্ৰও সন্দেহ নাই।

তেওঁৰ হৃদয়ত নবীনৰ প্ৰতি অসীম স্নেহৰ উদয় হৈছিল। তাৰ মুখখন সংসাৰৰ গ্লানি আৰু পাপে কলুষিত কৰা নাই। সি আনৰ দুখ নিজৰ বুলি সহজে গ্ৰহণ কৰিব পাৰে।

হঠাতে তেওঁৰ মনত পৰিল কালি ৰত্নাকৰ ঘৰত শ্ৰাদ্ধৰ শেষত হোৱা পাকঘৰৰ গোপনীয় পাৰিবাৰিক মেলৰ কথা। তাত মাকণক বৰ্জিতলৈ ধৰিবলৈ সিদ্ধান্ত হৈ গৈছে। ৰত্নাকৰ দৃঢ় বিশ্বাস বায়

বাহাদৰ সদানন্দ বৰুৱাই এই প্ৰস্তাৱত সহজেই সন্মতি দিব। ইতিমধ্যে দই পৰিয়ালৰ মাজত এটা নতুন দৃঢ় ব্যৱসায়িক সম্পৰ্ক গঢ়ি উঠিছে। ফকনহতৰ বাগানখনৰ তেৱোঁ ডাঙৰ অংশীদাৰত পৰিণত হৈছে। পবতে বাগান পাতিবলৈ কৰা বজন ধাৰৰ ধন সোধোৱাৰ বাবে এই অভিনৱ ব্যৱস্থা লোৱা হ ল। এতিয়া এই নতুন ব্যৱসায়িক সম্বন্ধ তেজ মঙহৰ সম্বন্ধলৈ ৰূপান্তৰিত কৰিবৰ বাবেই বৰজনাকে মাকণক ৰঞ্জিতলৈ বিয়া দিব খুজিছে। অগাধ সম্পত্তিৰ মালিক সদানন্দ বৰুৱা। ঘৈণীয়েকে বিধি পথালি নিদিয়া হ লে সদশনাৰ লগতে ৰঞ্জিতৰ বিয়াখন হৈ গ ল হেতেন। কিন্তু সেই সযোগ গ ল। এতিয়া ৰায়বাহাদুৰে পতেকৰ বিয়া পাতিবলৈ দঢ় সংকল্প গ্ৰহণ কৰিছে। নকলো আহিছে বহুত। গতিকে লৰালৰি নকৰিলে বিপদ আছে। সেই বাবে বৰজ াকে ওয়াৰলেছ মেছেজ দি ই ফলৰ পৰা ভায়েকৰ সন্মতি আনিছে।

সদশনাৰ প্ৰস্তাৱ তোলোতে বাধা দিছিল জাকে। মাকণৰ প্ৰস্তাৱ দিব খোজোতে সেইদিনা মেলত প্ৰতিবাদ জনাইছিল মাহীদেৱে তেওঁ মাকণৰ ইচ্ছাৰ কথা স্পষ্টভাৱে বৰজনাকক জনাইছিল। নবীনৰ কথাটোও উল্লেখ ক ি ছিল।

কিন্তু এইবাৰ বৰজনাকে মাইকী মানহৰ কথা শুনি প ি য়ালৰ স্বাথত বাগী কুঠাৰ মাৰিবলৈ ৰাজী নহ ল। প্ৰেমৰ বিষয়ে তেওঁৰ ধাৰণা আগৰ দৰে দঢ় নহয়। ইতিমধ্যে তেও দেখি শুনি ঠেকি শিকিছে। চকুৰ আগত সদশনা আৰু ৰঞ্জিতৰ প্ৰেমৰ সলি সমাধি হ ল তথাপি একো এটা বিপযয় নঘটিল সদশনাৰ মনত দখ হুয়তো থাকি গ ল কিন্তু তাই নতুন সংসাৰ গ্ৰহণ কৰি ছোৱালীৰ মাকো হ ল। প্ৰেম আৰু বিয়াৰ মাজত যে স্থায়ী সম্পক নাই সেই কথা পঞ্চাননৰ বিবাহিত জীৱনৰ পৰাই পোৱা যায়। প্ৰেমত মজি দয়ো দইকো এদিন বিয়া কৰাইছিল। কিন্তু এতিয়া কি হ ল? পঞ্চাননৰ হৃদয়ত আকৌ এবাৰ মদনৰ পঞ্চ শৰ লাগিল। ক লৈ গ ল সেই যৌৱনৰ প্ৰেম? বৰজনাকে সেই বাবে প্ৰেমক বিয়াৰ একমাত্ৰ আধাৰ কৰিবলৈ ৰাজী নহয়। নবীনৰ প্ৰাৰ্থীত্ব সেই বাবে প্ৰত্যাখ্যান কৰা গ ল। তাৰ অৱস্থা নাই প্ৰেমহে আছে। ৰঞ্জিতৰ অৱস্থা আছে প্ৰেম নাই। কিন্তু পাত্ৰৰ অৱস্থা থকাটো বেছি আৱশ্যকীয়। ঈশ্বৰে কৰিলে বিয়াৰ পিছতো ৰঞ্জিত আৰু মাকণৰ মাজত প্ৰেমৰ উদয় হ ব।

দৰিদ্ৰ শিৱৰ লগত ধনী পাৰ্বতীৰ বিয়া হোৱাৰ কথাটো এটা অৰ্থহীন মীথ। তাত অধ্যাপক ৰবিচন্দ্ৰৰ বিন্দু মাত্ৰও আস্থা নাই। তেওঁৰ কথাবোৰ এতিয়াও মাহীদেউ কাণত বাজি আছে ঃ পৰিয়ালৰ স্বাৰ্থ ৰক্ষা আমাৰ প্ৰথম বিবেচনাৰ বিষয়। মাকণেও এই কথা জনা ভাল নবীনে তাইৰ উপযুক্ত প্ৰেমিক হ'ব পাৰে কিন্তু উপযুক্ত স্বামী হ'ব নোৱাৰে। তদপৰি ৰাজনৈতিক মতামতত নবীন সমেক আমি কুমেক। মিল নাই। পঞ্চানন এই মাহতে ডি আই জি হোৱাৰ কথা। মণিপৰত তাৰ বৰ নাম হৈছে। নবীনৰ লগত তাইৰ বিয়া হ'লে তাইতো পস্তাবই বাপেকৰো পদোন্নতি নহ'ব

এই যুক্তিবোৰত কিবা ত্ৰুটি আছে যেন লাগিলেও কিহত ত্ৰুটি আছে তাক সঠিক ধৰিব নোৱাৰিলে মাহীদেৱে প্ৰতিবাদ কৰিব খুজিও তেও বজিলে তেওঁৰ ভাবো নাই ভাষাও নাই। ৰৰজনাকৰ দৰে তেওঁ কথাবোৰ ফঁহিয়াই ক'বও নেজানে। সেই বাবে মেলৰ পিছলৈ তেও নীৰৱ হৈ থাকিল। ফলত নিৰ্বিবাদে সেই সিদ্ধান্ত তেওঁ মানি লব লগা হ'ল।

মাকণক তেওঁ সিদ্ধান্তটো এতিয়াও জনোৱা নাই। ৰাতিপৰা চাহ খাওঁতে জনাম বুলি ভাবিছি কিন্তু ইতিমধ্যে নবীন আহি ওলালহি। নবীনে তেওঁৰ হৃদয়ৰ এখন দৰাৰ খুলি ভিতৰলৈ সোমাই গৈছিল। কিন্তু ঠিক সেই মুহূৰ্ততে তাক আন এখন দৰাৰেদি আজি উলিয়াই পঠিয়াব লগা হ'ল

তেনেতে ঘড়ীত ন বজাৰ ঘণ্টা বাজিল বাহিৰত ৰ'দ আৰু বৰষুণ যোৰ পাতি ওলাইছে। নবীনে সঘনে দৰাৰ মুখৰ ফালে চাবলৈ ধৰিলে।

মাহীদেৱে বুজি পালে নবীনৰ এই উচপিচনিৰ কাৰণ কি ?

তুমি আহিলাহে। অহাৰ কাৰণ সোধাই হোৱা নাই। গহীন হৈ মাহীদেৱে ক'লে তোমাৰ মুখ দেখি বুজিব পাৰিছো তুমি কিবা এটা ক'ব খুজি ক'ব পৰা নাই

নবীনৰ বুকু দুৰু দুৰু কঁপিবলৈ ধৰিলে। সি ক'লে মই এটা কথা ক'বলৈ আহিছিলো মাহীদেউ। মাকণক মই বিয়া কৰাব খোজো।

—৪

তোমাৰ পলম হৈ গ ল নবীন। কঁপা মাতেৰে মাহীদেৱে উত্তৰ দিলে কালিয়েই আমাৰ সিদ্ধান্ত হৈ গ ল।

মাহীদেৱে লাহে লাহে কালি বৰজনাকৰ ঘৰত হোৱা পৰিয়ালৰ সমহীয়া সিদ্ধান্তৰ কথা নিখ ততাৱে নবীনৰ আগত বৰ্ণালে।

ন ীনে ধৈৰ্য্য ধৰি কথাবোৰ শুনিলে সি মন কৰিলে মাহীদেৱে সিহঁতৰ হৈ এষাৰ মাতিছিল। এই কথাত সি সন্তোষ লাভ কৰিলে। সি সধিলে এই সিদ্ধান্ত একেবাৰে খাটাং নেকি ?

মাহীদেৱে ক লে ৰায়বাহাদৰৰ ওপৰতহে কথা এাতয়া। কিন্তু তেওঁ আমাৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিব বুলি ধাৰণা নহয়। বৰজনাৰ লগত তেওঁৰ বৰ ভাল।

নবীনে কিবা কব খুজিছি কিন্তু তেনেতে এটা শব্দ শুনি দুৱাৰ মুখৰ ফালে চাই অবাক হৈ ৰ ল দুৱাৰ মুখত নিবাক নিস্পন্দ হৈ মাকণ থিয় হৈ আছে যেন এজোপা পলি নাহৰ গছহে চকু াকৰ মুখৰ ওপৰত নিবদ্ধ।

তাইৰ হাতৰ ট্ৰেখন অজ্ঞাতসাৰে তাইৰ হাতৰ পৰা সি পৰিল। তাত থকা চাহৰ কাপ দটা ভাগি টুকুৰা টুকু হ ল। প্লেটত অনা লুচিভাজিয়ে মজিয়াত পৰি বিনাবলৈ ধ লে। গাখীৰ খোৱা সাপৰ দৰে কেকোৰা কেকুৰিকৈ বগাই আহি চাহখিনিয়ে মাহীদেউৰ ভৰিত খোট মাৰি দিলেহি।

মাহীদেউৰ গা শিয়ৰি উঠিল। তেওঁ বজি পালে যে মাকণে সিহঁতৰ কথাৰ সাৰ মম বজি পাইছে। নহ লে এনে অঘটন নঘটে।

তেওঁ উঠি গৈ বাথৰুমৰপৰা এখন ভাঙৰ ফটাকানি আনি মজিয়াৰ চাহখিনি টুকিলে পৰা কাপ প্লেটৰ টুকুৰাবোৰ আৰু জলপানখিনি ট্ৰেট তুলিলে তাৰ পিছত কাকো একো নোকোৱাকৈ তললৈ মৰকৈ পাক ঘৰলৈ প্ৰস্থান কৰিলে।

মাকণলৈ চাই নবীনে দেখিলে তাইৰ স ্যস্নাত দেহটো পদুমৰ খৰিকাজাঁই ফুলপাহৰ দৰে শুচি আৰু সতেজ হৈ জিলিকিছে। খন্তেকলৈ সি সকলো পাহৰি গ ল। মাকণক দেখিলে তাৰ সদায় এনে হয়। সি নিজক সম্পণ ৰূপে নিজৰ মাজত বিচাৰি পায় সেই মহূৰ্তত। আৰু যেন একো নেলাগে তাক আন একো বস্তুৰ প্ৰয়োজন নাই। তাইৰ মুখখন জিলিকিছে মেলা ঘন ক লা চুলিখিনিৰ বুকুত। ক লা ডাৱৰৰ

মাজৰপৰা ওলোৱা জোনৰ দৰে লাগিছে মুখখন। কপালৰপৰা আৰম্ভ কৰি দুই বাহুৰ মাজৰ মকলি বকুৰ অংশলৈকে গোটেইখিনি ঠাইতে নমা ঠাইতে উঠা কোনো নদীৰ উপত্যকা যেন বোধ হৈছে। সেই উপত্যকা তাৰ লইতৰ উপত্যকাৰ দৰেই প্ৰিয়। গাত সাধাৰণ সাজ পাৰ। দেহত এটা চলপৰাৰ সযোদয়ৰ লগে লগে পৰ আকাশত দেখা পোৱা এটা শুভ্ৰ কান্তি। সেই কান্তিৰ জ্যোতি যেন তাইৰ মনৰো জ্যোতি। সেই জ্যোতিয়ে তাৰ বিষণ্ণ হৃদয় আনন্দময় কৰি তুলিলে। তাই আজি নতুন হৈ তাৰ আগত ওলাইছে।

তাৰ এই ভাল পোৱা সকলো সাংসাৰিক গণনাৰ ওপৰত। লোকালয়ৰ উদ্ধৰ ৰূপলোকত তাৰ স্থান।

পৰিপণ পণিমাত আকাশলৈ উৰি যোৱা চকোৰে হেনো সপোনময় জোনাকৰ দৰে ঢাকনি গুচাই গোটেইখন আকাশৰ মধৰ ৰহস্যময় আকৰ চাব খোজে। নবীনেও সেইদৰে সেই ৰূপলোকৰ উৎস চাব খুজিছিল।

কিন্তু নেদেখিলে। মাকণৰ মখত তেতিয়া অন্তৰৰ যন্ত্ৰণাৰ ৰেখা প্ৰকাশ পাইছিল। সোণৰ সজাত থাকি উৰিবলৈ পাহৰা পোহনীয়া মইনাৰ মনোবেদনা তাত ফুটি ওলাইছে। নবীন হাবিৰ বনৰীয়া চৰাই পোহনীয়া চৰাইৰ যন্ত্ৰণা সম্পণকৈ উপলব্ধি কৰিব নোৱাৰিলে।

মাকণে তাৰ মখত সেই মহতত্ত বিচাৰিছিল ৰৰদৈচিলাৰ তাণ্ডৱ নত্যৰ পদৰেখা কিন্তু তাৰ ঠাইত শৰতৰ স্নিগ্ধ মলয়াৰ লয়লাসৰ চিনহে দেখা পালে। মাকৰ মখত ঘৰৰ নিমম সিদ্ধান্তৰ কথা শুনিও সংঘৰ ভিক্ষুৰ অন্তৰ কঁপা নাই। ফলকোঁৱৰৰ ঘোঁৰা আছে কিন্তু ডেউকা নাই।

মাই কি ক'লে? কি কও কি নকওঁকৈ তাই প্ৰশ্ন কৰিলে। চচপেনৰ উতলা গাখীৰ বাগৰি পৰাৰ দৰে তাইৰ হৃদয়ৰ উতলা ভাব বাগৰি পৰিল। 'মোক ক'বলৈ কি আছে তাকো কোৱা।

নবীনে শান্ত নিৰুদ্বেগ কণ্ঠে তাক মাহীদেউৰে দিয়া সকলো খবৰ সি হুবহু বৰ্ণনা কৰিলে। সেইবোৰ আন কাৰোবাৰহে খবৰ নিজৰ নহয় এনে ভাৱে সি কথাবোৰ কৈছিল। উগ্ৰ শৃংগাৰৰ সময়ত মৃদ শান্তৰস যেনেকৈ ভাল নেলাগে মাকণৰো তাৰ কথাৰ সংযম ভাল নালাগিল। সংঘৰ নিপীড়ণত তাৰ হৃদয় যেন মৰি লাওখোলা হ'ল

এনে লাগিল মাকণৰ। ৰাগৰ স্বৰ যেতিয়া সপ্তমত চৰিব লাগে তেতিয়া যদি প্ৰথমতে থাকি যায় তেতিয়া তাই সহ্য কৰিব নোৱাৰে। তাই তাৰ আহত হৃদয়ৰ কান্দোন নশুনি হতাশ হ'ল। সেই সংযম প্ৰেমৰ অৰি। প্ৰেম ধন্য হয় যেতিয়া হৃদয়ক সঠিক উত্তৰ দিয়ে। তাইৰ হৃদয় তেতিয়া জহকালি আৰু তাৰ হৃদয় শীতকাল।

তাৰ মখত যেন বিয়া কৰোৱাৰ আগ্ৰহ ফুটি উঠা নাই এনে ভাব হ'ল তাইৰ।

কিন্তু তাইৰ কৰ্তব্য কি তাক তাই স্পষ্ট ধৰিব পাৰিলে। ঘৰৰ সিদ্ধান্ত উলংঘা কৰিবলৈ তাই ঠিৰাং কৰিলে। কিন্তু নবীনকো তাই বতমান অৱস্থাত বিয়া কৰাব নাৰাৰে। ঘৰৰ সিদ্ধান্ত পৰিবতন কৰাব লাগিব যদি নহয় তেন্ত তাই কুমাৰী হৈ থাকিব তাই জানে বৰ্তেঁৰে বিয়া পতা ঘৰৰ বাবে সম্ভৱ নহ'ব এই আত্মবিশ্বাস তাইৰ আছে। নবীনে যদি এতিয়াও তা অৱস্থা ভাল কৰে তেন্তে ঘৰ ঘৰোৱাহে এবছৰৰ মৰত হ'লেও তাৰ লগত বিয়া পাতিবলৈ সম্মত হ'ব। বৰদেউতাকে হৃদয়ৰ মল্য সদায় অস্বীকাৰ কৰি চলিব নোৱাৰে।

নবীনলৈ দিয়া চিঠিখনত তাই নিজৰ কথা খোলোচাভাৱে প্ৰকাশ কৰিছে। তাক তাই বতমানৰ অৱস্থাত গ্ৰহণ কৰিব নোৱাৰে। হয় সি ভিক্ষু হৈ থাকক নহয় তাইৰ উপযক্ত বৰ হওক। তাই সমতি বাইদেউৰ দৰে এখন সংসাৰ পাতি থকা ভুলতো কল্পনা কৰিব নোৱাৰে। সমাজে বিচৰা মতেহে সিহঁতৰ সংসাৰ হ'ব লাগিব।

তুমি ইমান শান্ত হৈ কেনেকৈ আছা তাক মই ভাবি পোৱা নাই। অভিমানত মাকণে ক'লে। তোমাৰ বাবে হয়তো প্ৰেমেই সকলো। কিন্তু মোৰ বাবে সমাজো আৱশ্যক। মোক দুৰ্বলা বলি ভাবিলেও ভাবিব পাৰা কিন্তু মই জানো মই শুদ্ধ পথেই লৈছো। চিঠিত সকলো কথাই আছে। এতিয়া জোৰ পৰি হাত পালেহি আজি তুমি এটা শেষ উত্তৰ দি যাব লাগিব।

কথাখিনি ক'ওঁতে যে তাইৰ অন্তৰ দগধ হৈছিল তাক তাই ঘৃণা কৰেও তাক জানিবলৈ নিদিলে। তাই তেতিয়া বৰ অকশৰীয়া অনুভৱ কৰিছিল। কিন্তু তাই বুজি পাইছিল আজি খোলোচাভাৱে কথা নেপাতিলে ভবিষ্যতে হয়তো সুযোগ নোলাব।

নবীনৰ উত্তৰ প্ৰস্তুত হৈ আছিল। মাকণৰ চিঠি পোৱাৰ পিছতে সি তাইৰ কথাবোৰ খুব ভাল মতেৰে বিবেচনা কৰি চালে। মাকণক পাবলৈ সি সকলো বিসৰ্জন দিবলৈ প্ৰস্তুত আছে কিন্তু সংস্কাৰ সি চৌঠেঁতীয়া কৰিব নোৱাৰে। মাকণে তাক চৰকাৰী চাকৰি ল'বলৈ কৈছে কিন্তু অসহযোগ চলি থাকে মানে সেই কাম কৰা তাৰ কোনো ৰকমেই সম্ভৱ নহয়। তদুপৰি মানৱ মস্তিষ্ক সহায়ক নোহোৱা কোনো কামেই সি কৰিব নোৱাৰে মাকণে তাৰ মস্তিষ্ক আদৰ্শ আৰু তাৰ কামৰ মাজত সম্পৰ্ক কি তাক আজিও দেখা নেপালে। কিন্তু বিমলদা আৰু সমতি বাইদেউৰ লগত থাকি সি স্পষ্ট দেখিবলৈ পাইছে তাৰ কাম ক'ত ধন ঘটাই যি কামৰ একমাত্ৰ লক্ষ্য তেনে কাম সি ঘিণায় কিন্তু মাকণে ঠিক তেনে কামকে কৰিবলৈ তাক টানি ধৰিছে। ধন ঘটা কাম মাকণহঁতৰ ধনী সমাজৰ চকুত বিসদৃশ নেলাগিব পাৰে কিন্তু তাৰ লাগে। দুয়োটাৰে নৈতিক দৃষ্টিত মিল নাই। কিন্তু মাকণে এই কথা নবজে। গতিকে পুনৰ সেই নৈতিক বিতৰ্ক উত্থাপন কৰাৰ পৰা একো লাভ নহয়। মাকণক গ্ৰহণ কৰিবলৈ সি প্ৰস্তুত কিন্তু তাৰ বাবে নিজ আদৰ্শ সি বলি দিবলৈ অক্ষম।

মোৰ উত্তৰ তোমাৰ ভাল লাগিব নে নালাগে তাক মই ক'ব নোৱাৰো। নবীনে শান্ত স্বৰে ক'লে কিন্তু মই যেই সেই কাম কৰিব নোৱাৰো। মোৰ কাম দৰ্শন বেলেগ। তুমি জানা মই ওকালতি কৰিম বুলি পৰীক্ষা দিছিলো পৰীক্ষা ভাল নহ'ল। ভালেই হ'ল। সেই কাম মোৰ মন পূত নহয়। দেশ স্বাধীন নোহোৱা পৰ্যন্ত মোৰ বাবে ঘাই কাম হ'ল সেৱা আৰু আন্দোলন। এই কামত একো আয় নহয়। সাধাৰণ সেৱকৰ জীৱন গ্ৰহণ কৰিবলৈ তুমি অনিচ্ছুক। এতিয়া আন এটা কামৰ কথা ভাবিছো। এখন আলোচনী প্ৰকাশ কৰিম আৰু লাহে লাহে তাক দৈনিকত পৰিণত কৰিমগৈ। বিশ্ববিদ্যালয়ৰ দৰেই আমাক আলোচনী আৰু বাতৰি কাকত দৰকাৰ। শব্দৰ পাঞ্চজন্য বজাই জাতিক জগাবৰ সময় হৈছে। যন্ত্ৰৰ দিন থকা আলোচনী আৰু বাতৰি কাকতবোৰো মৰি গৈছে। এনে কামত কিছু আয়ো হ'ব তাৰে সংসাৰ চলি যাব।

ইমান দুখতো মাকণে হাঁহিবলৈ বাধ্য হ'ল। সকতে কজীয়া পাঠ্য-পুথিত পঢ়া বামণ আৰু পিঠাগুড়ি কলহৰ সাধুটোলৈ তাইৰ

মনত পৰিল। অসমীয়া আলোচনী এতিয়াও সেই পিঠাগুড়ি কলহৰ দৰে হৈ আছে। তাক লৈ ধনী হোৱাৰ সপোন দেখিব পাৰি। কিন্তু সপোনক বাস্তৱলৈ ৰূপায়িত কৰা টান। কিন্তু যি নবীনক ইমান দিনেও তাই ধন ঘটাৰ প্ৰয়োজনীয়তাৰ কথা বজাব নোৱাৰিলে সেই নবীনক আজি তাইৰ মতলৈ আনিবলৈ চেষ্টা কৰা পণ্ডশ্ৰমৰ বাহিৰে একো নহয়।

তাইৰ উতলা অন্তৰত হঠাতে ঢউ নামি গ ল লাহে লাহে প্ৰাণৰ জল নিৰাশাৰ স্পৰ্শত শীতল হৈ পৰিল।

তোমাৰ অন্তৰ সলনি কৰিবলৈ ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰাৰ বাহিৰে মোৰ আৰু অন্য উপায় নাই নবীন। মাকণে উত্তৰ দিলে। খালি এটা কথা ঠিক মই তোমাক এৰি আন লগত ঘৰ পতাৰ কথা ভাবিবই নোৱাৰো। মই ৰ ম। তোমালৈকে কিছুদিন বাট চাম। অলপ বৈ তাই ধৈৰ্য ধৰি স্প ষ্টভাৱে ক লে তুমি অৱস্থা ভাল কৰিব লাগিব। এইকথা ক বলৈ মোৰ বেয়া লাগিছে। কিন্তু নকৈ মোৰ উপায় নাই। মই সাধাৰণ এজনী ছোৱালী। তোমাৰ দৰে নিশংক আৰু নিৰুদ্বেগ হ বৰ বাবে ভগবানে শক্তি নিদিলে।

নবীনে দেখিলে মাকণৰ প্ৰাণৰ জ্যোতি যেন নিৰ্বাপিত হ ব খুজিছে। তাৰ বেয়া লাগিল। কিন্তু অপ্ৰিয় সত্য ক বলৈ সি কুণ্ঠাবোধ নকৰিলে। সি ক লে প্ৰেমেই তোমাক শক্তি দিব মাকণ ভগবানে নহয়। ভগবান আছে নে নাই তাক মই নেজানো। মোৰ বাবে কেৱল সংঘ শক্তিহে আছে। তমি যদি অলপমানো সংঘৰ ওপৰত নিৰ্ভৰ কৰিলা হেতেন তেন্তে তোমাৰ এই দাৰিদ্ৰ্যৰ ভয় ক ৰবালৈ উৰি গ লহেতেন। ধন ঘটা জানো জীৱনৰ লক্ষ্য? কামৰ মল্য জানো একমাত্ৰ ধনেৰেই জুখিব লাগে? তুমি যদি সকলো মানুহৰ অৱস্থাৰ কথা মনত ৰাখা তেন্তে এই ধন ঘটাৰ আদৰ্শ এৰিব পাৰিবা। মন থিৰ যদি কৰিব পাৰা তেন্তে তোমাৰে মোৰে বিয়া হোৱাত একো বাধাই নোলাব। ঘৰৰ সিদ্ধান্ত আচল সিদ্ধান্ত নহয় তোমাৰ সিদ্ধান্তই আচল। তোমাৰ মন হ লে আমি নিজেও বিয়া পাতিব পাৰো।

মাকণে নবীনৰ প্ৰতিটো শব্দকে মন দি শুনিলে। নিজে বিয়া পতা ৰ কথাত তাইৰ নিজৰ বিন্দুমাত্ৰও আপত্তি নাই কিন্তু তাৰ আগতে নবীনে দৰিদ্ৰতাৰ কবলৰপৰা নিজকে উদ্ধাৰ কৰিব লাগিব। নবীনৰ প্ৰেম তাই গ্ৰহণ কৰিছে। কিন্তু তাৰ দাৰিদ্ৰ্য সি গ্ৰহণ কৰা

নাই। হঠাতে তাইৰ মনত পৰিল কেইদিন মানৰ আগতে পোৱা ফিৰোজাৰ চিঠিখনলৈ। তায়ো বাপেক মাকৰ অমতে ৰবীন দত্তৰ লগত চিভিল মেৰেজ পাতিছে। বিয়া আজিয়েই। তাই শুভেচ্ছা জনাবলৈ এখন টেলিগ্ৰামো লিখি থৈছে। বৰ দেউতাকৰ ড্ৰাইভাৰ বাতিৰামক তেও মাতি পঠিয়াইছে টেলিগ্ৰামখন নি টেলিগ্ৰাফ অফিচত দিবলৈ। ফিৰোজাৰ দৰে তাইৰো ঘৰৰ ম ৰ বিৰুদ্ধে যাবলৈ সাহস আছে। কিন্তু দাৰিদ্ৰ্য বৰণ কৰি জীয়াতু ভোগাৰ দুঃসাহস তাইৰ নাই। ফিৰোজাৰ লগত তাই আগতে সকলো কথা আলোচনা কৰিছে। ফিৰোজাৰ মত তাইৰ সৈতে একে। ৰবীন দত্তৰ দৰে নবীনে অৱস্থা স্বচ্ছল কৰি ল ব লাগিব। ওৰে জীৱন তাই যেনেকৈ চলি আহিছে তেনেকৈ চলি থাকিবলৈকে তাই বিচাৰে। স্বচ্ছলতা নহলে সংসাৰ হ ব মশান প্ৰেম হ ব মৰহা ফু ।

তাই শান্তভাৱে উত্তৰ দিলে তুমি অসম্ভৱ অনৰোধ নকৰিবা। তোমাৰ বাবে প্ৰেমেই সকলো কাৰণ তুমি পৰুষ। কিন্তু মই ছোৱালী মোৰ বাবে প্ৰেম আৰু গহস্থালি বেলেগ নহয়। গতিকে মই ৰ ম তুমি মোৰ কাৰণে অলপ ত্যাগ কৰা। তাই ৰ ল। হঠাতে আবেগৰ সংঘাতত তাইৰ চকু সজল হৈ পৰিল। তাই বিহ ল হৈ ক লে ভগবানে মোৰ প্ৰাথনা শুনিব নবীন এই বিশ্বাস মোৰ আছে।

নবীনে তাইৰ ফালে বিমোৰ হৈ চালে। ভগবানৰ অস্তিত্বত নবীনৰ আজিকালি ভয়ানক সন্দেহ সৰুকালৰ সবল বিশ্বাসৰ গুৰি নতুন চিন্তাই লৰাই দিছে। সি ডাৰউইন মগান পদাথতত্ব হেকেলক ইলিচ বাট্ৰা শু ৰাছেল আৰু মাক্স আদিৰ মতামত বিভিন্ন প্ৰকাৰে আহৰণ কৰিছে তাৰপৰা ধাৰণা হৈছে ভগবানৰ অবিহনেও সৃষ্টিৰ ক পনা কৰা সম্ভৱ। তাৰ মন লাহে লাহে বস্তুবাদৰ ফালে ঢাল খাইছে। সৰুতে ঘৰত মাকে ৰোগ দঃ শোক গুচাবৰ বাবে দেৱ দেৱতাক পতা পূজা পাতলবোৰৰ কথা মনত প িলে তাৰ এতিয়া অনুশোচনা হয়। ৰোগ শোক দঃখ গুচাবৰ বাবে আজিকালি মানহৰ শক্তিয়েই যথেষ্ট। দশনত তাৰ ব্যুৎপত্তি কোনো দিনেই নাছিল কিন্তু এতিয়া তাৰ ধাৰণা হৈছে ভগবানৰ ক পনা নকৰাকৈ বিশ্বব্ৰহ্মাণ্ড আৰু জন্ম মত্যুৰ ৰহস্য বুজিবৰ বজা সম্ভৱপৰ। আধনিক জ্ঞানৰ এটা সীমা আছে সচা কথা কিন্তু এই সীমা সদায় থাকিব। জ্ঞানৰ পৰিসৰ বাঢ়ি গলেও মানহৰ অজ্ঞানতা দূৰ কৰা সম্ভৱ নহয়। কিন্তু

তাৰ বাবে ঈশ্বৰৰ কল্পনা নি প্ৰয়োজন। ঈশ্বৰ বহুতৰে বাবে সান্ত্বনা বহুতৰে বাবে আশাৰ অঁকৰ বহুতৰে বাবে জ্ঞানৰ শেষ কাৰণ বহুতৰে বাবে সৃষ্টি আৰু নৈতিকতাৰ খনি। কিন্তু মানৱতাৰ দৰ্শনৰ যোগেদিও যুক্তিসম্মত নৈতিকতা প্ৰাণ চঞ্চল সৃষ্টি আশা প্ৰেম সুখৰ এটা সহজ আধাৰ সহজে তৈয়াৰ কৰি লব পাৰি। সেইবাবে দিনক দিনে ভগবানৰ ওচৰৰ পৰা দৰলৈ আতৰি আহিছে। তাৰ ধাৰণা হৈছে মানৱতাৰ দৰ্শনৰ হায়ত মানহক আত্মোন্নতিৰ পথ দেশোৱাৰ বাবে সংঘৰ আৱশ্যক।

মোৰ অন্তৰ ভগবানে সৰ্জনি কৰিব নোৱাৰে মাকণ নবীনে উত্তৰ দিলে যদি মই নিজে নিজে বজো তেন্তে বেলেগ কথা। কিন্তু নিজে নিজে বুজাৰ কোনো সম্ভাৱনা নাই। সংঘতেই মই আচল শক্তি প্ৰত্যক্ষ কৰিছো।।

তাৰ কথা শুনি মাকণ বিচুতি হ'ল। আধনিক ডেকাৰ নাস্তিকতা যে ইমান ভয়ানক হৈ পৰিছে এই কথা তাই আগতে জনা নাছিল। সংঘই এখন ওলোটা সৃষ্টি কৰিব খোজাৰ এই দঃসাহসক তাই প্ৰশ্ৰয় দিবলৈ ৰাজী নহ'ল। তাই ক'লে বদ্ধদেৱেও ঈশ্বৰ সম্বন্ধে নীৰৱতা অৱলম্বন কৰি গ'ল। এই উজানবজা তে আছিল হেমকোষৰ হেমচন্দ্ৰ বৰুৱা। তেৱে। ঈশ্বৰ সম্বন্ধে নীৰৱ আছিল কিন্তু তথাপি জানো কামাখ্যা উমানন্দ আৰু উগ্ৰতাৰা জাগ্ৰত হৈ থকা নাই? ভগবান আছে বজিছা ভগবানে তোমাৰ মনৰ গতি ঘৰাব।

কথা কওঁতে তাইৰ গাল মখ ৰঙা পৰি গ'ল অন্তৰত যেন এটা আগ্নেয়গিৰিহে ফটিল। প্ৰথমবাৰৰ বাবে তাইৰ অনভৱ হ'ল জগত খন সলনি হৈছে কিন্তু এই সলনি উন্নতিৰ লক্ষণ নহয় উদণ্ডতাৰ চিন। তাই নবীনলৈ এবাৰ চালে। তাৰ হৃদয়ৰ নিজৰা বুদ্ধিৰ তাপে শুহি নিছে। তাৰ মখত নাই আসক্তিৰ আবেগ কামনাৰ পোহৰ আবেগৰ জোৱাৰ। তাৰ পোছাক আৰু প্ৰসাধনত নাই সম্ভ্ৰ প্ৰেমিকৰ যত্ন। তাৰ সন্দৰ চেহেৰা লাহে লাহে পৰি আহিছে। চকুৰ পতা ক'লা পৰিছে। একেবাৰে যেন খদ্দৰ সভ্যতাৰ প্ৰতীক। সিহতৰ ঘৰলৈ এনে উদাসীন প্ৰেমিক আগতে কেতিয়াও অহা নাছিল এনে ভাৱ হ'ল মাকণৰ। আনকি সাত মাহৰ আগত আহোতেও নবীন ইমান অসাৱধান আৰু উদাসীন নাছিল। গোটেই খদ্দৰ সভ্যতাৰ প্ৰতি তাইৰ বিৰাগ উপজিল। ডেকা ল'ৰাৰ কোনো চখেই নবীনৰ

নাই। সি চিনেমা নেচায় সংগীতৰ সমাৰোহত নবহে পিকনিকলৈ নেযায় চিকাৰ নকৰে ফলাছ বা ব্ৰিজ নেখেলে ক্ৰিকেট ফুটবললৈতো চখ নাই আড্ডাও নেমাৰে বজাৰ নকৰে মদো নেখায় ( মাকণ হতৰ ঘৰত ম খোৱাটো বৰ দোষণীয় কথা নহয় বুলি ধৰে ) আৰু কলিকতাত মাজে মাজে প্ৰমোদ ভ্ৰমণ কৰিবলৈ নোলায়। নবীনৰ এই খদ্দৰ ৰঙী সন্ন্যাসৰ কথা উলিয়াই সিহঁতৰ ঘৰৰ আন বোৰৰ কথা বাদেই আনকি গহীন মাকেও তাইক জোকায়। তাইক বায়েক স শনাই কয় তোৰ বন্ধ ধ্যানমগ্ন হৰ একেবাৰে উ ই হাফলুত পৰিণত হৈছে তই যদি মদনৰ শৰ মাৰি ধ্যান ভংগ কৰও ভষ্মীভূত হোৱাৰ ভয়। তাই তেতিয়া কয় প্ৰেমৰ সাৰ্থকতা সন্ন্যাসীৰ হৃদয় জয় কৰ তহে। বাকীবোৰতো চাকিৰ আ াৰ চগা পৰিয়ালৰ আৰু ড্ৰইংৰূমৰ মেলত মাকণে তাৰ এই খদ্দৰ ৰঙী সন্ন্যাসৰ হকেই ইমান দিনে মাত মাতি আ ছিল কাৰণ ত ইৰ ভাব হৈছিল সময়ত নবীনৰ সকলো চখ ঘুৰি আহিব। তাই ভাবিছিল তায়েই সেই ঘুৰি অহাৰ কাৰণ হ ব। যদি তাই নোৱাৰে তেন্তে ভগবানেই সেই চখ সময়ত ঘৰাই দিব। কিন্তু তাই এতিয়া দেখিলে যে সব শক্তিমান ভগবানৰ অ কোৱালৰ বাহিৰলৈ নবীনৰ হৃদয় গুচি গৈছে। তাৰ অন্তৰ ভগবানে কেনেকৈ সলনি কৰিব ? অন্তৰত বিশ্বাস নেথাকিলে ভগবানেও নিজৰ শক্তি প্ৰকাশ নকৰে। এনেকৈ চলিলে হয়তো তাৰ জীৱনলৈ চখবোৰ ঘৰি নাহিবও পাৰে।

নবীনৰ মুখত এটা শুকান হ াহি ফুটি ওলাল কাইটীয়া শ্ৰীহীন গছৰ ফলৰ দৰে। বদ্ধিৰ কেবাতৰপীয়া চাকনিৰ তলত চাক খাই থকা পুৰণি ঈশ্বৰ বিশ্বাসৰ প্ৰবৃত্তিয়ে সেই মুহ তত মূৰ তুলিবলৈ মৰ চে টা কৰিছিল। ভালপোৱাক মাকণে ভগবৎ ভক্তিৰ শাৰীলৈ নুতুলিলেও তাক এটা ৰহস্যময় শক্তিৰ স্ফুলিংগ ৰূপে গণ্য কৰিছিল। এনেবিলাক মহূৰ্তত মানুহজনীক ভাল পোৱাৰ লগতে তাইৰ বিশ্বাসকো পক্ষে অন্ধভাৱে ভাল পাবলৈ ধৰে। নবীনৰো সেই প্ৰবৃত্তি হৈছিল। কিন্তু বদ্ধিৰ হেচাত সেই প্ৰবৃত্তি আকৌ তল পৰি গ ল তাৰ অনভৱ হ ল মাকণৰ ভালপোৱাৰ এটা সীমা আছে। সোণৰ সঁজাত থকা চৰাইৰ উৰণ শক্তি লাহে লাহে মৰহি পৰে।

সি উত্তৰ দিলে মই কি ভাবো জানা মাকণ। গাঁৱে ভুঞে জাগ্ৰত হোৱা মানুহৰ শক্তিয়ে আহি তোমালোকৰ সোণৰ সজা ভাঙি

পেলাব। তুমি আজিও মোৰ। কিন্তু তেতিয়া তুমি সম্পূর্ণৰূপে মোৰ হ বা। সংঘৰ বাহিৰে প্রেমৰো মুক্তি নাই।

মাকণে বজি পালে নবীনে কেবল ৰাজনৈতিক আন্দোলনৰ কথাকে কোৱা নাই তাতোকৈও গভীৰ অবজ অদৃশ্য এটা শিক্ষামঙ্গক জন শক্তিৰ মনশ্চক্ষুৰে দেখা পাইছে। কোনে জানে সেই জন শক্তিয়েই কিজানি ভগবানৰ শক্তি? স্বয়ং মহাত্মা গান্ধীয়েই দেখোন ঈশ্বৰক দৰিদ্র নাৰায়ণ ৰূপে প্রত্যক্ষ কৰিছে। নবীনইঁতে এঁকে দশনৰ অন সন্ধান আৰম্ভ কৰিছে সেই বাবে দেখা সত্যকে চৰম সত্য বলি ভাবিছে। যেতিয়া অদেখাক দেখিব তেতিয়াহে ভগবানক দেখিব।

কিন্তু বন্ধিৰ তকাতকিত মাকণৰ বিন্দমাত্রও আস্থা নাছিল। তাই বৰং অন্তৰৰ গভীৰত থকা কোনোবা এজন জীৱন দেৱতাৰ মিঠা সৰু কথাষাৰ শুনিবলৈহে সদায় কাণ পাতি থাকে। সেই জীৱন দেৱতাৰ লগত তাই বাহিৰৰ মঠ মন্দিৰ জাগ্রত ঐশ্বৰিক শক্তিৰ অদৃশ্য যোগাযোগ আছে বুলি ভাবিছিল। আজি তাই নিজৰ আন্তৰিক প্রয়ো জনতেই সেই জীৱন দেৱতাৰ লগত জন শক্তিৰ সম্পক আৱিষ্কাৰ কৰিবলৈ মন মেলিলে।

চোৱা নবীন তমি সংঘ শক্তিক ইমান ডাঙৰকৈ চোৱাৰ প্রয়োজন হয়তো আছে কিন্তু আচল শক্তিক তুমি এটা নিদি ট সীমাৰ ভিতৰত আবদ্ধ ৰাখিবলৈ চেষ্টা কৰাটো তোমাৰ ভুল হৈছে। মাকণে দৃঢ় ভাবে উত্তৰ দিলে। ভুতনাথ বাবা আমাৰ তালৈ মাজে মাজে আহে। তেওঁৰ উপলব্ধিত মোৰ বিশ্বাস আছে। তেওঁ সোণৰ সঁজাতো বাস নকৰে। তেওঁ মোক কৈছে বিভিন্ন ধৰণৰ খণ্ড শক্তিৰ মলতে হ ল ব্রহ্ম। নিজৰ জ্ঞান প্রকাশৰ ক্ষমতা দেখি আনন্দত নিজেই নিজৰ মহিমাত ম ধ আৰু বিভোৰ হৈ মাকণে ক লে সংঘৰ শক্তিনো কি? ব্যক্তিৰ শক্তিৰ সমষ্টি নহয় জানো? আকৌ ব্যক্তিৰ শক্তিনো কি? সেই অখণ্ড শক্তিৰে প্রকাশ। গতিকে মোৰ উপলব্ধিত একো ভুল হোৱা নাই। ভুতনাথ বাবায়ো কৈছিল আই তুমি ঠিকেই ভাবিছা। গতিকে মোৰ বিশ্বাস ভগবানে তোমাৰ মতি গতি ফিৰাব।

খন্তেকলৈ নবীন জব্দ হৈ গ ল। সি বুজি পালে সংঘ শক্তি সেই মহূর্তত ভগৱৎ-শক্তিৰ সম্মুখীন হৈছে। ই পুৰোহিতৰ মন্ত্র-শক্তি নহয় ই বাহিৰৰ পজা বা আচাৰ নহয় ই অন্ধ সংস্কাৰ নহয় —ই হৈছে প্রত্যেক মানুহৰ অন্তৰত থকা আনভূতিক উপলব্ধিৰ অন্তৰ

সংস্কৃতি। উক্ত অভিজাত শ্ৰেণীৰ সংঘ শক্তিৰ বিৰুদ্ধে আত্ম ৰক্ষা কৰাৰ ই হ'ল শেষ সকোমল অস্ত্ৰ। এই অস্ত্ৰ বাহিৰৰ মুকলিত বা ৰণাঙ্গনত প্ৰযোজ্য নহয়। প্ৰযোজ্য হয় যুক্তৰা মেলত ড্ৰইংৰুমত শোৱাপাটীত আন্তৰিক সংলাপত। মাকণ যে তলে তলে ইমান শক্তিশালী হৈ উঠিছে এই বিষয়ে নবীনৰ ধাৰণাই নাছিল। সি বুজি পালে সংঘৰ কাষ চাপি যোৱাৰ পৰিবৰ্তে মাকণে তাকহে তাইৰ সোণৰ সজাৰ মাজলৈ টানি আনিব খুজিছে। তাৰ দৰে তায়ো মি ্যনেৰী।

মই কি ক'ম ভাবি পোৱা নাই মাকণ। নবীনে হুমনিয়াহ ছাৰি ক'লে ইয়াৰ আগলৈকে মোৰ ধাৰণা নাছিল যে তুমি এটা বিপৰীত দৰ্শন থিয় কৰাই মোক তোমাৰ সোণৰ সজাৰ ফালে টানিবা। এই দৰ্শনৰ সংঘৰ্ষ থাকিলে সদায় এটা টনা আজোৰা থাকি যাব। অৱশ্যে তেনে টনা আজোৰা থাকিলেও বিশেষ একো হানি নহয় যদিহে তুমি সঁচাকৈয়ে সংঘ শক্তিক বজিবৰ চেষ্টা কৰা। তেতিয়া দেখিবা তোমালোকৰ অভিজাত জীৱনৰ সখৰ ধাৰণা ভুল। তোমালোকে ত্যাগ কৰিলেহে দৰিদ্ৰ নাৰায়ণক পাবা।

মাকণে তাৰ যুক্তি শুনি দমি নগ'ল বৰং তাৰ মত সলাবৰ বাবে ব্যগ্ৰ হৈ পৰিল

তুমিও যদি প্ৰকৃততে অখণ্ড ভগৱৎ শক্তিক উপলব্ধি কৰা তেন্তে বজিবা ধনীক দৰিদ্ৰ কৰাটো ভগবানৰ কাম্য নহয় দখীয়াক ধনী কৰাটোহে তেওঁৰ কাম্য। মাকণে কথাষাৰ কৈ সন্দৰ আত্মতৃপ্তি লাভ কৰিলে।

নবীনে উত্তৰ দিলে এইবোৰ অবাস্তৱ যুক্তি মাকণ। তুমি কেতিয়াও অন্তৰেৰে উপলব্ধি কৰিব নোৱাৰা যে সম্পত্তি বনৱাৰ শ্ৰম ফলৰ শোষণৰ ফলতহে উৎপত্তি হয়। ধনী দুখীয়াৰ ভেদ মানহৰহে সৃষ্টি। মানহে ধনীৰ সম্পত্তি সেইবাবে সকলোৰে সম্পত্তিত পৰিণত কৰিব খোজে।

মাকণে নবীনৰ মুখলৈ চাই অবাক হৈ প'ল। এই নবীনে শান্ত নবীন নহয়। এই নবীনে উগ্ৰ মূৰ্তি ধৰি আপোন পাহৰা হৈ পৰিছে। অলপ পিছে নবীনে পুনৰ শোষণ তত্ত্বৰ বিশদ ব্যাখ্যা দিবলৈ আৰম্ভ কৰিলে। প্ৰায় পাঁচ মিনিটমান অনৰ্গল ব্যাখ্যা দিয়াৰ পিছত হঠাতে

তাৰ চেতনা হ'ল যে সি অধামুখৰ দৰে মাহীদেউৰ শোৱনি কোঠাকে ৰাজনৈতিক বক্তৃতাৰ ৰঙ্গমঞ্চৰূপে ব্যৱহাৰ কৰিছে।

তাৰ কপাল ঘামি উঠিল অনত ত আৰু অৱশ হৈ সি মাহী দেউৰ শোৱা খাটৰ দাঁতিত আউজি কমালখনেৰে কপালখন বিচিৰলৈ ধৰিলে

মাকণে তাৰ কথাবোৰ মন দি শুনিছিল। কিন্তু তাই কাৰোবাক শোষণ কৰি সুখ ভোগ কৰিছে এই কথা মানিবলৈ তাই ৰাজী নহ'ল। হু চিয়েলিষ্ট আৰু কমিউনিষ্ট ডেকাবোৰৰ কিতাপী জ্ঞান যথেষ্ট কিন্তু তেওঁলোকে তাইক আজিলৈকে শোষণৰ দোষ উপলব্ধি কৰিবৰ জোখাৰে জ্ঞান দিব পৰা নাই।

সেইদিনা সেইবোৰ বিষয় বিস্তৃতভাৱে আলোচনা কৰিব প্ৰবৃত্তিও তাইৰ নাছিল নবীনৰ দৰ্শন গ্ৰহণযোগ্য নহলেও সি যে তাইৰ এই কথা সেই মুহূৰ্তত তাই পাহৰিব পৰা নাছিল আজিয়েই সিহঁতে বিয়াৰ বিষয়ে এটা সিদ্ধান্ত কৰিব লাগিব। আগকথা পাছ কৰা প্ৰবৃত্তি তাইৰ নাই। নবীনৰ কপালৰ ঘামখিনি চাই তাইৰ মনত এটা অবজ্ঞ সমবেদনা উপজিল। তাই উঠি গৈ আচলেৰে তাৰ কপালৰ ঘামখিনি মচি দি গালত হাত ফৰাই ক'লে আমাৰ মতামতৰ অমিলতো একেদিনাই নগুচে। অমিল যে গুচিব লাগে তাক ভবাটোও গোড়ামিৰ বাহিৰে একো নহয়। চোৱা মা এতিয়াই আহে হে লাগে আমি তেওঁ অহাৰ আগতে কথা পাতি শেষ কৰা ভাল। আৰু হয়তো সময় নেপাম।

তাইৰ হাতখন নিজৰ হাতত লৈ নবীনে অন্তৰত এটা শান্তি অনভৱ কৰিলে। সি সুধিলে তুমি তেনে কিছুদিন ৰ খোজা ?

অন্ততঃ ডেৰ বছৰ। মাকণৰ মাত হঠাতে মৌ মিঠা হৈ পৰিল। এই ডেৰ বছৰত সকলো সলনি হ'ব তুমিও হ'বা

সলনি যে হ'ব এই সম্পৰ্কে মাকণৰ কোনো সন্দেহ নাছিল।

সংঘৰ সদস্য নবগ্ৰহৰ দলৈ মাকণহঁতৰ ঘৰত বতৰে-আবতৰে আবিৰ্ভাব হোৱা ভূতনাথ বাবা নগৰৰ ক্ষটামখ'—সকলোৱেই এক বাক্যে কৈছে সলনি হ'বই হব। কংগ্ৰেছৰ নেতা স্বয়ং বৰদলৈয়ে কৈছে, ইংৰাজৰ কাল উকলিছে। অহা ডেৰ বছৰমানৰ ভিতৰতে নিৰ্বাচন হ'ব আৰু নিৰ্বাচনত তেওঁলোকৰ দলৰ জয় সুনিশ্চিত। সাত সাগৰ তেৰ নদীৰ সিপাৰে বিলাত। তাতো লেবাৰ পাৰ্টিয়ে

যুদ্ধৰ পিছতে ভাৰতীয় নাগৰিকৰ হাতত দেশৰ শাসন ভাৰ পত্তাই দিয়াৰ কথা হেনো ভাবিছে। ইংলেণ্ডত নিৰ্বাচন হবলৈও পলম নাই তাতো লেবাৰ পাৰ্টি জিকাৰ সম্ভাবনা বেছি। একমাত্ৰ তাইৰ বৰ দেউতাক আৰু দেউতাকেহে ননি হ ব বুলি নেভাবে। তেওঁলোকে ভাবে ইংৰাজৰ সাম্ৰাজ্যত কেতিয়াও বেলি ডুব নাযায়। আচলতে তেওঁলোকে সলনি নিবিচাৰে। তাৰ কাৰণো স্পষ্ট—পৰিয়ালৰ স্বাৰ্থ

আৰু এটা কথা মাকণে জানে। কেইদিনমানৰ আগতে নবগ্ৰহৰ দলৈয়ে তাইৰ সোৱৰণী চাই কৈছিল তেৰ বছৰমানৰ মৰত উত্তম ৰাজ পৰুষৰ লগত বিয়া হ ব সেইকথা শুনি তাই ভাবিছিল সেই উত্তম ৰাজপৰুষ নবীনেই। অহা তেৰ বছৰমানৰ ভিতৰতে সি উত্তম ৰাজপৰুষ হোৱা একো অসম্ভৱ নহয়।

সেইকাৰণে তাই ৰ ৰ ল সাজ হৈছিল।

নবীনে তাইৰ ধীৰ স্থিৰ মতিলৈ চাই বুজিলে তাইৰ এই আত্ম-বিশ্বাসৰ কাৰণ কি। ৰাজনৈতিক জল্পনা কল্পনা জ্যোতিষীৰ গণনাৰ ফল সন্ন্যাসীৰ ভবিষ্যৎ বাণীত তাইৰ অগাধ বিশ্বাস। গোটেই পৃথিবীখনে যেন তাইৰ বিয়াৰ কাৰণেই এটা বিৰাট সলনি ঘটাব খুজিছে! বিৰক্তিত সি মাকণৰ এই পৰ নিৰ্ভৰশীলতা আৰু অন্ধ সংস্কাৰক নিন্দা কৰিব খুজিছিল কিন্তু নোৱাৰিলে সেই মহূতত তাইৰ মনত এটা শান্তি আৰু দেহত এটা সবল সৌন্দৰ্য ফুটি উঠিছিল। সাবিত্ৰী–বেউলাৰ দৰে তাই এক প্ৰাচীন সতীত পৰি ত হৈছিল সেই মহূতত। সি ক ৰ খুজিও একো ক ব নোৱাৰিলে।

মাকণে দেখিলে নবীনৰ মুখত সংকল্পৰ দৃঢ়তা ফুটি উঠা নাই। বৰং তাৰ চকুত এটা সন্দেহৰ ভাব। বিহ্বল হৈ তাই ক লে তুমি পাৰি বা। নহয় তুমি পাৰি ই লাগিব। নহলে কি যে হ ব তাক মই ভাবি পোৱা নাই। ভগবানে তোমাক সহায় কৰিব।

মই চেষ্টা কৰিম। নবীনে তলমুৰকৈ উত্তৰ দিলে। সি মাকণৰ হাতখন এৰি দিলে জালত পৰা হৰিণাৰ দৰে তাৰ অন্তৰে প্ৰেমৰ বন্ধনত চট ফটাবলৈ লাগিল।

তেনেতে বাহিৰত মাকণৰ মাকৰ খোজৰ শব্দ শুনা গ ল। মাকণে সলজ্জভাৱে পৈ চকীখনত বহিল। তেওঁ পুৰ্বৰ শ্ৰেণীখনতে সিহঁতলৈ চাই

জলপান লৈ আহিছিল   এখন টিপয়ত সেইখন থৈ তেওঁ সিহঁতক খাবলৈ ক লে আৰু থিয় হৈ দুয়োটাৰে মুখ ভন্ন তন্নভাৱে পৰীক্ষা কৰিবলৈ ধৰিলে।

তলমৰকৈ মনে মনে দুয়োটাই চাহ খাই শেষ কৰিলে।   অভিজ্ঞ মাকে সেই অৱসৰতে সিহঁতৰ মুখ চাই মনৰ গতি গোন্ধ ধৰি পেলালে। তেওঁ দেখিলে নবীনৰ মন বিষণ্ণ আৰু মাকণৰ মন উৎকণ্ঠিত। তেওঁ বুজিব পাৰিলে সিহতে একো অঘটন ঘটোৱাৰ কথা ভবা নাই। মাকণক তেওঁ ভালকৈ জানে।  তাই কেতিয়াও উদণ্ড হ ব নোৱাৰে। পৰিয়ালৰ ভিতৰত তায়েই আটাইতকৈ গহীন হোৱালী।

নবীনে ঘড়ী চাই যাবলৈ ওলাল।  মাহীদেৱে হঠাতে ক লে তোমাৰ মুখ দেখিয়েই বুজি পাইছো তুমি আঘাত পাইছা। কিন্তু দকৈ ভাবি চালে দেখিবা ভগবানৰ ইচ্ছাতহে সকলো ঘটে।  কাজেই একো দঃখ নকৰিবা।  মাজে মাজে আহিবা

নবীনৰ অনভৱ হ ল মাটিৰ তলত ভূইকপ হৈছে। নিজক চম্ভালি সি ক লে   বিয়াৰ আশা মই একেবাৰে এৰা নাই।  মাকণক সুধিলে গম পাব।

বিদায় লৈ সি গুচি গ     মাকণে তাক পদলি মুখলৈকে আগ বঢ়াই থৈ আহিলগৈ   বিদায়ৰ সময়ত মাকণৰ চকু হঠাতে সজল হৈ উঠিল     আকৌ কেতিয়া আহিবা ?

নবীনে তাইৰ মুখলৈ চাই ক লে   যেতিয়াই চেষ্টা সফল হয়। মই তোমাক জনাম।   সি কোবাকুবিকৈ গুচি গ ল।  মাকণে বুজি পালে সি চে টা কৰিব কিন্তু সেই চে টা কিমান ফলৱতী হ ব সেই সম্পৰ্কে তাৰ মনত সন্দেহ আছে। তাই ভাবিলে নবীন কামিলা মানহ কাজেই এটা নহয় এটা কামত সফল হ বই

ঠিক সেই সময়তে আহি ৰাতিৰাম ওলালহি।

ফিৰোজালৈ দিব খোজা টেলিগ্ৰামখন তাৰ হাতত দি তাই আকৌ মাকৰ কোঠালৈ উভটি আহিল।  মাকে উৎকণ্ঠিত চিত্তে সুধিলে ৰাতিৰাম কিয় আহিছিল ?

মাকণে মাকক ফিৰোজাৰ চিঠিৰ মেৰেজ ৰ কথা তেতিয়ালৈকে কোৱা নাছিল  আন একো কাৰণে নহয়  মাকে আঘাত পায় বুলি।  এতিয়া গোটেইখিনি কথা খুলি ক'বলৈ বাধ্য হ'ল। ৰাতিৰামৰ হাতত অভিনন্দনৰ টেলিগ্ৰামখন দিয়াৰ কথা কোৱাৰ লগে

লগে মাকৰ মন ডাকিনী অন্ধকাৰে ঢাকি পেলালে। ফ্ৰিৰোজাৰ কাণ্ড অতপালি বুলি তেওঁৰ ধাৰণা হ'ল। ৰায়বাহাদুৰ ছিৰাজুদ্দিন হাজৰিকাৰ পৰিয়াল অসমৰ সম্ভ্ৰান্ত পৰিয়ালবিলাকৰ ভিতৰত আকত জিলিকা। তেওঁৰ ছোৱালীয়ে অতপালি কৰি চিত্তিল মেৰেজ পত্তাটো পতনৰ লক্ষণ। অকল ঘৰেই নহয় ধৰ্মকো তাই অৱমাননা কৰিছে। কলিকতাৰ নৰেশ দত্তৰ লগত হাজৰিকা আৰু ফুকন উভয় পৰিয়ালৰে বহুদিনীয়া মিলাপ্ৰীতি। তেওঁৰ ল'ৰায়ো এনে এটা নাভূত-নাশ্ৰুত কাণ্ড কৰিব নেলাগিছিল।

মাকণে ফিৰোজালৈ অভিনন্দন টেলিগ্ৰাম পঠিওৱাটোও তেওৰ সহ্য নহ'ল মাকণৰ মন কোনফালে ঢাল খাইছে ই তাৰে চিন। তেও ভাবিলে সময় থাকোতেই মাকণক সকিয়াই দিয়া তেওৰ কতব্য।

তেও তেতিয়া ৰামায়ণ পঢ়িবলৈ লৈছিল। ৰামায়ণখন পুনৰ সামৰি তেও মাকণলৈ চাই হঠাতে ক'লে ৰায়বাহাদৰৰ কপাল বেয়া নহলে তেওৰ ছোৱালী ইমান উদণ্ড হয়নে? তই টেলিগ্ৰাম নপঠিওৱা হলেহে মই ভাল পালোহেতেন। বেয়া কামক কেতিয়াও লাই দিব নেপায়।

মাকণে মাকৰ মন্তব্য মন দি শুনিলে কিন্তু গ্ৰহণ নকৰিলে। ফ্ৰিৰোজাৰ কাম বেয়া বলি ভাবিবলৈ তাই কোনো কাৰণ বিচাৰি নেপালে। এই বিয়া নোহোৱা হ'লে প্ৰেমৰ অৱমাননা হ'লহেতেন। তাই বেয়া দৰা বচা নাই। নৰেশ দত্ত সকলো ফালে উপযুক্ত মানুহ। ধমৰ অমিল অৱশ্যে হৈছে কিন্তু হিন্দ আৰু মহলমান ধমৰ মাজত যে সদায় হোকাপানী বন্ধ হৈ থাকিব সেইকথা কোনো ৰকমেই তাই মানি লব নোৱাৰে। দজন ব্যক্তিৰ কথা তাইৰ মনত পৰিল। বহুত বছৰৰ আগতে অধ্যাপক হুমায়ুন কবীৰ ৰবদেউতাকৰ তালৈ আহিছিল। দয়ো আছিল সহপাঠী মানহুজন বিদ্যাৰ সাগৰ স্বাধীনতা আন্দোলনৰো নেতা। তাৰ উপৰি তেও সমাজ সংস্কাৰকো। কবি কাজী নজৰুল ইছলামৰ দৰেই তেও হিন্দ ছোৱালী বিয়া কৰাই এখন আদৰ্শ সংসাৰ গঢ়ি তুলিছে। গিৰিয়েক ঘৈণীয়েকে নিজ নিজ ধৰ্মমতে চলে। কাৰো ধমত কোনেও হকা বধা নকৰে। সেই কথা শুনি মাকণ প্ৰথমতে আচৰিত হৈছিল কিন্তু শেষলৈ বুজি পাইছিল যে প্ৰকৃত প্ৰেমৰ বিবাহত ধৰ্মই বিন্দমাত্ৰও বাধাৰ সৃষ্টি নকৰে। হুমায়ুন কবীৰ আছিল সেই সময়ৰ যুৱক-যুৱতীসকলৰ শ্ৰদ্ধাভাজন অধ্যাপক তেওঁৰ নাম ওলালে

সদশনালৈ তেওঁৰ পতৌ হ ল।

বৰুৱাই ক লে শুন সদশনা। মই আকৌ আবেলিহে আহিম। এতিয়া যাও ৰঞ্জিত চিকাৰৈ গ ল। চিকাৰৰপৰা আহিলে সি নিশ্চয় ওলাবহি। তাক ইয়াত থাকিবলৈ কবি। তেওঁ অলপ বৈ সদশনাৰ মখলৈ চালে।

সদশ নাই অভিমানত ক লে ৰঞ্জিতদাই এদিনো মোৰ খবৰ কৰিব নেপায়নে— মাৰলো নে আছো ?

বৰুৱাই হাহি ক ে তাৰ ছুটি সাদিনে । পৰহিলৈ সি ই ফল ফ টলৈ যাব অলপ বৈ ে ওঁ আকৌ ক লে সি আহিবই নহয় আজি। কথা পাতিবি

সদশ াই মন কৰিলে বৰুৱাৰ তাইৰ প্ৰতি থকা চেনেহ অলপো টটা নাই।

অলপ পিছতে বৰুৱা তাৰপৰা গুি আহিল

পঞ্চানন ফু নৰ ঘৰৰ ৰা আহি ীঘ ী পখৰী পোৱাৰ আগতেই স ঘৰ অফিচটো পা ফিচ সন্ম ত ি য় হোৱা লগে ে তেও মন কৰিলে বাহিৰত কাগজ পত্ৰ গোটেইখ ছে ি ভেদেলি হৈ আছে। দৰাৰবোৰ খোলা। বৰুৱা কোনো দিনেই এই অফিচলৈ অহা নাছিল অফিচ টো ই গত্ প্ৰথ তে সেইখন গাৱ লীয়া স্কল যেন লা বৰুৱা ভিতৰৈ সোমাই গ ল ভিত ৰ অফিচ কোঠাত সমতি আমন জিমনকৈ বহি আছে। কাষতে থিয় দি এজন ওখ পাখ গহীন অফিচাৰ

বৰুৱাক দেখি সমতি বাহিৰলৈ ওলাই আহিল

নহা মানহ আহি দেখোন মিচিকিয়াই াহি মতিয়ে ক লে আম ৰ দোখছেই নহয়। বত । ভাল হৈছিল হঠাতে যে ধমহা আহিব কেনেকৈ জানিব মই বাহিৰলৈ গৈছিলো। এই মাত্ৰ সোমাইছোহিহে

বৰুৱাও আচৰিত হৈছিল কাৰণ ৰাজৈ তিক বতৰ প্ৰকৃত পক্ষে ভাল। বৰদ'লৰ লগত কথা পাতি তেও ধৰিব পাৰিছে বৃটেইনত নিবাচন আসন্ন ইউৰোপত যদ্ধ প্ৰায় সমাপ্তিৰ পথত। চাচিলে যিমানেই ফ জ ফ ক ক কিয় লেবাৰ পাটি ক্ষমতালৈ অহাটো

প্ৰায় নিশ্চিত। তেতিয়া ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ সম্ভাৱনা যথেষ্ট। আনহাতে সংঘৰ কাম কাজ প্ৰায় নিয়মতান্ত্ৰিক দিশতেই আগবাঢ়িছে। এনে অৱস্থাত পলিচৰ এই খানাতালাচৰ তাৎপৰ্য কি?

বৰুৱাই সুধিলে কিবা ক ৰবা অঘটন ঘটিছে নেকি?

বৰুৱা নগৰৰ সম্ভ্ৰান্ত ব্যক্তি লিচ অফিচাৰজন এইবাৰ নিজে বহাৰ পৰা উঠি আহি তেওঁৰ ওচৰত থিয় হ লহি।

সমতিয়ে হাহি অফিচাৰজনৰ ফালে চাই ক লে আপনিয়েই বৰুৱাৰ প্ৰশ্নৰ উত্তৰ দিয়ক

পলিচ অফিচাৰজন ছিলেটীয়া। তেওঁ টুপীটো খুলি সসম্ভ্ৰমে ক লে পৰহিৰে প । গুৱাহাটীত কেইবাটাও হাতবোমা ফুটিছে। পৰহি অধ্য পক ৰবিচন্দ্ৰৰ ক্লাচত ফুটি মানহজন বৰ বেয়াকৈ জখম হ ল কথমপিহে বাচিছে চি আই ডিয়ে ৰিপ ট দিছে কটন কলেজ যাতে বন্ধ হৈ যায় তা বাবে এদ ল ৰাই এই কামত ধৰিছে বোমা তৈয়াৰ হয় ক ত য় ক ত এই বো অ সন্ধান চ আছে কালি সন্ধিয়া এটা ল ৰাই গুৱ হাটী ে ট নৰ প্লেটফমত এটা বোমা ফুটাইছিল গৈ ল ৰাটো শুং ত্ৰ ে াৱা গৈছে। সি সংঘৰে ল ৰা আজি পৱা ৰাজহুৱা টেলিফোন ক । কোঠা টাত এটা বোমা ফুটিছে। চহৰত এতিয়া সন্ত্ৰাস সংঘ কিছুমান মা হ ঘৰ খানাতালাচ কৰা হৈছে। কিছুমানক ভাৰত ৰক্ষা আইনত আটক কৰা ৈ ছে

অলপ সময়ৈ কাৰো ম ত কথা নাই

নবীনক আপো লোকে গ্ৰে তাৰ কৰিছে নেকি? উদ্বিগ্নচিত্তে বৰুৱাই প্ৰ ক লে

অ

মানহটোৱেও দিনে ৰাতি এই কেইদিন আলোচনী এখন উলিওৱা কামত ব্যস্ত আছিল। টকা মযে দিছো তেওক বোধহয় ভুলত গ্ৰে তাৰ কৰিছে ৰুৱাই অ প ভিযোগৰ সৰত উত্তৰ দিলে। তাক মই জামিনত খুজিলে এ দিবনে?

অফিচাৰজনে কথাবোৰ ম দি শুনিলে তাৰ পিছত তেওঁৰ খানাতালাচৰ ফ াফলৰ ক । বৰুৱাক জনালে। নবীনৰ কোঠাত আৰু অফিচত তেওলোকে ষড়যন্ত্ৰমূলক কাম চিন নিষিদ্ধ সাহিত্য

অথবা বোমা একো পোৱা নাই। কিন্তু চি-আই ডি ৰিপ ট মতে ৰেল ষ্টেচনৰ প্লেটফৰ্মত বোমা ফুটুওৱা জ ৰাতো প্ৰায়ে সংঘৰ অফিচলৈ আহে আৰু মাজে মাজে তেওৰ লগত পনৰ আন্দোলন চলোৱাৰ কথা পাতে আৰু এটা ৰিপ ট তেওৰ বিৰুদ্ধে ৈ ছে। ই ফলৰপৰা কেইজন আই এন এ চৰ আহি গুৱাহাটী পাইছিলহি। সিহ ৰে এটা নেপালী মান কালি আমি গাৱ ত ধ । পৰিছে তা ডায়েৰীত নবীনবাবৰ নাম আছে মঠতে সন্দেহত গ্ৰেপ্তাৰ হৈছে। তেওঁ বৰ্তমান সংঘৰ চাজতো আছে। জামিনত দিয়াৰ আশা বৰ কম

বৰুৱাই এইবাৰ সমতিলৈ চালে। সমতিয়ে গহীন হৈ আকাশৰ ফালে চালে। সমতিৰ লগত এতিয়া কোনো কথাকে পাতিব নোৱাৰি।

তেওঁ বুজি পালে নবীনক সন্দেহ কৰাৰ প্ৰধান কাৰণ তেওঁ বিমলৰ আসনত অধিষ্ঠিত সংঘৰ উগ্ৰ মানুহবোৰে এতিয়াও হিংসাৰ নি ফল পথ পৰিহাৰ কৰা নাই

নবীনৰ কাম আৰু এটা দিশ তেও দেখা পালে তাৰ ৰাজনীতি তাৰ সাংবা কতাতকৈ অধিক কোবাল তেওঁৰ নাকেদি এটা হুমনিয়াহ সৰি পৰিল।

দেহে এৰিলেও ছাই নেৰে। নবীন তেওঁৰ দূৰ সম্পৰ্কীয় ভতিজাক। বিমলো সংঘৰ পথ ল বৰ দিন ধৰি সিহ তে পৰিয়ালৰপৰা আতৰি আছে। আন্দোলনত মন্দা পৰাৰ লগে লগে নবীনহতৰ দবল কৰ্মী বোৰ নিষ্ক্ৰিয় হৈ পৰিল। ে ৰে হয়তো কোনোবাই বোমা ফুটোৱাৰ কাম হাতত লৈছে। তাৰ দোষৰ ভাগ নবীনৰ ওপৰতো পৰিছে।

নবীনক পৰিয়াললৈ ঘূৰাই আনিবলৈ তেওঁ বহুত আগৰেপৰা যত্ন কৰি আছিল কিন্তু সংঘৰ ট ন ইমা প্ৰবল হ ল যে নবীনে চাকৰি ব্যৱসায় খেতি একো ৈ কে মন নেমেলিলে চৰকাৰ আৰু সমাজ পৰিবৰ্তনৰ ওপৰতে তাৰ সকলো শক্তি সি নিয়োজিত কৰিছিল কিন্তু মাক প্ৰেমে তাক পৰিয়ালৰ মেৰঘৰলৈ সমাই আনিব খুজিছে কাগজ উলিওৱাৰ প্ৰচে টাৰ মূলতে আছে মাকৰ প্ৰেৰণা। বৰুৱাই তাক এই প্ৰচেষ্টাত পাৰমানে সহায় কৰিবলৈ গাত লৈছে মনে মে এখন দৈনিক প্ৰকাশ কৰাৰ কথাও ভাবিছে। নবীনৰ প্ৰতিভাৰ ওপৰত তেওঁৰ গভীৰ আস্থা।

কিন্তু আজি তেওঁৰ ধাৰ । হ ল নবীনৰ জীৱনৰ শিয়াবোৰ ৰাজ নীতিৰ গভীৰ তলীত নিমজ্জিত। প্ৰেমৰ ভুমিত হয়তো এডাল শিয়া থাকিব পাৰে কিন্তু সেইডাল মাই শিয়া নহয়

স্বাধীনতা আহিলে হয়তো ৰাজনীতিৰ এই টান বহল হৈ এটা বহল নতুন পাৰিবাৰিক জীৱনৰ আধাৰ সৃষ্টি হ'ব পাৰে। কিন্তু স্বাধীনতা কেতিয়া আহে তাক অনমান কৰিব পাৰি নিশ্চিতকৈ কব নোৱাৰি

নবীনক তুমি গ পাইছিলা নেকি সমতি ? আগ্ৰহেৰে বৰুৱাই সুধিলে।

ওহোঁ। হুমনিয়াহ চাৰি সমতিয়ে উত্ত দিলে তেওঁক যে এনেকৈ লৈ যাব সপো তো মই ভাবি পৰা নাছিলো। তেওক সংঘত থৈ মই এখ আশ্ৰম খোলা পৰিকল্পনা কৰিছিলো। এতিয়া গঠ মূলক কামৰ য়

বৰুৱাৰ মনটো ভাল লাগিল। তেওঁ উপযাচি ক লে কৰা। লাগিলে ই অলপ াটি দিম তেও চমকৈ জনালে যে শৰণীয়াৰ ফালে তেওঁৰ অলপ মাটি আছে। সেই টকুৰা তেওঁ ভাল কামৰ বাবে দান দিব খোজে ।

সমি য়ে বৰুৱালৈ চাই চকু ই কৃতজ্ঞতা প্ৰকাশ কৰিলে তেওঁ মনে মনে পৰিকল্পনা ক ছিল কস্তুৰবা গান্ধীৰ নামত এখন আশ্ৰ পতাৰ তাত গ্ৰাম সেৱিকাৰ শিক্ষালয় থাকিব বিমলে তেওঁৰ এই কামত সমৰ্থন জনাব।

কৱাৰ লগত মতিৰ কিছু ময় ভালধ ে কথা বতৰা চলিল। ইতিমধ্যে পলিচ বিষয়াজনে খানাতালাচী শেষ কৰি কিছুমা কাগজৰ টোা লা লৈ নিয়া বস্তুৰ তালিকা এখন সমতিৰ াতত দি পলিচ কেইজন সৈতে থানালৈ খে জ লে।

মন্ত্ৰৰ দৰে কাম কৰি থকা পলিচবোৰ যন্ত্ৰৰদৰে গুচি ল

সমতিয়ে আশঙ্কা উদ্বেগ বা খং একো প্ৰকাশ নকৰিলে তেওঁ সচৰাচৰ থকা দৰে াম্ভ হৈ ৰ ল। যেন অফিচ খানাতালাচ আৰু নবীনৰ গ্ৰে াৰ একেবাৰে সাধাৰণ ঘটনা

বৰুৱাই তেওঁৰ পনৰ প্ৰশান্তি দেখি আচৰিত হ ল। তেওঁ সেই বিষয়ে কোনো কৌতহল প্ৰকাশ নকৰিলে। তেওঁ জানে ইয়াৰ ম তে আছে কিছুমান স্থিৰ মল্যত বিশ্বাস। ধমহা আৰু প্ৰবল সোঁতে লইতৰ বকুৰ উবশীৰ শিল চটা উটৱাই নিয়া নাই কোনোদিনে নিনিয়েও

সমতিৰ হৃদয়ো উবশীৰ দৰে স্থিৰ

বৰুৱা যাবলৈ ওলাইছি তেনেতে সমতিয়ে হঠাতে স লে নবীনক আপনি নিশ্চ বিচাৰি আহিল যে। কিবা দৰকাৰ আছিল নেকি?

বৰুৱাই হাঁহি ক লে তুমি বহুত দেৰি কৈ প্ৰশ্নটো কৰিলা। এই কেইদিন ভিতৰত মানে তুমি থকা দিন কেইটাত— কেইবাটাও ঘটনা ঘটি গ ল। ধৰা এখন আলোচনী উলিওৱাৰ যো জা ধৰা মাকণৰ বিয়াৰ কথা বতৰা। তাৰ পিছত বোমা ফুটওৱাৰ ফলত ৰবিচন্দ্ৰৰ ভৰি ভগা আৰু—। অলপ বৈ সেপ চ কি বৰুৱাই পনৰ ক লে শেষৰ ঘটনাটো বৰ দখ লগা। মাকণৰ মাক চ কাল। তুমি বোধহয় এইমাত্ৰ গুৱাহাটী পোৱাহি বাবে কথাটো গম নোপোৱা। সিহ তৰ ঘৰত কোনো নাই য়েই চাব লগা হৈছে। নবীনক বিচাৰিছিলো খাৰ দিয়া আৰু অন্যান্য কাজ কমৰ বাবে দিহা পোহাত সহায় কৰি দিবলৈ। নবীন থাকিলে নিশ্চিন্ত হলোহে তেন।

এতিয়াতো আৰু নবীনক পোৱাৰ উপায় নাই। সমতিয়ে ভাবি চিন্তি ক লে ডিফে স অব ইণ্ডিয়াৰ আইন মতে ধৰি নিছে

সমতিয়ে অলপ ৈ বৰুৱাৰ ফালে চাই ক লে চিত্ৰা নবৌৰে যে এনেকৈ হঠাতে বিদায় ল ব কেনেকৈ জানিম? ৰ ব ময়ো আপোনাৰ গাড়ীতে যাও। মাকণক এষাৰ মাত দি আহোগৈ।

বৰুৱা গাড়ীলৈ আহিল সমতিয়ে সংঘৰ দৱাৰত তলা লগাই আহি মটৰত উঠিলহি গাড়ী উঠাৰ লগে লগে বৰুৱাই সমতিক ক লে মাকণৰ বিয়াৰ কথা বতৰাৰ বিষয়ে তুমিও অলপ জানি থোৱা ভাল পৰিয়ালৰ ভেটিত ইতিমধ্যে ৰঞ্জিত আৰু মাকণৰ বিয়াৰ কথা বতৰা পকা হৈছে চিত্ৰায়ো সম্মতি দি গৈছে কিন্তু মাকণ আৰু নবীনৰ ভাল পোৱাৰ কাহিনী তোমাৰ অন্ততঃ অবিদিত নহয়। মাকণে নবীনক এটা চত দিছে নবীনে তাক পৰণ কৰিবলৈ সময় লৈছে। যদি চৰ্ত পৰণ নহয় তেন্তে তাই নবীনক

বিয়া নকৰাব। তাই কাকোৱেই বিয়া নকৰাব পাৰে কিন্তু ৰঞ্জিতক শেষত গ্ৰহণ কৰাটোও একেবাৰে অসম্ভৱ নহয়।

এটা কেকুৰিত আন এখন গাড়ীক পাচ দিওঁতে বৰুৱাৰ কথাৰ সোঁত বন্ধ হৈ গৈছিল। গাড়ীখন পনৰ সহজভাৱে আহি বাটত আগ বাঢ়িলত তেওঁ সমতিক ক লে প্ৰেমৰ মই অসম্মা কৰিব নোখোজো। কিন্তু বিয়াৰ বাবে কিছুমান বিশেষ বাস্তৱ অৱস্থা লাগে শেষত কিহে জয়লাভ কৰেগৈ ক ব নোৱাৰো মাকণক মোৰ পছন্দ হৈছে। ৰঞ্জিতো সম্মত কিন্তু সবলো কথা নিভৰ কৰিব নবীনে এই এবছৰত কি ক ৰে আৰু মাকণে কি সিদ্ধান্ত লয়। বৰুৱাই হাঁহি পনৰ ক'লে চিত্ৰাই মহি মাকণক এবছৰ সময় এনেয়ে দিলে এই এবছৰত কো ও তাইৰ বিয়াৰ কথা উলিয়াব নোৱাৰে তুমি ভাবা নেকি যে নবীনে এবছৰৰ ভিত ত অৱস্থা ভাল কৰিব পাৰিব?

সমতিয়ে হাহি ক লে চাওক বৰদেউতা নবীনে আৰু মাকণে পৰস্পৰে পৰস্পৰক নিজ নিজ স্থানলৈ টানি আছে। নবীনে তাইক টানিছে সংঘলৈ মাকণে তাক টানিছে পৰিয়া শলৈ। মোক যদি সোধে মই নবী ৰ ফালেই জোৰ দিম

বৰুৱাই একো নেমাতি লে। সমতিৰ মতামতত অলপো আৰ নাই

াকণহঁতৰ ঘৰ পোৱাৰ লগে লগে বৰুৱাই গাড়ী ৰখালে। সমতি নামি গ ল তেওঁ া ল ৰবিচন্দ্ৰৰ ঘৰলৈ।

বৰুৱাৰ কথা শুনি ৰবিচন্দ্ৰৰ ভা হ তেওঁ যেন ব নৈত ভৰ বাৰিষা ধমহাত টলংভটংকৈ থকা এখন নাৱত উঠি আতুৰ হৈ মৰণৰ ক্ষণ গণি থাকোতে গুৰিয়ালৰ আসনত বহি বৰুৱাই অভয় দি নাওখন সোঁত কাটি কাটি আনি পাৰত উঠালেহি। বৰুৱ ৰ প্ৰতি তেওঁৰ অন্তৰ দো খাই গ ল

কিন্তু তেওঁৰ অন া হ ল পঞ্চাননে যাক অঘটন ঘ ব।

বৰুৱা আ নি বহুত কি । মই নিজে হোৱা হলেও ইমান নিয়াকৈ কামবোৰ কাৰব নোৱাৰিলোহেঁতেন ৰবিচন্দ্ৰই বৰুৱাৰ ক া শেষ হোৱাৰ পিছত মন্ত ) কৰিলে। চিত্ৰাৰ শোক ইহজনমত পাহৰা সম্ভৱ নহয়। কিন্তু চিত্ৰাৰ অবিহনে ঘৰখনৰ কি হ ব তাক

ভাবি মই বৰ চিন্তিত হৈছোঁ। ই পঞ্চাননে উদভ্ৰান্ত প্ৰেমৰ কাৰণে জীৱন সম্পত্তি তিৰোতা আৰু ল ৰা ছোৱালী সকলো জলাঞ্জলি দিবলৈ ওলাইছে। এই প্ৰেমৰ গতি ৰোধ কৰিবলৈ কি উপায় কৰো আপুনি পৰামৰ্শ দিয়কচোন। মই বিমোৰত পৰিছোঁ।

ৰুকৰাই কথা কৈ কৈ ভাগৰি পৰিছিল। তেও লাহেকৈ চকীখনত আউজি মৰত হাত দি ক লে ভকুতে ক ল নপকে ফুকন। পঞ্চানন আগতে আহকচোন।

ৰবিচন্দ্ৰই মন কৰি লে ৰুকৰাৰ অষ্ঠ কণ্ঠ যেন শুকাই গৈছে। তেওঁ ৰাতিৰামক মাতি ে তক চাহ দি লৈ ক লে।

ৰুকৰাই ৷ ই অৱসৰতে পঞ্চা ন আৰু চম্পাৰ সম্পৰ্কৰ কথা ভালদৰে চিন্তা কৰিবলৈ লে বহু ৎ সময় ভৰা মৰ ে। তওঁৰ মনত কোনো সমাধানৰ উদয় নহ ল

ফকনৰ লগত আৰু কথা পাতিবলৈ তেও ইচ্ছা নাছিল। তেওঁ আকৌ মাকণহঁতৰ ঘৰলৈ যাব লাগিব ।

ৰ তিৰামে চাহ অ াৰ িছুত তেও আগ্ৰহেৰে চাহ কাপ হাতত তুলি লৈ এবাৰ কোঠাটো পৰ ে ক্ষ কৰিলে। একাষে কিতাপৰ আলমাৰী আৰু আনফালে মহামতি লড বেকনৰ ছবি। সেই ছবিখনত যেন মতিমন্ত হৈ উঠিছে যগ যগান্তৰৰ মানহৰ জ্ঞানৰ পিপাসা। অস ত ৰবিচন্দ্ৰৰ মাজত তেওঁ সেই জ্ঞানৰ পিপাসা দেখিছে সেই কাৰণে মানহজনক তেওঁ বিশেষ শ্ৰদ্ধা আৰু সহানভতিৰ দ ি টিৰে চায়। ভাৰতৰ আন আন ভাষা ভাষী মাজত ৰবিচন্দ্ৰতকৈ হয়তো ডাঙৰ পণ্ডিত আছে। কিন্তু টোকোনা অসমীয়া জাতিৰ জ্ঞান সাধনাৰ লাখটি বুলিবলৈ এই এজন মানহেই অৱশ্যে আৰু মানহ নোহোৱা নহয় কিন্তু এওঁৰ জ্ঞান যথাৰ্থ। বেকনৰ শাৰীৰ জ্ঞানী এও নহয় এও জাতীয় সাংস্কৃতিক বিকাশৰ প্ৰেৰণাদাতা এই কাৰণে এওঁক নিজ জ্ঞানকৈ ৰাখিবৰ বাবে ৰুকৰাই সদায় যত্ন ক ি আহিছে। ৰুকৰাৰ বাবে ৰবিচন্দ্ৰ জ্ঞান লাখটি আৰু ৰবিচন্দ্ৰৰ বাবে ৰুকৰা সংসাৰৰ লাখটি দয়োকে দয়োৰো প্ৰয়োজন।

বিম ৰ জ্ঞান সাধনাৰ প্ৰতিও তেওৰ শ্ৰদ্ধা অ ছে। কিন্তু বিমলে প্ৰচলিত সংসাৰখনৰ আধাৰকে সলাই দিব খোজে। এই কামৰ প্ৰতি

বৰুৱাৰ সহানভূতি াই। অভ জনতাৰ মাজত তেও নতুন জীৱনৰ আধা বিচাৰি নেপায়। বৰং ফুকনৰ মতকে তেওঁ মানি লয় দাশি ক গুণীয়েহে সমাজ ৰাষ্ট্ৰ ভালদৰে চলাব পাৰে। অদ্ধ শিক্ষিত ভলি টিয়াৰে নহয়।

নবীনক তেও সেইসকলৰ শাৰীলৈ তুলিব খোজে অসমত মানহৰ অভাৱ আন্দোলনত লাগি সি পঢ়া শুনা বেয়া কৰিলে আনকি ল প ীক্ষা পাছ কৰে ে নকৰে সন্দেহ। সেইবাবে ি কাগজৰ কামত ল াত তেও উৎসাহ দিছিল ।

কিন্তু ডেকাসকলৰ মন উদভ্ৰান্ত হৈ পৰিছে। প্ৰচলিত জ্ঞানত আৰু মল্যবোধত ইহ তব ি শ্বাস নাই জ্ঞানৰ যে সাধনাত কোনো ৰাজনৈতিক ফাকি নচলে সেই কথা নবীনে বজি উঠা নাই। খাটি জ্ঞা সাধনাৰ বাবে জনতাৰ আৱশ্যক াই আৱশ্যক বিনিদ্ৰ একাগ পতীয়া সাধনাৰ। কবি পণ্ডিত বৈজ্ঞানিক আৰু লেখক জুমৰ াজত নোপজে। নিজন কোঠাতহে তেওঁলোকৰ সৃ ি আৰু তত্ত্বই জন্ম লয় ংসা অভিজ্ঞতা তেওলোক অ ্য মানহৰ ৰেই কিন্তু আধ্যাত্মিক অভিজ্ঞতা সম্পণ সকীয়া।

ৰিচন্দ্ৰৰ এই ি জন কোঠাটোক সেই বাবে নবীনহতৰ সংঘ আৰু তেওৰ ব্যৱসায় অফিচঘৰতকৈ উচ্চতৰ স্থান দি আহিছে তেওঁ আশা ৰাখিছে এই কে ঠাটোত নতুন ভাবৰ জন্ম হ ব।

ৰিচন্দ্ৰৰ অৱস্থা ানীত হাঁ্হে নচৰা কৰিছে এফালে সংঘৰ উগ্ৰ ৰাবোৰে আৰু আনফালে তেওৰ মত্ ভায়েকে। সেইবা ে ও ৰবি চন্দ্ৰক সহায় কৰিবলৈ আগবাঢ়ি আহিছে

চাহ খাই বৰুৱাই ৰবিচন্দ্ৰক ক ে ক্ষক মই আজিলৈ যাওঁ আজি আৰু দেখা হ ব। খ ি দিয়া বোধহয় দহ বজাৰ আগত নহ ব। অলপ বৈ তেও পনৰ ক লে পঞ্চাননৰ কথা লৈ আপোনাৰ দৰে ময়ো চিন্তিত চিন্তাৰে দিয়া চিঠিখন আপোনা হাতত দি যাওঁ নে মোৰ হাতত থ ম?

ৰবিচন্দ্ৰই ক লে আপোনাৰ হাততে থক। আপোনাৰ হাতত থকা আৰু মোৰ হাতত থকা একে কথা

বৰুৱা উঠি গুচি গ ল।

কোঠাটো নিজান পৰিল।

নাচঘৰীয়ে আহি ফুকনৰ গাৰ জ্বৰ জুখি আকৌ এটা দৰৱ খুৱালে। তাই তেওঁৰ ফালে চাই হাহি কলে আপুনি অলপ কাটি হওঁক। আৰু মানহ আহিব'ল দিব নোৱাৰি আপোনাৰ জ্বৰ বেছি হৈছে।

তাই আকৌ উইং কামলৈ গল।

ৰবিচন্দ্ৰই কাটি হবলৈ চেষ্টা কৰিলে কিন্তু তে ৰ টোপনি নাহিল বাৰে বাৰে তেওঁৰ চিত্ৰাৰ মখখন মনত পৰিবলৈ ধৰিলে

ঘড়ীত তেতিয়া দহ বাজিছিল।

ৰঞ্জিতে সেইদি । দীপৰ বিলত প্ৰায় দহোটা মান হাহ চিকাৰ কৰিলে। লগৰ মিলিটেৰী অফিচাৰ দজনৰ প্ৰতে কেইই দটাকৈ হাহ পালে।

সেইদিনা ৰঞ্জিতৰ ভাগ্যও ভাল আছিল আৰু হাতো থিৰ আছিল সি গৈ পানীৰ মাজৰ ওলাই থকা চৰ এটাত এজাক শৰালি হাহ পৰি থকা দেখি নি ান কৰি সিহতলৈ লগে লগেই গুলী কৰিলে। একে কোবত চাৰিটা হা ৰিল। বাকী কেইটাই ভয় খাই করুণ আতনাদ কৰি আকাশলৈ উৰি গল

লগৰ চিকাৰী দটা তেতিয়া বিপৰীত ফালেদি গৈ বনৰ আৰত লকাই নেদে । হৈছি ।

হাহ কেইটা আতনাদে ৰঞ্জিতৰ অন্তৰ ভেদি গ ।

বহুত দূৰৈত হা কেইটা ৈ নেদে । হ লগৈ। ৰঞ্জিতে নেদেখা হোৱালৈকে সিহতক চালে তাৰ পিছত পানী এৰাই এৰাই খোজ কাঢি একোবত গৈ চ টেত উঠিলগৈ হাহ কেইটাৰ গাৰপৰা তেজ ওলাইছিল একেটা গুলীতে চাৰি টা হাঁহ পৰা তাৰ জীৱনত এয়ে প্ৰথম। আনন্দত তাৰ অন্তৰ নাচি উঠিল। সি ভাবি লে সেই চাৰিটা পি মাক ক উপহাৰ িবগৈ। হাহ কেইটা লৈ বেগত ভৰাই সি আকৌ উলটিব খজিছিল তে তে সি মন কৰিলে অলপ আগতে থিয় হৈ গুলী কৰা ঠাই টকুৰাৰপৰা অলপ দূৰৈৰ দ পানীত আৰু এজাক হাঁহ পৰিছেহি। িচান কৰি সি আকৌ গুলী কৰিলে। এইবাৰ দটা বনৰীয়া ৰাজহাহ পৰিল। হাঁহ কেইটা পৰা ঠাইটকুৰা তৰাং আছিল।

ৰঞ্জিতে জীপতে জোটা থলি আহিছিল। ভবিৰ পে ট কোচাই সি পানীয়েদি নাি গৈ ওপঙি থকা হাঁহ দটা তলি আনিলে। সেই কেইটা বেগত ভৰাই লোৱাৰ লগে লগে তাৰ মনত ভাব হ ল কিজানি উজাই গৈ থাকিলে সি আৰু হাঁহ পাব।

গৰ অফিচাৰ কেইজনে বিপ ীত ফাল হাবিৰ মাজৰ ক ৰবাত সো াই গুলী কৰিছিল। ৰঞ্জিত চৰটোৰ পৰা উলটি আহি সদৰ আলিত উঠিলহি। ৰৈ থকা জীপখনৰ ওচৰ পাই সি ড্ৰাইভাৰক ক লে লগৰ অফিচাৰ দজন আহিলে তেওঁলোকক ৰ বলৈ কবলৈ। ড্ৰাইভাৰক উপদেশ দি ৰঞ্জিত বিলৰ নিজন পাৰেদি উজাই লইতৰ অভিমুখে কোব ললে

কিছুদূৰ যোৱাৰ পিছত তাৰ ভাগ্য আকৌ ফুলি । তৰাং পানীৰ চৰ এটাত এজাক হাঁহ পৰি থকা দেখি সি নৰ নিচান কৰি গুলী ক িলে এইবাৰ মাথোন এটা হাঁহ পৰিল। তাৰ মনটো ক্ষন্তেকলৈ প ি ল কিন্তু অ প পৰৰ পিছতে তাৰ উৎসাহ ঘৰি আহিল। সি কষ্ট কৰি গৈ হাঁহটো পা ীৰ পৰা আনি গৈ।

বেলি তেতিয়া দ পৰ হ বলৈ আৰম্ভ কৰিছে। আৰু হাঁহ পাব নে নেপায় তাক ভাবি সি হাবি ভাঙি ভাঙি গৈ থাকোতে অক মাত এটা দীঘ ীয়া পানীৰ ডোঙা পা গৈ তাত হুত হাঁহ পৰি আছিল। ৰাজহাঁহ হঠাতে ৰঞ্জিতৰ মনত এটা বধি খেলালে। সি মনে মনে ভাবিলে একেলগে কেইবাজাঁয়ো গুলী যদি মাৰো কিবা ফল হ বনে? ৰঞ্জিতে সদায় নত কিবা এটা ক ি ভাল পাইছি । সেইবাবে সি নিমিষতে কেইবাজায়ো গু ী একেলগে মৰাৰ সিদ্ধান্ত কৰি পেলালে।

এটাৰ পিছত এটাকৈ গুলী গৈ হাঁহ জাকৰ ওপৰত পৰিল। কিন্তু আশা কৰা মতে হাঁহ পৰিল স হ ভা। হাঁহ উৰি গুচি গ ল। দীঘলীয়া ানীৰ ডোঙ টোৰ ওচ লৈ গৈ ৰঞ্জিতে তিনিটা হাঁহ ওপঙি থকা দেখিলে। তাৰ বেয়া না াগিল। হাঁহ কেইটা তুলি আ াতে তাৰ পে টা তিতিল কিন্তু তাৰ বিন্দ মাত্ৰও দখ নহ ল। এদিনত দহোটা হাঁহ মৰা তাৰ দৰে মাজে মাজে চিকাৰ কৰা মানহৰ পক্ষে গৌৰৱৰ কথা। তৰুণ ফুকন নবীন ফুকনৰ দৰে অভিজ্ঞ চিকাৰীয়েও বোলে এদিনত দহোটা হাঁহ মাৰি পোৱা নাছিল

হাঁহ কেইটা বেগত ভৰোৱাৰ লগে লগে তাৰ অনুভৱ হ ল কান্ধৰ

বেগটো গধৰ হৈছে আৰু ওফন্দি গৈছে সি কোবাকুবিকৈ জীপৰ ওচৰলৈ খোজ ললে।

জীপৰ ওচৰ পাই সি দেখিলে অফিচাৰ দজন নিৰাশ মনে জীপত বহি আছে। মখত কথা নাই কেৱল একোটা চিগাৰেট।

তাৰ গধৰ বেগটো দেখি অফিচাৰ দজনে তাক অভিনন্দন জনালে। এজনে ক লে আপোনাৰ ভাগ্যেৰে নহয় আপোনাৰ নতুন কন্যাৰ ভাগ্যেৰেহে চিকাৰ ইমান ভ ল হ ল। দহোটা হাঁহ কম নহয়

ৰজিতৰ মনটো ভ ল লাগি গ ল। সি হাঁহকেইটা উলিয়াই ভগালে অফিচাৰ দ জনক চাৰিটা হাহ দিলে নিজৰ ভাগলৈ ৰাখিলে চাৰিটা। টা হাহ বে গে এটা বেগত ভৰাই সি জীপৰ আগছীটর্ত থৈ দিলে।

তো ৰ ক্ যাৰ ৰাবে নেকি? এজন অফিচাৰে সধিলে।

অ

অ ৰ পিছত জীপ গুৱাহাটী অভিমখে যাবলৈ ধৰিলে ওবে বাটটো সি মাক ৰ কথাকে ভাবি গ । তাৰ বিয়া এতিয়াও নিশ্চত হোৱা নাই। তথাপি সি মাকণক মনে প্ৰাণে গ্ৰহণ কৰিছে। তাইৰ মখখনত কিবা এটা আছে দেখা মাত্ৰকে পৰুষৰ চঞ্চল আৰু গৰ্বী হৃদয় শাঁত পৰি যায় বিয়া ওঁক নহওক তাইক সি নজৰ বলি ভাবিব পাৰিছে।

মাক হতৰ পদূলি মখত জীপখন ৰোৱাৰ লগে লগে ৰজিতে মন কৰিলে চোতাল ে থাৰাম মহৰীয়ে মৰাশ নিয়া চাঙী এখন সাজি আছে

ডইংৰাম বা দলিত আমন জিমনকৈ থিয় হৈ আ ছ মাকণ নহয় সদশনা

নিমিষতে তাৰ চিকাৰৰ সকলো আনন্দ অন্তৰ্হিত হৈ পৰিল কোনোবা নিশ্চয় চ কাল কিন্তু কোন!

লগৰ অফিচাৰ কিজনেও বিষম পৰিস্থিতিটোৰ কথা অনুমান কৰিব পাৰিলে। তাৰে এজনে ক লে আমি এতিয়া ননমাই ভাল হ'ব। অফিচাৰ দজনে মাকণক চাবৰ ইচ্ছা কৰিছিল

ৰঞ্জিত নিজৰ ঘৰলৈ যাব খুজিছিল।

কিন্তু তেনেতে সদশনা আহি পদূলি মখ পালেহি। তাই ৰঞ্জিতক চিকাৰ সাজত দেখি মাতিব নে নেমাতিব ভাবিলে। তাৰ মখত বোকা এচিকটা লাগি আছিল কাপোৰ কানিও লেতেৰা। বেগত মৰা হাঁহ ও মি আহিছে। সমখতো এটা বেগত হাঁহ।

ৰঞ্জিত জীপৰ পৰা নামি আহি সদশনাৰ ওচৰ পালেহি। তাইৰ চকু সোমাই গৈছে। খোপাটো ঢিলা শুকান চুলিবোৰত মনৰ বৈৰাগ্য। সেই দিনা ফেৰীত দেখাৰ পিছত তাইৰ লগত এয়ে তাৰ প্ৰথম দেখা। তাইলৈ তাৰ আগৰ দৰে আগ্ৰহ নাছিল তেতিয়া। তাইৰ আগৰ সৌন্দযও নাই আৰু অধিকাৰো ন ই।

মন থিৰ কৰি সি সুধিলে কি হ ল সদশনা?

খ ীদেউ চ কাল

ৰঞ্জিতৰ মন মৰি গ ল। চিকাৰৰ উৎসাহ আৰু মনত নাথাকিল।

ইতিমধ্যে অফিচাৰ দজন নামি আহি সিহতৰ ওচৰ পাইছিলহি। ৰঞ্জিতে সিহ তক খব টো দিলে।

অফিচাৰ দজনৰ তাৰ প্ৰতি সহানভুতি হ ল। সিহতে ক লে আমি ভিতৰলৈ যাওঁ তোমাৰ ক ্যাক মাত লগাও।

সদশ াই কন্যা শব্দটো শুনি কিয় জানো খন্তেকলৈ আঘাত পালে। কিন্তু ততালিকে তাই নিজক চম্ভালি ল লে তাই বজি প লে অফিচাৰ দজনৰ আচৰণ মা ীয়।

চাৰিওজন মা হ আহি ড্ৰইং ৰুম পাই চকীত বহিলহি। তেতিয়া ডইং ৰুমত কো । নাছিল। সদশনাই ভিতৰলৈ গৈ মাকণক ৰঞ্জিত অহাৰ কথা ক গৈ। মাকণে কথাটো শুনি প্ৰথমতে থত মত খাইছিল কিন্তু শেহত মন থিৰ কৰি ওলাই আহিল। অফিচাৰ কেইজনক প্ৰণাম জনাই তাই ৰঞ্জিতলৈ কেৰাহিকৈ চালে। মাকণৰ মখ শুকাই তেতিয়া খৰখৰীয়া মাৰিছিল। চুলিবোৰ মেলা আছিল। গাত অথনিৰ সাজ পাৰ। বিহা মেখেলাখোৰ উজ্জল হৈ জিলিকিছিল।

অফিচাৰ দজনে মাকণক দেখিয়েই মুগধ হ ল। তেওঁলোকে তাইৰ মাকৰ মৃত্যুৰ বাবে দুঃখ প্ৰকাশ কৰিলে।

—১০

ৰজিতে একো কব নোৱাৰিলে। সি ক লে এবাৰ মাহীদেউক চাই আহোঁ মাকণ।

মাকণে ৰজিতক এবাৰ ভালদৰে নিৰীক্ষণ কৰিলে। তাৰ চিকাৰৰ সাজটো তাইৰ বেয়া লগা নাছিল। কিন্তু মাকৰ মৃত্যুৰ বাবে যে সঁচাকৈয়ে আঘাত পাইছে তাক দেখি তাইৰ মন ভাল লাগি গ ল। মাকণে তাৰ নিবাক মথখন দেখিয়েই সেই ক ।। ধৰিব পাৰিছিল।

ব লক। তাই ব লে।

ৰজিতে জোটা খলি বাৰাণ্ডাৰ এদাঁতিত থৈ দিলে। অফিচাৰ কিজনেও লগে লগে জোটা খলিলে। মাকণে সিহতক মাতি লৈ শোৱা কোঠা পোৱালে গৈ। অফিচাৰ দজনে বাহিৰৰপৰাই মাকণৰ মাকৰ মৰা শটো চাই সেৱা জ ালে। তা এজনে মনে মনে এটা সংস্কৃতৰ শ্লোক মাতিলে। এজনে হুমনিয়াহ চা ি লে। মাকণে দয়োজন অফিচাৰকে ভাল ক চালে। এজন দক্ষিণ ভাৰত বে ধহয় মাদ্ৰাজী বৰণটো কেটোৰ ক লা ইজন অলপ বগা বোধহয় হিন্দী ভাষী।

ৰজিতে কোঠাৰ ভিতৰলৈ সোমাই গৈ মাকণৰ মাকৰ ওলাই থকা শীতল ভৰি দখন চুই আ াঠুকাঢ়ি সন্তপণে সেৱা জনালে। হুত সময় সি সেই অৱস্থাতে থাকিল।

কোঠাত সদশনাৰ মাক আৰু সুদশনা আছিল। মাকণে হঠাতে উচুপিবলৈ ধৰিলে।

ৰজিতৰো চকুপানী ওলাল। ৰজিত এইবাৰ থিয় হ ল সি এবাৰ সদশনাৰ মাকৰ ফালে চাই নীৰবে মৰ দোৱালে সদশনাৰ মাকে তাক আহিৰবে পৰা এই প্ৰথম লগ পাইছে। তেওঁ দই আষাৰ কথা পাতিব খজিছিল কিন্তু ৰজিত ধ্যানস্থ হৈ আছিল। সি এইবাৰ মাকণৰ মাকৰ মখখনৰ ৎচৰত থিয় দিলেহি

মাহীদেউ! অস্ফট স্বৰেৰে সি থোকাথকি মাতেৰে মাত ল ালে তাৰ পিছত সি বাহিৰলৈ ওলাই আহিল।

মাকণে সিহতক পদুলি মখত আগবঢ়াই থৈ গ লহি। জীপত উঠি ৰজিতে ড্ৰাইভাৰক ঘৰলৈ গাড়ী চলাবলৈ ক লে গাড়ী গৈ ঘৰ সোমাই বোৱাৰ লগে লগে ৰজিত নামি গ ল। সি লগৰীয়া কেইজনক ক লে হাহবোৰ তোমালোকেই নিয়া। মোৰ আৰু ইাহত মন নাই।

অফিচাৰ কেইজনে তাৰ মনৰ ভাব বজি পাই হাঁহবোৰ লৈ যাবলৈ সন্মত হ ল।

৷ড়ীখন শুচি যোৱাৰ পিছত ৰজিতে ঘৰত গা পা ধই ট্ৰাঙ্কৰ তলত পৰি থকা ধতী পাঞ্জাবী এযোৰ উলিয়াই পিন্ধি ললে। তাৰ পিছত চাহ জলপান খাই আপোন খছীতে মাকণৰ ঘৰলৈ যাবলৈ ওলাল। চ ৰা ঘৰত বাপেকে তালৈ অধীৰভাৱেৰে অপেক্ষা কৰি আছিল।

তাক দেখি বাপেকে ক লে ৰজিত তই মাকণহঁতৰ তালৈকে যাবি হয়?

অ।

যা। ীনো নাই। তদাৰক কৰা ল ৰা এটা লাে।

নবীনৰ কি হ ল?

বাপেকে নবীনৰ গ্ৰে তাৰৰ কথা ক লত ৰজিতৰ মন গম্ভীৰ হৈ গ ল। বাপেকে তাক জাি নত আনিবৰ বাবে ডেপটী কমিশ্যনাৰৰ ওচৰলৈও গৈছিল। কিন্তু ডেপটী কমিশ্যনাৰে জামিনত নিদিলে

বাপেক আৰু পতেকে দয়ো খৰি দিয়াৰ বিষয়ে সবিশেষ কথা পাতিলে দুদ পোৱাৰ পিছতেহে মশানলৈ যাব পৰা হ ব। তাৰ আগতে কি কি কৰিব লাগিব সেই বিষয়ে বাপেকে তাক ভালদৰে বজাই ক লে।

ৰজিতে খোজ কাঢ়ি আহি পোন্ধৰ মিনিট মানৰ মৰত মাকণৰ ঘৰত উপস্থিত হ লহি আহিয়ে সি প্ৰথমতে খৰি দিয়াৰ সকলো আয়োজন সম্পণ কৰিলে খৰি দিবলৈ যোৱা মানহবোৰকো সি নিজে গৈ খবৰ দি গৈ। কামাখ্যাৰ মশানত খৰি যোগাৰ কৰিবলৈ সি ৰেথাৰাম মহৰীক ঠাই দিলে।

মাকণহতৰ ঘৰঘন তেতিয়া বিষাদৰ ডাৱৰে চাটি ধৰিছে। সদশনাই আহি তাৰ লগত পঞ্চানন ফুকন আহিব পাৰিব নে নোৱাৰে সেই বিষয়ে কথা পাতিবলৈ লাগিল। ৰজিতৰ মনত এটা বুধি খেলালে সি ক লে ৰ বা মই কিবা উপায় কৰিব পাৰোনেকি চাওঁ

জীপ এখন লৈ সি চিধাই মিলিটেৰী হেড কোৱাটাৰ পালেগৈ। আচম্বিতে তাতে সি অধ্যাপক স্মিথক লগ পালে। তেওঁক কথাটো

ক'লত তেওঁ নিজে কামটো হাতত ললে। তেওঁ ক লে যদি প্লেনেৰে কিবা উপায়ে ফুকনক অনাব পাৰি ৰাতিৰ ভিতৰতে তেন্তে তেওঁ অনাব কিন্তু বতৰ বৰ বেয়া। িমথে ৰঞ্জিতক বিদায় দি নিজে ৱায়াৰলেছ ষ্টেশ্যনলৈ গ'ল।

ৰঞ্জিত মাকণহতৰ ঘৰলৈ ঘৰি আহিল।

ইতিমধ্যে গধলি হৈছিল। বাপেক আহি মাকণহতৰ চ ৰা ঘৰতে বহি আছিলহি। বাপেকক কথাটো ক লত ব পেকৰ মখখন উদ্বিগ্ন হৈ গ ল। তেওঁৰ ভাব হৈছিল পঞ্চানন নাহিবও পাৰে। তাৰ মনৰ অৱস্থাৰ কথা তেওঁ আৰু ৰবিচন্দ্ৰৰ বাহিৰে আন কোনেও ে জানে কিন্তু তেওঁ পতেকক সেইে ৰ কথা ন ক লে।

তেও মনে মনে ঠিক কৰিলে অধ্যাপক িমথ অহা মাত্ৰকে আগ ধৰি গৈ তেওঁ প্ৰথমতে কথা পাতিব। কিবা যদি বিষম খবৰ পায় তেন্তে তাক অন্ততঃ আজি দিনটো গো নে াখিব ন লে কেলেঙ্কাৰী প্ৰচাৰ হৈ যা ।

ৰাতি আঠ বজাত দদ মটৰেৰে আহি ঘৰ পালেহি। বঞ্জিতে তাৰ লগ নে িলে। সি প্ৰথমতে তাক মাকৰ শুৰিতে থৈ আহিলেগৈ। দুদৰে কান্দোতে সি হকা বধা নকৰিলে। কান্দিলেহে যদি তাৰ শোক পাতলে দুদৰে চিঞৰি চিঞৰি কন্দা দেখি অৱশ্যে তা ে য় লাি ছিল। সি কন্দা দেখি মাকণেও কান্দিবলৈ ধৰিলে।

ঠিক সেই ময়তে অধ্যাপক িমথ আহি মাকণহতৰ ঘৰ ওলালহি

তেওঁক দেখিয়েই সদানন্দ বৰুৱাই আগ বাঢ়ি গৈ পদূলি ম াতে লগ ধৰি চিধাই ৰবিচন্দ্ৰ ঘৰলৈ লৈ গ ল

ৰবিচন্দ্ৰৰ ড্ৰইং ৰুমত বহি িমথে ই ফল পৰা পোৱা সকলো খবৰ বৰুৱাৰ আগত সদৰি কৰিলে। সেই ৰাতি প্লেন অহা সম্ভৱ নহয় বতৰ বৰ বেয়া। এখন প্লেন ইতিমধ্যে ভাগিছে দঘটনা হৈ।

এই খবৰটো দি িমথে হঠাতে বৰুৱাৰ মখলৈ চাই ক লে পঞ্চানন ফুকনৰ কিবা এটা হৈছে বোধহয় কিবা কাৰণে তেওঁৰ মনৰ অসখ কামৰ পৰাও চাচপেণ্ড হৈ আছে। কি কাৰণে তাৰ অফিচাৰজনে ক ব নোৱাৰিলে।

বৰুৱাই তেতিয়াই ি মথক পঞ্চানন ফুকনৰ কি হৈছে তাক চমকৈ বণ া কৰি লে। যৈণীয়েকৰ যে আঘাত পাই মৃত্যু ঘটিছে তাকো তেওঁ থোৰতে জনালে

ইট ইজ এন ইণ্ডিয়ান ট্ৰেজেডী। টিপীকেল ি মথে হুমনিয়াহ চাৰি ক লে। তেওঁৰ দেশত হোৱা হ লে বিবাহ বিচ্ছেদ ঘটি সমস্যাৰ একৰকম সমাধান কেতিয়াবাই হৈ গ লহেঁতেন।

বৰুৱাই হাঁহিলে তাৰ পিছত ক ল এন ইণ্ডিয়ান ট্ৰেজেডী ইজ অ লছ এ ট্ৰেজেডী।

ি মথে এবাৰ ৰবিচন্দ্ৰক দেখা কৰি তেওঁৰ লগত দই চাৰিটা কথা পাতি কিছু সময়ৰ ভিত তে স্বস্থানলৈ গুচি গ ল। যাবৰ সময়ত তেও বৰুৱাক ক ে ইম্ফললৈ গ লে তেও পঞ্চানন ফুকনক লগ ধৰি সকলো কথা জানি আহিব

বৰুৱা গৈ মাকণহঁতৰ ঘৰ পোৱাৰ সময়তে মৰাশটো চাঙীত তুলি বন্ধা কাম শেষ হৈছিল। ঘৰৰ মাইকী মানহবোৰে ফুল দি মাকণৰ মাকক শেষ ে ৱা জনাইছিল দদৰে শুদা ভৰি আৰু শুদা গাৰে হাতত একুৰা নজ্বলোৱা ব হৰ জোৰ লৈ নীৰৱে মাকৰ মখলৈ চাই আছিল।

ৰজিতে আন তিনিজন ডেকাৰে ৈ তে চাঙীখন দঙাৰ লগে লগে মাকণৰ উচুপনি আৰম্ভ হ ল

বৰুৱাই এবাৰ চিন্তাৰ খ ন চাই লৈ চকু দটা মদি অনন্ত নিৰাকাৰ ভগৱৎ শক্তিৰ ধ্যান কৰিবলৈ লাগিল।

শৰ লগত ভালেমান মানহ মশানলৈ গ ল। বৰুৱা শোভাযাত্ৰাৰ লগত নগ ল তেওঁ মাকণহঁতৰ ঘৰতে ভালেমান সময় বৈ মাকণৰ আৰু সুদশনাৰ সৈতে মানৱ জীৱনৰ কথা পাতিবলৈ ধৰিলে। দেহটো আত্মাৰ পোছাক মাত্ৰ এই কথা জানিলে মানহে আত্মাৰ বিষয়ে সজাগ হয়। আৰু জীৱনবো নতুন আচল অথ বিচাৰি পায়।

মাৰ আত্মা নমৰে নেকি ৰৰদেউতা? আগ্ৰহেৰে মাকণে সুধিলে।

নমৰে। বৰুৱাই দৃঢ় স্বৰে ক লে।

মাকণে একো নেমাতিলে

হঠাতে সদশনাই ক লে   খৰাদেউছে নেপালেহি।

দখ নকৰিবি আই   পঞ্চাননৰ ভাগ্য বেয়া। বৰুৱাই ভাগ্য বেয়া কথাষাৰৰ অথ কিমান ব্যপক শোক সদশনাই অনমান কৰিব নোৱাৰিলে

বৰুৱাই হঠাতে মাকণৰ ফালে চাই ক লে   আই নিভয়ে থাক। শোক নেপালে জীৱনৰ আচল ৰূপ নেদেখি। একোলৈকে ভয় নকৰিবি একোলৈ ক ৰৰ মোহ নাৰাখিবি। বিপদ হয়তো আৰু আহিব। তাৰ সন্মখীন হবলৈ সাজু থাকিবি। মই সদায় তোৰ লগত থাকিম।   অল ৰৈ তেওঁ আকৌ   লে   তই চাৈ। শুনা নাই নবীনৰ কি হ ল।

মাকণে নবীন গ্রে তাৰ হোৱাৰ খবৰ ইি মধ্যে পাইছিল।

মনত তাইৰ ভয়ানক অশান্তি হৈ আছি া। নবীন জেলত পৰাতো মাকৰ মত্যুৰ তুলনাত কম ভয়ানক   তাই নবীনক সেই সময়ত চাবলৈ বিচাৰিছিল এষা সান্ত্বনাৰ বা ী শুনিব খজিছি। নবীনৰ কথা তাৰ অন্তৰৰ গভীৰ পৰা ওলা  । সেই বাবে আনৰ সাংসাৰিক দ টিৰে কলষিত কথাতকৈ তাৰ কথা তাইৰ বেছি ভাল লাগে   সেই কথাই তাইক সদায় নিজকো নকৈ বাজবলৈ নিজৰ দবলতা আৰু সবলতা বজিবলৈ শক্তি দিয়ে। তাৰ সাংসাৰিক অক্ষমতা আৰু তাইৰ পাণি প্রাথী হ বৰ অসমথ। দেখি তাইৰ দঃখ লাগিছে। বিশেষকৈ তাইৰ লগত তাৰ বিয়া-হোৱাত বাধা পৰিছে দেখি। কিন্তু অকল তাই নিজৰ স্বাথ তাইৰ বাবে যিমান মূল্য ান জনতাৰ স্বাথৰ লগত নিজৰ স্বাথ মিলাই দিয়া নবীনৰ বাবে সিমান মল্যবান নহয়। পৰা হলে নবীনে নিজ স্বাথক দেশৰ স্বাথতকৈ ডাঙৰকৈ চাই নিজক সখী গহস্থীত পৰিণত কৰিব পাৰিলেহেতেন। কিন্তু তেনে কৰিলে সি নিজত্ব হেৰুৱাব আৰু নিজৰ চকুতো হেয় হ ব। মাকণে যিমানে তাক তাইৰ পৰিয়ালৰ শাৰীত থিয় হ ব পৰাকৈ ধনী হ বলৈ উদগনি দিছে বা অনৰোধ কৰিছে সিমানে তাৰ আত্মাই তাক নিজে বিচৰা সত্যৰ পথলৈ টানি লৈ গৈছে। মাকণে ফ্রিবোজাৰ ঘৰত তাৰ লগত সকলো কথা তন্নতন্নকৈ পাতিছে। তাৰ নিজৰ কথা সি পৰিষ্কাৰকৈ তাইৰ আগত দাঙি ধৰিছে। তাৰ আৰু একো ক বলৈ নাই   তাইৰ একো সুধিবলৈ নাই। অন্ততঃ আৰু এবছৰলৈ তাই একো তাক নোসোধে।

এই এটা বছৰ সি কেনেকৈ কটায় কেনেকৈ সি নিজৰ অৱস্থাৰ উন্নতি সাধে সেইটো তাৰ কথা। মাকণৰ পৰামৰ্শই তাত কাম নিদিয়ে।

আনফালে এই বছৰটো তাই অকলশৰে কটাব খোজে। শান্তি নিকেতনলৈকে যাবৰ তাইৰ প্ৰবল ইচ্ছা। তাই কলা চৰ্চাৰ মাজেদি জীৱনত সুন্দৰৰ অ বেষণ কৰিব খোজে। মনটো সেই দিশে উধাও হৈছে। সেই বাবে তাই নবীনৰ বিষয়ে কাৰো আগত একো কৌতুহল প্ৰকাশ কৰা নাছিল

তাই বৰুৱাক ক লে শুনিছো বৰদেউতা।

বৰুৱাই তাইৰ মুখলৈ চাই অ াক হৈ ।ল। তাই কি ভাবিছে? তেওঁ একো ধৰিব ে াৱাবিলে

কিছু সময় ক ৰো মুখত কথা নোলাল

কিছু সময়ৰ মৰত বৰুৱাই দয়োজ ী বাই ভনীৰপৰা বিদায় লৈ মশানলৈ গ লগৈ।

বৰুৱাৰ মটৰৰ শব্দ নশুনা হ লত সদশনাই মাকণলৈ চাই ক লে ৰঞ্জিত অথনি মাৰ ওচৰত আঠ লওঁতে কি ভাব হৈছিল জান?

কি?

মানহটো খাটি মানহ। নহলে এ কৈ লোকৰ মাকক নিজৰ মাক বুলি ভাবিব নোৱাৰিলেহেতেন। সদশনাই উত্তৰ দিলে। দদকো মানহটোৰে এক মহত্তলৈ এৰি দিয়া নাই দেখিছনে?

মাকণে বায়েকলৈ এবাৰ চালে তাৰ পিছত ক লে তাত কিবা অসাধাৰ আছে জানো?

একো নাই। অস্বাভাৱিকো নাই। এই কাৰণেই মানহটোক ভাল লাগে। তয়ো লাহে লাহে তেওঁক ভাল পাই আহিবি। মই আজি কৈ থলো। সদশ াই ক লে নবীন অসাধাৰণ ৰঞ্জিতদা সাধাৰণ। সংসাৰখন সাধাৰণৰ বাবে। খিবোৰ অসাধাৰণ তেওঁলোকে সংসাৰত শান্তি নেপায়। তয়ো ভুল নকৰিবি খৰী আৰু নাই তোক বাট দেখুৱাবলৈ। তইতো মনে মনে সংসাৰকে বিচাৰিছ। তোৰ মন তোতকৈ মই বেছি বুজো। সেই কাৰণে কৈছো খৰ ভাবি চিন্তি সিদ্ধান্ত লবি ছোৱালীৰ জীৱনত এই এটা সিদ্ধান্তই ডাঙৰ।

মই হ'লে বৰ সুখী হ'ম যদি তই ৰজিতক গ্ৰহণ কৰিব পাৰ। সদৰ্শনাই থেকেক বৈ মাকণৰ মনৰ ভাব বজিবলৈ চেষ্টা কৰিলে মাকণে তাইৰ কথাবোৰ শুনি ভাবিবলৈ লৈছিল সদৰ্শনাই ক'লে শান্তি নিকেতনলৈ যাব খুজিছু যা। কিন্তু সেইটো এটা সৰল নিষ্কৃতিৰ উপায়। মানহে কেতিয়াবা নিৰুপায় হৈ কঠোৰ বাস্তৱৰপৰা নিষ্কৃতি বিচাৰে। একো লাভ নাই।

মাকণে একো উত্তৰ নিদিলে।

সদৰ্শনাৰ কথাবোৰে তাইক অস্থিৰ কৰি তুলিলে কিন্তু স্থিৰ হব পথ তাই বিচাৰি উলিয়াব নোৱাৰিলে

ঠিক তেতে সময়তে অপৰাজিতাক কোলাত লৈ জয়ন্তী আহি সদৰ্শনাৰ ওচৰত থিয় হ লহি

আইদেউ জয়ন্তীৰ মাতত এটা অভিযোগৰ সৰ অপৰাজিতাই আপোনাক বিচাৰি আছে। উপায় নেপাই মৈ আহিলো সৰু আইতাকৰ কথাও খৰ কৈছিল।

অপৰাজিতাক জয়ন্তীয়ে এৰি দিলে। তাই দৌৰি আ সদৰ্শনাৰ কোলাত সোমালেহি। তাই এবাৰ মাকৰ মখলৈ চাে এবাৰ মাকণৰ মখলৈ চালে।

অপৰাজিতাই মাকক সদায় বিচাৰে। কিন্তু আমনি নকৰে। চাকৰ নাকৰে ফুচুলাই মন ভাল গালে তাই তাতে ভোল যায়। অ জি কিন্তু তাই একোতে সন্তুষ্ট নহ ল। উপায় নেপাই জয়ন্তীয়ে নিজে তাইক লৈ আহিল

তাই আজি মাক আৰু মাহীয়েক কাৰো মখত কথা নশুনি অসন্তু ট হৈ ক লে মই সৰু আইতাৰ ওচৰলৈ যাওঁ।

সৰু আইতা মানে চিন্না।

সৰু আইতাকক অপৰাজিতাই বৰ ভাল পাইছিল। কোনেও তাইক এতিয়ালৈকে কোৱা নাই যে তেও আৰু ইহসংসাৰত নাই। ক লেও তাই একো নবজিব। সদৰ্শনাৰ কোলাৰপৰা তাই অভিমানত উঠি যাব খুজিলে মাকে ক লে অপৰাজিতা সৰু আইতা ঘৰত নাই।

কলৈ গ ল? তাই স ধিলে।

সুদৰ্শনাই এইবাৰ নিঃসহায় ভাৱে জয়ন্তীলৈ চালে। জয়ন্তীয়ে তাইক ক'লে স্বৰ্গলৈ গ ল।

স্বৰ্গ ক'ত? অপৰাজিতাই সুধিলে।

ওপৰত! জয়ন্তীয়ে উত্তৰ দিলে

অপৰাজিতাই অবাক হৈ ওপৰলৈ চালে। তৰাবোৰ ভৰা আকাশখনলৈ চাই তাই আপোন পাহৰা হ'ল

মাকৰ মনত কৰিলে জয়ন্তীয়েও অপৰাজিতাৰ দৰেই মাকৰ স্বৰ্গ যাত্ৰাত বিশ্বাস কৰিছে। জয়ন্তীৰ বিশ্বাস অটল। অপৰাজিতায়ো তাইৰ কথাকে বিশ্বাস কৰিছে। সিহঁতৰ সৰল প্ৰাণ নিজৰাল আৰু জটিলতাহীন

মাকৰে সপদশনালৈ চালে তাৰ পিছত নিজৰ মনৰ ভিতৰতে একাকি কৰি তা মাতিলে মৰি গৈ সোণ সৰু তৰা এটি হ'ল ঔ তৰা এটি হ'ল

— —

# চতুৰ্থ খণ্ড

ডালশলীয়াটোলৈ খাপ লৈ বহুত সময় সি চেল ৰ বেৰৰ বিন্ধাটোৰ ওচৰত থিয় দি আ ছিল। কিন্তু সি নাহিল

ডালশলীয়াটোৱে এটা অক্ষমনীয় অপৰাধ কৰিছিল। মাকণৰ শেষ চিঠিখনৰ পাত টানি নি সি বাহিৰ পোৱাই ছলগৈ দপ ীয়া তাৰ চলমিলকৈ টোপনি ধৰিছিল সেই সময়ত সি কামটো কৰিলে। টোপনি আহোতে পঢ়ি থকা চিঠিখন বোধহয় ক ব নোৱাৰাকৈ হাতৰ পৰা মজিয়াত সৰি পৰি ছিল। সম্পূৰ্ণ তি টো পা সি চৰ কৰিছে।

যোৱা ডেৰ বছ ৰ ভিতৰত ডালশলীয়াটোৱে বহুত সৰু সৰা অপৰাধ কৰিছিল কেতিয়াবা সি চাবোন নিয়ে কেতিয়াবা তামোল কেতিয়াবা ল ফৰ টকুৰা কেতিয়া। মিহি কাগজ চৰকৈ নি সি নবীনক সাময়িক মনোক দিছিল কিন্তু সদীঘ কাৰাবাসৰ একমাত্ৰ সহচৰ বুলি তাক সি অকাতৰে ক্ষমা কৰি ছিল।

কিন্তু আজি সি যি গুৰুতৰ অপৰাধ কৰিলে তাক ক্ষমা কৰা তাৰ পক্ষে টান হৈ পৰিল।

হাতৰ মাৰিডাল পেলাই দি সি আকৌ বিছনা দীঘল দিলেহি। কৰিবলৈ একো নাই। খং মাৰ নিয়াই লাহে লাহে মাকণক লাভ কৰাৰ সকলো আশা সমলঞে বিসৰ্জন দিয়াই তাৰ একমাত্ৰ পথ।

ভালেই হ ল। শেষ চিঠিখনো গ ল। লগতে গ ল মাকণৰ হাতৰ আখৰবোৰত সজীৱ হৈ থকা ক্ৰমাৎ পৰঠ হ বলৈ ধৰা তাইৰ মনৰ চিনাকি।

যোৱা ডেৰ বছৰৰ ভিতৰত মাক তাৰ ওচৰৰ পৰা যেন বহুত দূৰৈত আঁতৰি গ ল। তাই এতিয়া শান্তি নিকেতনত ৰবীন্দ্ৰ সাহিত্যৰ এটা ক চ লৈছে আৰু উপকৰণৰ চিত্ৰ কলা শিকিছে। কিন্তু এই শিক্ষাত তাইৰ মন বহা নাই। তাই আকৰ্ষিত হৈছে ৰবীন্দ্ৰনাথৰ দৰ্শনলৈ।

ৰাজনীতিৰ মোহৰপৰা তাই সম্পূৰ্ণৰূপে মুক্ত হৈছে। তাই দেখিছে ৰাজনীতিয়ে দেশৰ মানুহক একত্ৰিত কৰিছে কিন্তু সেই একতা

কাৰোবাৰ বিৰুদ্ধে। বিৰোধী পক্ষ গুচি যাবলৈ ওলোৱাৰ লগে লগে মানহবোৰ হিন্দু মছলমান বঙালী অসমীয়া আদি সৰু সৰু বিভাগত বিভক্ত হবলৈ আৰম্ভ কৰিছে।

ৰাজনীতিয়ে একত্ৰিত কৰে কিন্তু মানহক একত্বৰ ডোলত বান্ধিব নোৱাৰে। সেই বাবে এটা বেলেগ গভীৰ বিশ্বানুভূতি লাগে। ৰবীন্দ্ৰ সাহিত্যত সেইটোকেই তাই পাইছে। যস্তু সৰ্বানি ভূতানি আত্মন্যেবানু পশ্যতি। সৰ্বভূতেষু আত্মানং ন ততো বিজুগুপ্সতে। ডিগ্ৰীৰ বাবে তাই ব্যাকুল নহয় তা বিচাৰিছে সকলো মানহকে এক কৰা সেই বিশ্বানুভূতি। নবীনক এতিয়া তাই তাতেই পাব।

নবীনে ইতিমধ্যে বজি পাইছিল তাৰ ৰাজনীতি আগতকৈ কঠোৰ হ বৈ আৰম্ভ কৰিছে। ভয়ানক কঠোৰ। বৰদলৈৰ ৰাজনীতিৰ লগত তাৰ মিহি জোৰা নহা হৈছে। বৰদলৈ য়ে অসমত কংগ্ৰেছী সংযুক্ত মন্ত্ৰী সভা গঠন কৰি আপোচৰ ৰাজনীতি আৰম্ভ কৰিছে। দিল্লীত কংগ্ৰেছ অ ৰু মছলিম লীগৰ লগত বৃটিছ চৰকাৰৰ কথা বতৰা আৰম্ভ হৈ গৈছে।

এই কথা বতৰাৰ শেষ পৰিণতি হ ব দেশৰ বিভাজন। আনহাতে মহাযদ্ধ বন্ধ হৈ গৈছে।

এটম বোমাই জাপানৰ ককাল ভাঙি দিলে ফেছীবাদৰ মৃত্যু হ ল কিন্তু সাম্ৰাজ্যবাদ বাচিল। বৃটেইন আকৌ শক্তিশালী হ ল। এতিয়া বৃটেইনে ভাৰত স্বাধীনতা আন্দোলনলৈ যদ্ধকালৰ দৰে ভয় নকৰে

এই সময়ত বন্দী আই এন এ সেনাবোৰক দেশদ্ৰোহিতাৰ অপৰাধত বিচাৰ কৰিছে বৃটিছ চৰকাৰে। য দ্ধৰপৰা উলটি অহা ভাৰতীয় সেনা বাহিনীৰ কিছুমানৰ মাজত বিদ্ৰোহৰ ভাব জাগিছে

এই সময়ত সি বাহিৰত থকা হ লে ভাৰত ত্যাগ আন্দোলনৰ অগনি আকৌ জ্বলাবলৈ চে ষ্টা কৰিলেহেঁতেন।

পাকিস্থানৰ ৰাজনীতি আৰু আপোচৰ কথা বতৰা বন্ধ কৰাৰ একমাত্ৰ উপায় সেয়ে।

একমাত্ৰ উপায়।

এই সময়ত সি আৰু বিশ্ববিদ্যালয়ৰ আন্দোলন অথবা আজে চনী উলিয়াই উপাৰ্জনক্ষম হৈ মাকণক বিয়া কৰোৱাৰ কথা ভাবিব নোৱাৰে। ইতিমধ্যে মাকণে দিহা এবছৰ সময় উকলি গ ল। জেলৰপৰা সি মক্তি নেপালে। বৰং দাগী বিপ্লবী বলি চৰকাৰে এমাহৰ আগতে তাৰ জেল ম্যাদ আৰু এবছৰ বঢ়াই দিছে

জেলৰপৰা সি এখন চিঠি পাৰ কৰাই পঠাই দিছিল সমতি বাইদেউলৈ।

সমতি বাইদেউ তেতিয়া আছিল মদনা ল্লীত বিম। বেমাৰৰ খবৰ কৰিবলৈ গৈছিল। চিঠিখন কেনেবাৈ পৰিল পলিচৰ হাতত। সেই চিঠিত আছিল দেশ নতু প্লৱৰ বাবে সাজু ক াৰ সিদ্ধান্ত চৰকাৰে নবীনৰ মনোভাৱত আশংকা প্ৰকাশ কৰি তাক মকলি কৰি দিবলৈ ৰাজী নহ ল।

বৰদলৈ অসমৰ মখ্যমন্ত্ৰী হোৱাৰ পিছত আ সকলো ৰাজ ন্দীৰ লগতে তাকো মক্তি দিব খজিছিল কিন্তু সি মক্তি নেপালে। স্বয়ং ইংৰাজ চীফ চেক্ৰেটৰীয়ে আপত্তি জ ালে। বৰদলৈয়ে এতিয়াও চেষ্টা চলাই আছে কিন্তু সফল হোৱা নাই

ন ীনৰ একমাত্ৰ আশা আছেগৈ সমতি বাইদেউত। তেও সংঘৰ ল ৰাবোৰক একত্ৰিত কৰি ৰাখি লৈ যত্ন ক ি ছে কিন্তু প া নাই হলা গছ দেখিলে আটায়ে কুঠাৰ মাৰে মাৰিবই। সমতি বাইদেৱে অৱশ্যে আগৰ দৰে একাণপতীয়াকৈ ৰাজনীতিত লাগি থাকিবলৈ ইচ্ছা কৰা নাই। ৰাজনীতিৰ মাজত তেওঁ দেখা পাইছে ক্ষমতাৰ খেলা। কোনোবা হ বলৈ চায় মন্ত্ৰী কোনোবা এম এল এ। কোনেও সেৱা কৰিবলৈ আগ বাঢ়ি নাহে।

সংঘৰ ল ৰা কিছুমানৰ মনতো নামি আহিছে হতাশা। মছলমান সকলৰ মাজত লীগে সমাই দিছে পাকিস্থানৰ স্বপ্ন। লীগে দাবী কৰিছে অসমক পাকিস্থানত সমুওৱাৰ। গোটেই অসম জকি উঠিছে সভা সমিতি শোভাযাত্ৰাৰে কেউফালে প্ৰতিবাদৰ ধ্বনি উঠিছে। এই ধ্বনি কিন্তু ব্যাপক হৈ উঠা নাই।

মা ছে বিয়াল্লিছৰ আন্দোলনৰ সময়ত জগা দৰে জগা নাই কিয় সি ক ব নোৱাৰে। চেলৰ ভিতৰত বহি বহি তাৰ ধাৰণা হ ল অতদিনে আন্দোলন স্বাধীনতা সংঘৰ ওপৰত কৰি অহা বিশ্বাস যেন

পণ জ্ঞানৰ ওপৰত প্ৰতি ঠিত নহয় ভাৰতৰ মুক্তি মানে কি কেৱল লোকৰ মানহৰ ঠাইত নিজৰ মানহৰ শাসন? জীৱনৰ উদ্দেশ্য সাধনত জানো এই মক্তিয়ে সহায় নকৰে? আন্দোলনত লগাসকলৰ মনত কোনো উচ্চনৈতিক চেতনা নোহোৱাৰ ফলত তেওঁলোকে যেনেতেনে ক্ষমতা পোৱাৰ কথাকে চিন্তা কৰি আছিল। সিও ভাবিছিল জীৱন শ্ৰেষ্ঠ উদ্দেশ্য হৈছে স্বাধীনতা লাভ। নেতাসকলৰ ওপৰত নিঃসংশয়ে সি আস্থা স্থাপন কৰিছিল —যেন তেওঁলোক ধ্ৰুৱজ্যোতি। কিন্তু নেতাসকলৰ সৰহ ভাগেই আদশৰ বাবে আত্মত্যাগ কৰাৰ শক্তি হেৰুৱাই পেলাইছে। কাৰণ তেওঁ ।কৰ আদশ প্ৰজ্ঞা লব্ধ নাছিল উন্নত মানবৰ মতবাদ অন্ধভাৱে অনকৰ কৰি তেওঁ লাকে আত্মতৃ ি ত লাভ কৰিছিল। স্বাধীনতাক তেওঁলোকে কেতিয়াও পণ ৰূপত দেখা নাছিল। সেই ৰূপ অন্তৰত নাছিল বাবেই তেওঁলোকে বিভ্ৰান্ত। প্ৰত্যেক কৰ্মীয়েই আজি নিজক অনসন্ধান কৰিব লাগিব জীৱনৰ অথ ৰহস্যময় কোনেও সেই ৰহস্য ভেদ কৰিব পৰা নাই এই ৰহস্য অনসন্ধান কৰিব পাৰি অকলে নিজৰ অন্তৰ লোকত।

হঠাতে সি অনভৱ কৰিলে যি সময়ত মাকণে এটা বিশ্বানভূতিৰ অনসৰণ কৰিছে সেই সময়ত কেৱল ি জৰ ব্যক্তিত্বকে চকুৰ আগত দেখা পাইছে। তাৰ গো ঠীয় ভাৱনাত সংকট উপস্থিত হৈছে। ।ৰ মক্তিৰ কামনাৰ গত ি ন্যায় বিচাৰ সামাজিক ।ৰিত্ববোধ আৰু প্ৰেমৰ ভাৱ জড়িত আছে সেই ভাৱ সাধাৰণ স্তৰৰ ৰাজনৈতিক আৰু সা ।জিক প্ৰয়োজন বন্ধনৰ পৰা ল ব খোজা মক্তিৰ কামনাৰ ভাৱতকৈ উচ্চতৰ। নিজক যিমানে সি বজি আহিছে সিমা তাৰ ধাৰণা হৈছে সাধাৰণ প্ৰয়োজন বন্ধনৰ পৰা মক্ত নহ লে প্ৰকৃত মক্তি মানহে নেপায়। কাৰণ কৃত মক্তি জ্ঞানত।

সম্পণৰূপে অকলশৰীয়া নহ লে বোধহয় জীৱনৰ অথ উপলব্ধি কৰা টান কিন্তু তা কাৰণে এতিয়া প্ৰয়োজন হৈছে পথ আবিষ্কাৰ বিপ্লৱৰ পথ

নিজৰ দীঘল দাড়িবোৰত হাত দি সি অনভৱ কৰিলে নিজৰে অপৰিচিত এটা সকীয়া নবীন উপস্থিতি। সি যেন জেলত পৰাৰ আগৰ নবীন নহয় এটা নতুন নবীন।

তাৰ মনত পৰিল মাকণক সকলো ৰকমৰ সামাজিক স্তৰৰ প্ৰেম বন্ধনৰ পৰা মুক্তি দি লিখা তাৰ শেষৰ চিঠিখন। এতিয়া সি বজি পাইছে কাগজ উলিওৱা আৰু ধন ঘটা তাৰ নহ'ব। তাৰ ল পৰীক্ষাও বেয়া হ'ল। সেইবোৰ কামৰ প্ৰবৃত্তিও তাৰ নোহোৱা হৈছে। নিজক যিমানে সি বজিবলৈ আৰম্ভ কৰিছে সিমানে সি ধৰিব পাৰিছে সি নিসংগ পথিক। সেই পথেদি যোৱাই তাৰ স্বধৰ্ম। তাৰ প্ৰেমিকাৰ লগত বিয়া হ'লেও এই পথ সি ত্যাগ কৰিব নোৱাৰে। কিন্তু এই পথ সৰ্বস্ব ত্যাগৰ পথ মাকণে সেই পথৰ দাবী হ'ব যেতিয়া নোৱাৰেই তাইক টানি অনাৰ কোনো অৰ্থ নাই। জীৱনৰ নিম্ন স্তৰৰ লক্ষ্যৰ প্ৰতি তাৰ মোহ নোহোৱা হৈছে। বৰ সি অনুভৱ কৰিছে মাকণে স্বধৰ্ম বিচাৰি লৈ তাকে অনুসৰণ কৰক।

এই চিঠিৰ উত্তৰত মাকণে ডালশলীয়াই টানি নিয়া চিঠিখন লিখিছিল তাত তাই তেনে এটা ইচ্ছাকেই প্ৰকট কৰিছে। চিঠিত ৰজিতদাৰ নাম পৰ্যন্ত উল্লেখ কৰা নাই। কিন্তু এই কথা ঠিক তাই যদি তেওঁক বিয়া কৰাব খোজে তেন্তে তাৰ ফালৰপৰা আৰু কোনো নৈতিক বাধা নেপায়। বৰং মাকণে তাৰ সমৰ্থনহে লাভ কৰিব। মাকণৰ চৰত পৰণ কৰাত সি ব্যৰ্থ হৈছে।

সেইদৰে থাকোঁতেই চেলৰ লোৰ চিকবোৰৰ সিপাৰত থিয় হ'লহি স্বয়ং জেইলৰ। মানহুজন গহীন কিন্তু দয়াল। তেওঁৰ মুখলৈ চাই নবীনে সুধিলে আপনি নিজে আহিল যে।

মানহুজনে হাহি ক'লে সুমতি বাইদেউ আহিছে। আপুনি সাদিনৰ পেৰল পাইছে তেখেতে লৈ যাবলৈ আহিছে

খন্তেকলৈ বীনৰ মনটো নাচি উঠিল কিন্তু পিছ মুহূৰ্ততে তাৰ মন পৰি গ'ল। মই পেৰেলত নাযাওঁ।

জেইলৰে খব মিহি মাতেৰে ক'লে আপোনালোকৰ সংঘৰ বিমল বৰুৱাৰ খব টান। গুৱাহাটীত আছেহি। আপোনাক চাব খুজিছে

নবীনৰ মন কিহবাই তিয়াই দিলে বিমলদা গুৱাহাটীতে যে আছেহি তাকো সি ক'ব নোৱাৰে। মদনপল্লীৰপৰা মুবি আহি বোধহয় সুমতি বাইদেৱে খবৰ দিবলৈ অকণো আজৰিয়েই পোৱা নাই। এনেয়ে সংঘৰ অৱস্থা বেয়া তাতে বিমলদাৰ শেষ সময়।

বহুত সময় নবীনক নিমাত দেখি জেইলৰে সুধিলে মই কি ক মগে।

পেৰলত যাবলৈ তাৰ বিন্দ মাত্ৰও ইচ্ছা নাই। তাক লাগে সম্পূৰ্ণ মক্তি।

নবীনক নিমাত দেখি জেইলৰে হাঁহি ক লে আহকচোন বাক তেখেতৰ ল ত কথা পাতি চাওক।

চেলৰ দৰাৰ খোল খাই গ ল। নবীন আৰু জেইলৰে দয়ো শাৰী পাতি অফিচৰ অভিমখে খোজ ললে। অফিচৰ দাঁতিতে সাক্ষাৎ কোঠা। তাতে সমতি বাইদেউ বহি আছে। নবীনে সমতি াইদেউক দেখি ভয় খাই গ ল দেহত একোৱেই নাই। সি তেওঁৰ ওচৰত বৈ সধিলে কি হ ল বাই উ? ইমান খীণালে যে।

সমতি বাইে ৰে তাৰ প্ৰশ্নৰ উত্তৰ িদি ক লে বৰ যত্ন কৰি পেৰল আদেশ আনিছো ে াওঁ বলি কবা। বিমলদা কিমান সময় থাকে ক ব নোৱাৰো। কেই া াৰো োমাৰ কথা সধিছে।

ি ে কে যাবৈ ক্য় মে কছে ন ীনে লাহে লাহে উত্তৰ দিলে।

বিবেকৰ ওপৰত জ্ঞান। জ্ঞানক সোধা। সমতি বাইদেৱে হাঁহি ক লে।

ন ীনে ক লে মত্যুকতো কোনেও বোধ কৰিব নোৱাৰে। বিমলদা যাব খজিছে যাবই। কিন্তু অসন্মানজনক চৰ্তত ওলাই গৈ তেওঁক দেখা কৰিবলৈ যোৱাটো বিমলদ ৰ জীৱনৰ প্ৰতিয়েই অসম্মান কৰা হ ব বিমলদাক মই ইয়াৰপৰাই দেখিছো

কথা কোৱাৰ ে লগে ন ী ৰ চকু চলচলীয়া হ ল।

সমতিব্য় তাৰ ম লৈ সস্নেহে চাই ক লে বিবেকে যেতিয়া কোৱা নাই যাব নেলাগে। মই মোৰ কতব্য কৰিলো। মই আৰু এবাৰ চেষ্টা কৰি চাম। এওঁ কিমান সময় থাকে ক ব নোৱাৰো শেষৰ বাক্যটো তেওঁ ইচ্ছা কৰিয়েই দোহাৰিলে।

সুমতি বাইদেউ সেইদিনা কথা কৈ গুচি গ ল। তেতিয়া আহিল আবেলি। নবীন নিজৰ চেললৈ ঘুৰি আহিল সন্ধিয়া সময়লৈকে তাৰ মন অস্থিৰ হৈ আছিল। বিমলদাক দেখা কৰিবলৈ সি সহজে

পেৰলত যাব পাৰিলেহে তেন কিন্তু তেনে কৰিবলৈ যাওঁতে সি শপত খাব লাগিব পোৱা অনগ্ৰহৰ (সবিধা) বিি ময়ত নপলাওঁ বলি। তেনে কৰাতকৈ সি শাস্তি খাবলৈকে ৰাজী।

হয় বিনাচতে মক্তি নহয় অনন্ত কাৰাবাস।

ৰিমল ।ৰ লগত তাৰ নৈতিক সম্পক কাজেই বিমলদাই বজি পাব। তাৰ ধাৰণা যিমানে সি নীতি মানি চলিব সিমানে সি বিমলদাৰ কাষ চাপি যাব। এতিয়া বিমলদাৰ বাবে ভাব। সেই ভাব চলি থাকিব।

ৰাতিটো সি ভালদৰে শুব নোৱাৰিলে। বাৰে বাৰে সমতি বাইদেউৰ মখখন মনত পৰিবলৈ ধ িলে তেওৰ চেহেৰা ইমান বেয়া হোৱাৰ-কাৰণ কি? কিবা অসখ হোৱা নাইতো? যদি বিম দাৰ ৰোগেই পাইছে? নহবও পাৰে ক টতো তেন্তে হ ব পাৰে! কিন্তু চেহেৰা একেবাৰে কিবা হৈ পৰিছে। বেছি কথাও নক লে মানহ জনীয়ে। আহিল আৰু গ ল। একো সোধাও নহ ল। অব শ্য চকুকেইটা আগৰ দৰেই শান্ত।

সেই ৰাতি তাৰ ভাল টোপনি নহ ল।

পৰা সি এটা শব্দ শুনি সাৰ পালে দেখিলে বাহিৰত জেইলাৰৰ মাত।

শুই উঠি সি গৈ লোৰ চিকবোৰৰ ওচৰত থিয় হলগৈ জেইলৰে হাঁহি ক লে ভাল খ ৰ। একেবাৰে খিলওৰপৰা খবৰ আ হুছে। আপোনাৰ মক্তি।

মক্তি! জেইলৰৰ কথা বিশ্বাস কৰিব নোৱাৰি সি ক লে অ।

জেইলৰে হাঁহিবলৈ ধৰিলে

চেল এৰি বাহিৰলৈ যাবৰ সময়ত হঠাতে সি ম কৰিলে ভালশলীয়াটোৱে বেৰৰ তলৰ বিন্ধাইদি ভুমকি মাৰিছে। সি কিবা গম পাইছে নেকি? তালৈ এবাৰ চাই সি হাতত টোপোলা লৈ হমনিয়াহ চাৰি লাহে লাহে গৈ অফিচ পালেগৈ।

তাতে সি দেখা পালে দদক। গাত চিকাৰৰ সাজ। নবীনক দেখিয়েই ক লে বা একেবাৰে ঋষি হলি দেখোন মই ৰত্নাকৰ হৈয়ে আছোঁ। পৰাই লাইছিলো চিকাৰলৈ। কিন্তু ক ৰবাৰপৰা ওলালহি মণিকা। ক'লে তোক আনিবগৈ লাগে।

নবীনে কাগজ পত্ৰ চহী কৰি দদৰ লগত জেলৰ বাহিৰলৈ ওলাই আহিল। মটৰত উঠাৰ লগে গে নবীনে সুধিলে কোন মণিকা?

দদৰে মণিকাৰ পৰিচয় দিলে গুৱাহাটীৰ সকলো সম্ভ্ৰান্ত পৰিয়ালতে ন চৰ আৱশ্যক হ লে মণিকাকে বিচাৰে ৰবিচন্দ্ৰৰ ভৰি ভাগোতে তায়েই শু ্ৰূষা কৰিছে। এতিয়া বিমলদাৰ শু ্ৰূষা কৰিছে। বিমলদা আছে খা ঘ ি ৰ ফালে নৰ দাঁতিৰ সৰু টিলাৰ ঘৰ এটাত। ঘৰটো সদানন্দ ৰুৱা । ঘৰটো তেওঁৰ বাপেকৰ দিনতে সজোৱা তাকে চণ তেল ি ক্ষয়ৰোগী থাকিব পৰাকৈ চুচি মাজি দিছে।

পৰাৰ গুৱা াটী আলিবাট সজীৱ হৈ উঠিছে। নবীনে চহৰৰ দশ্য চাইছিল। যদ্ধৰ উম ঘাম নাই। মাজে মাজে খালী দই টা সেনা দেখা গৈছে। আকাশত প্লেনৰ গুমগুমনি নাই। মাত্ৰ জীপ গাড়ী আছে। দ স্বপ্ন যে শেষ হৈ গ ।

ৰঞ্জিতদাহত উভতিল নেকি? নবীনে সধিলে।

তই খবৰ নেপাৱ নেকি? বি ময়ত দদৰে সধিলে ৰঞ্জিত দাদা যদ্ধত আহত হ ল এতিয়া কলিকতাত আছে

কি হ ল?

ময়ো বিশেষ একো নেজানো সদানন্দ বৰুৱা গৈছেহে খবৰ কৰি লৈ। আহিলেহে গম পাম দদৰে মটৰ ঘৰত সমাই উত্তৰ দিলে

মাকণহত ঘৰটো একেবাে চিনিব নোৱাৰা হ ল। গেট নতুন তাত এটা ইটাবৰণীয়া ৰং। বাহিৰৰ ফলনিখন নানা বৰণীয়া ফুলেৰে ৰমক জমক হৈ আছে। পৰণি মা ীটোৰ গাত খাকী ডেচ তাক দেখি মালীটোৱে চেলাম দিলে। আগতে কোনো দিনে সি াক চেলাম দিয়া মনত নপৰে।

ঘৰটো চাবলৈ নবী বাহিৰতে ৱেকপৰ ৰ ল। দদৰে সুহুৰিয়াই হাতৰ আঙুলিৰে মটৰৰ চাবি পাত ঘৰাই ঘৰাই ভিতৰলৈ সোমাই

গ ল। নবীনে দেখিলে ড্ৰইং ৰুমটো চিনিব নোৱাৰা হৈছে। সাজ সজ্জা অপৰূপ। মাকণৰ কোঠাটোৰ কাষৰ ফুলনিখন নাই। তাত এটা সৰু ঘৰ হ ল আসাম টাইপৰ ঘৰ নহয় কনক্ৰিটৰ ঘৰ।

মালীটোৱে আহি বহুদিনীয়া আপোন মানহৰ দৰে তাৰ ওচৰত থিয় হ হি। নবীনে সুধিলে এইটো ঘৰ কাৰ ?

হাকিমৰ। মাজে মাজে নতুন মাইজীক লৈ ইয়াতে থ কেহি মালীটোৱে উত্তৰ দিলে।

এতিয়া আছে নেকি ? কৌতহলত নবীনে সুধিলে।

নাই। শ্বিলঙলৈ গৈছে। মালীটোয়ে হাঁহি উত্তৰ দিলে নতুন মাইজীৰ এটা ল ৰা হৈছে

নবীনে অধিক কৌতহল প্ৰকাশ নকৰিলে।

মালীটোৱে হঠাতে সুধিলে আ ানাৰ অফিচটোত একো নাই। মাজে মাজে গৰু সোমাই থাকে। কেইদিন মই খেদি থৈ আহিছো

নবীনে একো উত্তৰ নিদিলে। তাৰ অনমান হ ল সংঘ তেতিয়াও বোধহয় বে আইনী হৈয়েই আছে। বৃটিছ চৰকাৰে সংঘৰ সদস্য বোৰক ি প্সেষণ কৰিয়েই এৰা নাই। তেওঁলোকৰ মনত ভয় সমাই দিবলৈ সমথ হ ল এই ভয়ৰপৰা তেওঁলোকে এতিয়াও নিস্তাৰ পোৱা নাই

নবীন ভিতৰ সোমাব খজিছিল ঠিক তেনেতে সৰু কনক্ৰিটৰ ঘৰটোৰপৰা ওলাই আহিল এজনী দীপলিপ ছোৱালী। তাইৰ কপালত এটা দগমগীয়া সেন্দৰৰ ফোট। গাত মগাৰ খমখ ীয়া ৰিহা মেখেলা। হাতত এযোৰ ৰূপৰ বালা। কাণৰ ডাঙৰ ফুটাকেইটাত থৰীয়া নাই ডল ওলমিছে।

ওচৰত থিয় হ লত নবীনে ক লে তই নগৰ এৰিব পৰা নাই নেকি জয়ন্তী ?

তাই থত মত খালে। অলপ পৰৰ পিছত নিজকে চম্ভালি তাই ক'লে ৈ ছিলো এৰি। পিছে সদশনা বাইদেৱে শ্বিলঙত গৈ নাচৰ পোহাৰ মেলিলেগৈ। কেইদিনমানৰ আগতে অমৰীৰ ডাক পৰিল। পেতাইক লৈ চাপলি মেলিলো। তাতে প্ৰফেচাৰো আছেগৈ। বিশ্ব বিদ্যালয়ৰ কামত। নাচ-বাগ কৰি এতিয়া ইয়াতে আছিহোঁ। পিতায়ো

আহিছে। তাই ৰ ল। মাকণ আইদেউকহে নেপালেহি। সিহঁতৰ মাক মৰাৰ পিছত মোক নেৰেহে নেৰে মানুহজনীৰ কথা ভাবিলে বেয়া লাগে। চৰায়ে পোৱালিক ভেউকাৰে আৱৰি থোৱাৰ দৰে মাক্কে মৰমেৰে তেওঁকো আৱৰি থৈছিল। এতিয়া নিঠকৰা হ ল। মই কৈছো শিৱ পজা কৰিবলৈ বিচৰা বস্তু পাবই। পিছে ভালে ভ লে আহি নহয় ?

নবীনে মৰ দপিয়ালে।

লপ পৰ কথা পাতি জয়ন্তীয়ে ক লে দদ দাদাটো একেবাৰে সক্ক ল ৰাৰ দৰে। এতিয়া কি কৰিছে চাওঁগৈচোন ব লক নিশ্চয় জুই ধৰি চাহৰ কেটলি তুলি দিছেগৈ। আহক ভিতৰতে বহোগৈ। চ হ এটোপাও কৰি দিও।

জয়ন্তী আগে আগে গ ল। নবীন পিছে িছে। অলপ দূৰ গৈ সিহত যেতিয়া মাকণৰ াক শোৱা কোঠা পালেগৈ তেতিয়া নবীনৰ মনত কিহবাই উঁকি মাৰি গ ল। চিত্ৰা মাহী যেন কোঠাটোতে এতিয়া ৰামায়ণ পঢ়ি আছে এনে ভাব হ ল তাৰ। কোঠাটো পৰিষ্কাৰ আৰু সন্দৰ হ ল দ ৱে কোঠাটো কাকো ব্যৱহাৰ কৰিবলৈ দিয়া নাই ঠিক যাদ ঘৰৰ দৰে সজাই থৈছে মাকৰ বিচনাখন একেদৰেই আছে। খা ী কাপোৰ আৰু কাঠৰ ং উজ্জ্বল হৈছে। ৰামায়ণখন য তে মাকে এি থৈ গৈছিল ত তে আছে। চকীখনো প্ৰায় সেই দিনা দেখা দৰেই আছে। বেৰৰ ছবি ািৰবো ঠাই সলনি হোৱা নাই। দেউতাকৰ ছবিখনো দদৱে আঁতৰোৱা নাই। মাকৰ ছবিখনৰ কাষতে সেইখন সন্দৰ হৈ জিলিকিছে তেওঁলোকে বিয়া সোমোৱাৰ এবছৰ মা ৰ পিছৰ ছবি। দদৰ তেতিয়াও জন্ম হোৱা ািছিল।

জয়ন্তী ভিতৰলৈ সো াই গ ল। তাই দদৰ হাতৰপৰা চাহ কৰাৰ ভাৰ নিজৰ হাতৈ আনিলে।

নবীনে লাহে লাহে গৈ ছবিখনৰ ওচৰত থিয় হৈ এবাৰ চিত্ৰা মাহীলৈ চালে। তেওঁ যেন হাহিছে। মনালিছাৰ দৰে ৰহস্যময় হাঁহি। দিনবোৰ আকৌ ঘৰি অহা যেন লাগিল। সেই দিনবোৰ। চিত্ৰা মাহীয়ে তাক দুদ আৰু মাকণৰ দৰেই আপোন বুলি গণ্য কৰিছিল। নবীনবো ঘৰত তেনেকৈ কোনো নাছিল। মাক বাপেক সকতেই চকাইছিল চিত্ৰা মাহীয়ে তাক সেইবাবে বিশেষ চেনেহ কৰিছিল।

তাৰ পিছত আহিল মাকণৰ বিয়া সম্পৰ্কীয় নিমম সিদ্ধান্তৰ দিন। সেই দিনাও চিন্না মাহীয়ে তাক বৰ মৰম কৰিছিল। নিজৰ কৰ্তব্য তেওঁ সন্দৰভাৱে সম্পাদন কৰিছিল।

তাৰ পিছত আহিল সেই অপ্রত্যাশিত মৃত্যুৰ দিন।

নবীনৰ চকুত পৰিল এখন প্রকাণ্ড ছবি বিচনাৰ দাঁতিৰ বেৰত। চিন্না মাহী ে ষ শয্যাত ছবিখ ত ান্ত হৈ শুই থকা মাহীৰ মখত যেন এটা মধৰ কালজয়ী ভাব।

সেই সময়তে দদ আহি তাৰ শুৰি পালেহি।

নবীনে ক ে তই মাহীক এই কোঠাটোৰ ভিত ত জীয়াই ৰাখিছ

দদুৱে একো নেমাতি সি নিস্তব্ধ হৈ মাকৰ মখখনলৈ চাই ৰ ল। অলপ বৈ সি ক লে কি যন্ত্রণাত কাল কটাইছো কি কবি। চা বাগানত বনৱাবিলাকক মই ি জ সমা ন স্থান দিছিলো। সিহতৰ হাজিৰা বঢ়াই দিব খজিছিলো ইয়াত ঘ ঘ ট লাগি গ ল। সদানন্দ বৰুৱা বৰদেউতা দেউতা আটাইবোৰে মোক তা প । দলি কৰি গুৱাহাটীৰ অফিচত থ ে হি। বনৱাবোৰৰ বস্তিত ৈ কো মে নজাৰে ঝমৰ নাচিব অ ? মই হ েন নাচিছিলো। কিন্তু বৰুৱা হতৰ সহ নহ ল ইয়ালৈ গুচি আহিলো। আি দেখিছো মা নাই। দেউতাই প্রেমত পৰি ঘৰ বাৰী এি মো ওপৰত সংসাৰৰ মহা ভাৰ জাপি দিলে মাকণ গ ল শান্তি নিকেতনলৈ শান্তি বিচাি কিন্তু মোৰ স্বাধীন। াইকিয়া হ ল। এই কোঠাটো মন্দিৰ কৰি পেলালো এটা সৰ ঘৰ কৰি দেউতাক থাকিবলৈ মাতিলো দেউতা এবাৰ চম্পা মাহীক লৈ মাজে মাজে আহে। অলপতে আহি কেইবা দিনো থাকিল কিন্তু চম্পা মাহীয়ে কিয় জানো যাবলৈ ৰক্ষা নাইকিয়া কৰিলে। শিলঙলৈ গ লগে তেওঁৰ এটা ন ৰা হ ল বৰ ধনীয়া হৈছে ল ৰ টো। কিন্তু তেওঁ অকল তাক লৈয়েই সন্তুষ্ট নহয়। সাদৰী বোলা ছোৱালী জনীও বিচাৰিছে। পিছে গু ধৰে তাইক নিদিয়ে। গুণধৰে তেওঁক এতিয়াও পাহৰিব পৰা নাই। ঘৰি গ লে চম্পা মাহীৰ সকলো দোষ ক্ষমা কৰি গুণধৰে তেওঁক গ্রহণ কৰিব মানহটো আচি ত পালোঁ।

নবীনে অবাক হৈ এইবোৰ কথা শুনিছিল সি সধিলে এইবোৰ খেলি মেলি জানো ভাল হৈছে ?'

ভাল-বেয়া কোনে বাচে ? দুদুৱে উত্তৰ দিলে তই বাচিব পাৰ। কাৰণ তই মদন সদৃশ ফুলকোঁৱৰৰ শৰৰ আঘাত হেলাৰঙে জয় কৰিছ। কিন্তু মদনে কেনেকৈ দখন স সাৰ চাৰখাৰ কৰি দিলে দেখা াই। মই কিমান মানসিক যন্ত্ৰণাত ভুগিছো কি কৰি মই বিয়া বোলা বস্তুটোৰ ওপৰত সম্পূণ বিশ্বাস হেৰুৱাইছোঁ। দেউতাৰো বোধ হয়—

দদৰে কথাটো শেষ কৰিে দেউতাকৰ ব্যক্তিগত জীৱনৰ কথা আলোচনা কৰিবলৈ সি ভাল নপালে। কিন্তু দদুৱে গম পাইছে দেউতাকেও বিয়া অনষ্ঠানটোৰ ওপৰত আস্থা হেৰুৱাইছে। তেওঁ চম্পা মাহীৰ নামত ভালেমা টকা আৰু এটকুৰা মাটি দিছে। কিন্তু চম্পা মাহীয়ে নিয়মিত বিয়া পাতিবৰ বাবে পণ্ডিতৰ মত বিচাৰি ফুৰিছে। কিন্তু গুণধৰৰ লগত হোৱা তেওৰ বিয়াখন বিচ্ছেদ কৰিবৰ উপায় নাই গুণধে বিবাহ িচ্ছেদ কৰিব নোখোজে। খুজিলেও হিন্দ বিবাহ স্বৰ্গীয় মনিচে বা আইে ভ ি ব নোৱাৰে।

নবীনে একো কৌতহল প্ৰকাশ নকৰিলে। সি কিন্তু বজি পালে আচল সমস্যা কিহত। এই সমস্যাৰ সহজ সমাধান নাই এই সম জত প্ৰেমিকা হ অহল্যা হৈ থাকিব লাগিব নহয় উবশীৰ দৰে মক্তা হৈ থাকিব লাগিব। এইখন এতিয়াও সীতা সাবিত্ৰীৰে সমাজ।

অলপ পিছতে জয়ন্তীয়ে সিহত দটাক ডাইনিং ৰূমলৈ মাতি নিলে। ডাইনিং ৰূমত চকু ফুৰাই নবীন অবাক হৈ গ ল। সম্পূণ ৰূপে নতুন সাজ সজ্জা এটা ৰিফ্রিজেটৰ কোঠাৰ এটা চুকত জিলিকি আছে। তাৰ ওচৰতে কাপ ব উ। চীনা মাটিৰ ৰংচঙীয়া প্লেট। মখ ধোৱা বেচিন সুন্দৰ কাঠৰ ডাইনিং মেজ সেইদৰে চকী।

দদৰে হাহি ক লে তই ভাবিছ মই আদশ পাহৰি গ লো। পাহৰিলো ঠিকেই। অধ্যাপক িমথৰ কথা মনত আছে নহয় ? তেওঁ মাজে মাজে আহি মোৰ ইয়াত থাইছিলহি লগত আলহীও লৈ আহে। মাজে মাজে নাচিছিলো বল ডে স। দিজ্ চাহিবচ আৰ জলী পিপল। মাজে মাজে মদো খাওঁ একোতো বেয়া নেলাগে। সকলো পাহৰি থাকোঁ

জয়ন্তীয়ে মেজত লচি ভাজি আৰু চাহ দিবলৈ আহি অবাক হৈ দুদুৰ কথাবোৰ শুনি আছিল। সদশনাৰ ঘৰত মদ খোৱাৰ দৃশ্য

দেখি দেখি তাই অভ্যস্ত হৈ গৈছিল। তথাপি তাই মন্মথ ঠিকাদাৰক অন্তৰৰপৰা ঘিণ কৰিছিল। সৰুৰেপৰা তাইৰ এটা মজ্জাগত ধাৰণা আছিল যে মদ খোৱা নিহ চৰিত্ৰহীন কিন্তু দদক দেখা দিনাৰেপৰা তাই এটা ভাল ধাৰণা হৈছিল। কা ণ দদ সৰল সত্যবাদী সন্দৰ আৰু মৰমিয়াল। অৱশ্যে দদক ইমান দিনে তাই নিজৰ ঘৰুৱা পৰিবেশত দেখা নাছিল। এইবাৰ বাপেকৰ লগত শ্বিলঙৰপৰা আহি তাই ইয়াত থাকিব লগা হৈছে কাৰণ সদশনা বাইদেউহঁত ইয়াত নাই। থাকিলেও তাই তাক মদ খোৱা দেখা নাই। কিন্তু তাৰ কথা নি শুনি তাই আঘাত পালে মনে মনে তাই নিজক িজে কবলৈ ধৰিে ইমান এজন ভাল মানহৰ অতবোৰ সদগুণ টা বদ গুে ন ট কৰি দিলে কিয় প্ৰভু ?

নবীনে খাবলৈ লৈছিল কিন্তু জয়ন্তীক বোবা প্ৰতিমাৰ দৰে থৰ হৈ থকা দেখি কৌতহলত সধিলে কি হ ল অ জয়ন্তী ? থৰ হৈ চাই আছ দেখে ন

দদৰেও তাইৰ ৰূপ দেখি অবাক হৈ গ ল ।

জয়ন্তীয়ে ক লে এইবোৰ কোৱা কথা নহয় ঈশ্বৰ । ম ত থকাই ভাল ।

কি হ ল জয়ন্তী ? দদৰে সি লে

জয়ন্তীয়ে হাহি ক লে াই এইবোৰ কথা নসধিব ঈশ্বৰ ।

জয়ন্তী খোৱা ঘৰৰপৰা ওলাই গৈ তামোল কাটিবলৈ লাগিল

দয়োটাই কিছু সময় মনে মনে চাহ খাবলৈ লাগি । হঠাতে দুদৰে হাহি ক লে— এতিয়া বজি পালো বজিছ নবীন এই মই মদ খোৱাৰ কথা কোৱা শুনি দখ পাইছে। তাই মোক এনেয়ে খব ভাল পায়

নবীনে উত্তৰ দিলে মদ খোৱাটো যে বেয়া এই কথাটো যক্তিৰে বজাব নোৱাৰে বাবেই বোধহয় তাই মনে মনে থাকিল। কিন্তু তাইৰ হৃদয়খন সৰল। কেতিয়াবা সৰল মনত আপোনা আপনি সত্য প্ৰকাশ পায়।

দুদুৰে হাহি ক লে ৰবি বৰদেউতাৰো একেটাই কথা। তেওঁ জয়ন্তী বুলিলে পাগল। তাইৰ কথাত তেওঁ ৰুক উইজডম আৰু

মহাপৰুষীয়া কালচাৰ দেখা পাইছে। হয়তো সচা মদ খোৱাটো বেয়া। কিন্তু মই খাই বৈ হ াহি মাতি ধেমালি কৰি ভাল পাওঁ। দেওধনী নাচ তাচ এইবোৰ মই ভাল নেপাওঁ। য়ুৰোপীয় বলডে স ভাল। সংসাৰৰ সীমাতে থাকি পৰুষ প্ৰকৃতি উভয়ে কাৰ্য্যকৰী আনন্দ পাব পাৰে। অধ্যাপক ি মথ বৰদেউতা এওঁলোকৰ প্ৰিফাৰে স হ ল বিচুৰেল অথবা ক্লাচিকেল নাচ। অধ্যাপক ি মথে জয়ন্তীৰ নাচৰ বহুত ছবি তুলিছে মোৰ নাচ অধ্যয়নত ৰাপ নাই। নাচ চোৱা বস্তু। তাতোকৈও ডাঙৰ কথা নাচ নচাটো। স্মিথৰ দষ্টি বেলেগ। তেওঁ চৌখীন মাৰ্কিন পণ্ডিত। মোক লাগে সাময়িক উত্তেজক আনন্দ। বেয়া ভালৰ সীমা মই নেদেখা হৈছো। ৰাজ নীতিয়েই বো নাচেই বোল —ক তো সীমা নাই। নৈতিকতা ক ত আছে কচোন? কোন নৈতিক? বৰদলৈ নৈতিক? দেউতা নৈতিক?

নবীনে ক লে নি মস্তৰৰ প্ৰয়োজনৰ নৈতিকতাত এটা সংকট আহিছে। কিন্তু তাৰ কাৰ ণ নৈতিকতাক দোষ দি লাভ নাই। আমি উচ্চতৰ নৈতিকতাৰ সন্ধান কৰিব লাগিব

দদৰে চাহ খাবলৈ এৰি চকীৰপৰা উঠি মানসিক উত্তেজনাত খোৱা ঘৰৰ এখন খিৰিকীৰপৰা ইখন খিৰিকীলৈ অহা যোৱা কৰিবলৈ লাগিল।

সেই মহতত দদৰ মনলৈ ধমহা অহাদি ভাবৰ সোত আহিছিল। অকল এটা ফালৰপৰা নহয় কেইবা ফালৰপৰাও। সম্পত্তিৰ গৰাকী হৈ সি সখী হোৱা নাছিল বৰং মনে মনে তাৰ ভাব হৈছিল এইবোৰ অনাৱশ্যকীয় বোজা। অকল টকা ঘটাই তাৰ জীৱনৰ লক্ষ্য নাছিল। সংঘৰ সং পৰ্শলৈ তাৰ মন চাল আহি খাইছিল খেতিয়কসকলৰ দূদশালৈ। তেতিয়া সি গাৱলৈ গৈ মানহৰ সৰল জীৱনৰ মাজত শান্তি দেখা পাইছিল। বাগানৰ ে নেজাৰ হৈ থাকোতে সি গৈছিল বস্তীলৈ। সিহতে অলপ বস্তু লৈয়েই তাতকৈ সখেৰে বাস কৰিছে। অকৃত্ৰিম জীৱন। নবীনহতে সিহতৰ আৰু বনৱাবোৰৰ জীৱনৰ মাজত থকা প্ৰভেদ গুচাই দিব খুজিছিল। তাৰ মনে সদায় কৈ আছিল ৱা তালৈ ৱা য ত বস্তু উৎপাদন হয় য ত সৃষ্টি হয়। তোৰ ঘৰত কেৱল সেই উৎপাদন আৰু সৃষ্টিৰ অপহৃত অংশ আহি থুপ খাইছেহি। সম্পত্তি মানে চুৰি। মানুহৰ জীৱন সৰল আৰু সঁচা কৰিবলৈ সি যত্ন কৰিছিল। কিন্তু কৰিব নোৱাৰিলে। বাপেকে

তাক সম্পত্তিৰ বোজা কান্ধত জাপি দিলে। এই বোজা সহজে নমাই থোৱা অসম্ভৱ। সি পৰিচালকৰ শ্ৰেণীৰ গণ্ডীতে এি য়া নিজকে আবদ্ধ ৰাখিব লাগিব। ইয়াৰপৰা সি ওলাব নোৱাৰে। তাৰ বাপেকে কৃত্ৰিম বাধা অ তক্ৰম কৰি প্ৰেম¯ পৰিত্ৰাণ বিচাৰিছে। কিন্তু ধনীৰ প্ৰেম জীৱন্ত কৰিবলৈ ধনৰ আৱশ্যক তেওঁৰ কাম সামাজিক প্ৰাতষ্ঠা—এইবোৰ সকলো গ ল কিন্তু ধনৰ বন্ধনৰপৰা তেওঁ মক্তি পোৱা নাই।

দুদৰে এই ঘৰকে কৃত্ৰি া সখালয় কৰি ল ব খজিছে। সেই বাবে এই বললৈ স আৰু পানভোজনৰ আয়োজন এই সখ সি বিচাৰিছে নতুন থলীত—সেই নতুন ভাৰ বৈ আনিছে চাহ ৰবোৰে সিহ তে ধন ঘটিছে ধন খৰচ কাৰ সখ কিনিছে। প্ৰবৃত্তিৰ সখ আত্মাৰ সখ সিহ-তে পোৱা নাই

কেইদি মান আগতে অধ্যাপক ি মথ আহিছিল বিদায় লবলৈ। লগত আহিছিল বাপেকৰ চিনাকি সেই অষ্ট্ৰেলিয়ান নাচগৰাকী। এটা বৃটিছ সৈনিকো আছিল লগত। ঘৰলৈ যোৱাৰ আনন্দত তেওঁলোকে সেই দিনা উৰ ই ঘৰ ই নাচিছিল মদ খাইছিল। আৰু যাতে এই কৃত্ৰিম জীৱন য পন কৰিব নেলাগে ভগবান—বৃটিছ সৈনিকটোৱে থোকাথকি মাতেৰে কৈছিল। মানহক ৰাজ্য নেলাগে লাগে প্ৰকৃত সখ মক্তি। মানহ মাৰি কি হ ব ?

কথাষাৰ শুনি নাচগৰাকীয়ে কৈছিল মানহ াৰি মানহে সখ নেপায়। পশ্চিমৰ দেশবোৰে ভোগত গা চালি দিছে ত্যাগত যে আচল জীৱন তাক দেখা নাই।

ৰাতিপৰা সিহত গৈছিল ছিপাঝাৰলৈ। অধ্যাপক ি মথে জয়ন্তীক নাচৰ ছবিবোৰ দিব খজিছিল। এটা ধনীয়া এল বামত কিছুমান ৰঙীন ছবি তাত সমাই থোৱা আছিল।

জয়ন্তীৰ ঘৰ দেখি সিহত অবাক হৈ গৈছিল। সৰু এটা জুপৰি। বাহৰ চাঙত শোৱে। ঘৰত সৰু সৰু তিনিটা কোঠা। এটা জয়ন্তীৰ। এটা পাক ঘৰ। নৰাম শোৱে চ ৰাঘৰত। চ ৰাঘৰত মানহ বহিবলৈ আছে বেতৰ মঢ়া পাতি চৰা চটাই চৰা। সিহতক বহিবলৈ দিবলৈ

নৰাম ওজাই ওচৰৰ ধনী মানুহ এজনৰ ঘৰৰপৰা দখন কাঠৰ চকী অনাই দিছিল। কোনেও অৱশ্যে নবহিলে।

জয়ন্তীয়ে এলবামটো লৈ কৈছি এইটো থ ম কত ?

অধ্যাপক িমথ আচৰিত হৈ গৈছিল। অভাব যে কিমান আছে ঘৰখনত তাক তেওঁ বজি পাে

অস্টেলিয়ান নাচগৰাকীয়ে জয়ন্তীক না । প্ৰশ্ন কৰিছিল। ক ত নাচৰ আখৰা কৰে দেওধ ী নাচৰ অথ কি ইত্যাদি।

কিন্তু তাই কৈছিল নাচি নাচি ভগবানক পাওঁ কেতিয়াবা চোতালত কেতিয়াবা নামঘৰত

সেইদিনা ন ঘৰি আহোতে আলহীসকলৰ ম হীন হৈ গৈছিল। ইমান দাি দ্ৰ্য তেওঁলোকে জীৱনত ে খা নাই

অধ্যাপক িমথে কৈছিল এক মাত্ৰ গান্ধীয়ে এই দাৰিদ্ৰ কি বজিছে। এই দাি দ্ৰ্যৰ আগত আমাৰ ধন পাপ ৰাজ্য জয় পাপ।

পাপ! পাপ! পাপ! কথাষাৰ কাণত এতিয়াও বাজি আছে দদৰ। কিন্তু িজৰ বিবেক তে সি একোৱেই কি ব নোৱাৰে। একোকেই নোৱাৰে। এই যন্ত্ৰণাৰ তাড়নাতে সি মদ খায় নাচে প্ৰবৃত্তি পৰণৰ বাবে সহজ সখ লভি লৈ চে টা কৰে। কেতিয়াবা এই ঘ ত কেতিয়া । বেঠাৰাম মহ ীৰ ঘৰত কেতিয়াবা দীপৰ বিলৰ দাতিৰ চিকাৰ শিবিৰত কেতিয়াবা খ্বিলওত। মদ খাই নাচি ছোৱালীৰ লগত হাহি তামচা কৰি সি কৃত্ৰিম সখ লাভ কৰে।

জয়ন্তীয়ে ইতিমধ্যে ফুক ৰ ঘৰৰ কৃত্ৰিম সংস্কৃতিৰ বিকৃত কিছত উপলব্ধি কৰিছে। ফুকনৰ ঘৰৰ মানবোৰ সৰল সহজ পথৰপৰা আঁতৰি আহিছে। মানহৰ মাজত থকা ভগবানক তেওঁলোকে দেখা নাই

ন ীনে নীৰৱে চাহ খালে তাৰ পিছত দদৰ ওচৰলৈ গৈ সধিলে কি ভাবিছ ?

দুদুৱে তাৰ ম ৰ কথাবোৰ কবলৈ চেণ্টা কৰিলে। কিন্তু সফল নহ ল। কিন্তু নবীনে বজি পালে ই তাৰ কৃত্ৰিম জীৱনৰ যন্ত্ৰণা।

তেনেতে জয়ন্তীয়ে বঁটাত তামোল লৈ সিইঁতক তামোল দি ৰ টাটো হাতত লৈ তাই ক লে নগৰলৈ আহিলেই মনটো অসখী হয়। দাদাই

বা কেতিয়াকৈ আমাক থৈ আহেগৈ ? সেউতাৰো থাকিবৰ মন নাই। নহ লে নাৰতো যাবগৈ পাৰো

ফুদুৰে হাঁহি ক লে অলপ ধৈৰ্য ধৰা জয়ন্তী। বৰুৱা নাই মোৰ ওপৰতে অফিচৰ ভাৰ। তদপৰি বিমলদাৰ টান। ইয়াক তাত থৈ আহোগৈ। মলিকা হাস্পতালৰপৰা আহিলেই যাম সেউ তাৰ জানো বেলতলাৰপৰা আহিল ? কিজানি বা মোৰ ঘৰতে তোৰ আঙঠি পিন্ধোৱা হৈ যায়।

এইবাৰ জয়ন্তীৰ কাণ মৰ ৰঙা পৰি গ । নবীনে কৌতূহলত সুধিলে তোৰ বিয়া প তিছ নেকি জয়ন্তী ?

জয়ন্তীয়ে ৰ টাটো বকুত সাৱটি গম্ভীৰ হৈ ক লে বিয়া বিধাতাই হে পাতে দাদা এই বলি তাই উচাট মাৰি তাৰপৰা গুচি ল। এই কথাষাৰে নবীনৰ বকু ভেদি গ ল কিন্তু বিধাতা ৰ অস্তিত্বত নবীনৰ সন্দেহ আছে। সেইবাবে সি বিধাতাৰ ঠাইত সামাজিক আৰু মানসিক শক্তিৰ কথাহে ক ব খোজে। বহুত বিয়া বাপেক মাকবিলাকৰ খেয়ালত হয়। কিছুমান হয় ল ৰা ছে ৱালীৰ ইচ্ছাত। কিন্তু সৰহ ভাগ বিয়াই সংসাৰ ৰক্ষাৰ উপায়। সংসাৰ পৰিবৰ্তনৰ নহয়। এই বাবে সি অনসন্ধান কৰিছে সংসাৰৰ প্ৰয়োজনৰপৰা মক্ত এক নতুন যৌন মিলনৰ পথ ইতিমধ্যে পঞ্চানন ফুকনে তেনে এটা পথ লৈছে কিন্তু তেওঁ সংসাৰৰপৰা ওলাব পৰা নাই সমতি বাইদেউহ তে সন্তান কামনা বোধ কৰি এক অস্বাভাৱিক নৰ নাৰীৰ সম্পকৰ ৰীতি প্ৰৱতাবলৈ সমথ হৈছে। কিন্তু এই পথ অমানষিক ত্যাগৰ। তেওঁলোকেসংসাৰ ত্যাগ কৰিছে যদিও সংসাৰখনত কোনো পৰিবতন আনিব পৰা নাই। এই পৰীক্ষাৰোৰ চলি আছে।

সি নিজেও পথ বিচাৰিছে। বিয়াৰ এটা বিকল্প ব্যৱস্থা সি বিচাৰিছে। ভবিষ্যতৰ নৰ নাৰীয়ে যাতে প্ৰবৃত্তিকো দমন কৰিব নেলাগে বা সম্পত্তি আৰু উপাজনৰ তাড়নাৰপৰাও ৰক্ষা পায়। কেৱল ভাল পোৱা মানহৰ মাজতে যৌন সম্পৰ্কে হ ব লাগে। যেতিয়া ভাল পোৱা অন্ত পৰে তেতিয়া সেই মিলন আপোনা আপনি শেষ হৈ যায়। তেতিয়া বিচ্ছেদ হ ব লাগে। উচ্চতৰ নৈতিকতা তেনে হোৱা উচিত।

কিন্তু এইটো এটা তত্ত্ব। এই তত্ত্ব গ্ৰহণ কৰিবলৈ পৃথিৱী এতিয়াও প্ৰস্তুত নহয়।

দদৰে ক লে নৰাম ওজাই বেঠাৰাম মহৰিক ধৰিছে। বৰ দেউতা আৰু সদশনা বাইদেউ উভয়ৰে ইচ্ছা বেঠাৰাম মহৰিৰ লগত জয়ন্তীৰ বিয়া হওক। তাই কিন্তু একো নকয়। তাই নিৰ্বিকাৰ। বাপেকে কোৱা মতেই তাই বিয়া কৰাব। যাৰে লগতে নহওক কিয় তাই বিয়া কৰাব। অলপ বৈ সি পন ক লে আচৰিত নেলাগেনে বাৰু? প্ৰাচীন বিধতাৰ নিদেশত যগ যগান্তৰ ধৰি আমাৰ গাৱ ত এই সমাজ চলি আছে। এই বিয়াত প্ৰেম ডাঙৰ সমস্যা নহয়। কতব্য। প্ৰেম আমাৰ নগৰীয়া মানহৰ বাবে এটা স্বত্ব। প্ৰত্যেক স্বত্ব প্ৰতিষ্ঠা কৰিবলৈ আন্দোলন দৰকাৰ পতিকে ধ সৰু সৰা সত্যাগ্ৰহ কিন্তু যেতিয়া থিৰ মগজুৰে নগৰীয়াবোৰে বিয়াৰ কথা ভাৱে তেতিয়া দেখে আচল কথা স্বত্বৰ অনন্ত ত্যাগ। তেতিয়া সমস্যা গভীৰ হৈ পৰে সিহতে তেতিয়া সজাৰ চৰাইৰ দৰে মক্ত হ বলৈ চটফটাই মৰে। আচলতে কি জান আমি ভাবো প্ৰেম মা অখণ্ড অনন্ত স্বাধীনতা

নবীনে স্বীকাৰ ক লে দদৰ কথাবোৰত নগ ীয়া প্ৰেমৰ স্বৰূপ ধৰা প ছে। সি ক লে এতিয়া প্ৰয়োজন হৈছে এই স্বাধীনতাকে আনবোৰ স্বাধীনতাৰ সৈতে লগ লগাই এক অখণ্ড স্বাধীনতাৰ সংগ্ৰাম কৰাৰ।

দদৰে মৰ লৰাই দিলে সংগ্ৰামীৰ বাবে সংগ্ৰামেই সকলো কিন্তু এইবোৰ ভাব ৰাজ্যৰ কথা। বাস্তৱত ব্যক্তিহে আচল। সম টি নহয়। ব্যক্তিয়ে কি পায় সেইটোহে ডাঙৰ কথা।

দদৰে আৰু কথা ক লেহেতেন। কিন্তু তেনেতে ছাত্ৰীবাৰী হাস্পতালৰপৰা মণিকা আহি ওলালহি। তাইৰ গাত নাচৰ শুভ্ৰ সাজ পাৰ।

মণিকা। দদৰে ক লে এৱে ই হ ল বিপ্লৱী নবীন চন্দ্ৰ। আৰু নবীন এওঁ হ ল সেই মহীয়সী ফ্লোৰেন্স নাইটেংগলৰ সম গোত্ৰিনী মণিকা। তোমালোকে অলপ সময় কথা পাতা মই ওলাই আহো। মাত্ৰ তিনি মিনিট।

নবীনে দেখিলে মণিকাৰ মুখখন মিহি মাখনৰ দৰে। তাত ক তো চিন্তাৰ বা উদ্বিগ্নতাৰ ভাঁজ নাই। নিৰুদিগ্ন মুখখনত বিপ্লৱ স্বপ্ন অ ৰু সংসাৰ যন্ত্ৰণাৰ একো ছাপ নাই। মণিকাই তেওঁলৈ চাই ক লে অপোনাক দেখি কেনে লাগিছে জানে?

কেনে ? হাঁহি নবীনে উত্তৰ দিলে।

যীশুৰ দৰে। মথৰ আষা একেবাৰে একে। দাড়ি চলিও প্ৰায় তেনে। মণিকাই হাঁহিবলৈ লাগিলে।

তেনেহ লে তুমি মাথা। অলপ বৈ নবীনে ক লে নহয় তুমি মেৰী।

মণিকাই হাহিবলৈ ধৰিলে। খন্তেকৰ পিছতে গহীন হৈ তাই ক লে যদি মাথা হওঁ তেন্তে লোজৰাছক জীয়াব লাগিব আপনি। মেৰী হ লে আপোনাক প্ৰথমতে পিঙত দিব লাগিব। তেতিয়াহে পনৰ জীৱন দেখিম। নাই মই মাথা আৰু মেৰী ন য়। মই হ লো সেই ছামাৰিটান অ মেন গৰাকী। অস্পশ্য।

নবীনে একো নেমাতিলে। ধেমাতি তে কথাষা বৈছে যদিও এই খী টান ছোৱালীজনীৰ মনত কিবা এটা দখ আছে। নহলে কিয় নিজকে ছামাৰিয়াৰ অস্পশ্য তিৰোতাগৰাকীৰ লগত নিজকে তুলনা কৰিব। যীশুৱে তাইৰ হাতে পানী খাই তাইক জাতত তুলিছিল

তেনেতে দদ ওলালহি। তাৰ হাতত মটৰৰ ছাবি।

তিনিও গৈ মটৰত বহিলগৈ। যাবৰ সময়ত নবীনে জয়ন্তীক নেদেখি মনত বেয়া পালে মালীটোৱে তাৰ বস্তুকেইটা আনি মটৰত তুলি দিলেহি।

অলপ পৰৰ পিছত সিহত গৈ খাবঘলিৰ হাটি ৰ কাষত থিয় হ লগৈ দদুৱে সিহতক াতে মটৰেৰে নমাই দি ঘ লৈ ঘৰি আহিল

হাবিৰ লংলভীয়া বাটেৰে ণিকা আৰু নবীন দুয়ো নিশব্দে বিমলদা থকা ঘৰটোৰ ফালে আগ বাঢ়িল। তেতিয়া ঠাইটকুৰা আজিৰ দৰে বসতিঅঞ্চল নাছিল। কিন্তু ঘৰটোৰ সিপাৰে সদানন্দ বৰুৱাৰ দেউতাকে ৰোৱা এডৰা চাহনি আছিল। তাতে কিছুমান বনুৱাবো ঘৰ মানুহৰ চকুত পৰিছিল।

কিছুদূৰ যোৱাৰ পিছত নবীনে দেখা পালে জ্যোতিপ্ৰসাদে জয়মতী ফিল্মৰ দৃশ্য লোৱা ঠাইবোৰ। ওচৰতে দেখিলে স্বনামধন্য নেতা মাণিক চন্দ্ৰ বৰুৱাৰ খৰি দিয়া ঠাই। তাৰ মনটো মধুৰ হৈ গ ল।

অলপ পিছত সি দেখা পালে ঘৰটো।

হঠাতে নবীনে সুধিলে বিমলদাৰ কেনে ?

কেনেকৈ যে জীয়াই আছে তাকেহে ক ব পৰা নাই। মণিকাই উত্তৰ দিলে। কালি ৰাতি যোৱা থোৱা অৱস্থা। কিন্তু আজি পুৱা অলপ ভাল দেখিলো। বেছি সময় নেথাকে।

নবীনে একো নেমাতিলে।

## পঞ্চম খণ্ড

তেতিয়া জহকালিৰ ৰ দ টান হ বলৈ আৰম্ভ কৰিছিল।

হাবিৰ লংলতীয়া বাটেদি নবীন আৰু মণিকাই খোজ কাঢ়িবলৈ ধৰিলে। দই এটা িলা পাৰ হৈ সিহত লাহে লাহে নৈৰ পাৰত ওলালগৈ

হঠাতে মণিকাই সধিলে আপনি উইলফ্ৰেড বোলা এজন মানহক চিনি পায়?

অ মোৰ গত একেলগে প ি ছিল কলেজত। তোমাৰ কি হয়? কৌতূহলত নবীনে স ি লে

মণিকাৰ মখ লাজত ৰঙা হৈ পৰিল। তাই ক লে মোৰ লগত তেওঁৰ ি য়া হ ব

নবীনে কৌতূহলত এইব ৰ মণিকাৰ মখলৈ চালে উই ফেডৰ ভাৰী স্ত্ৰীৰ শুভ্ৰ নাচৰ সাজৰ মাজত জিলিকিছিল এজনী ডো গাভৰুৰ তেজা সগোল সৰুচকুৱা এখন মখ। উইলফে ড আছিল নকৈ খ্ৰীষ্ট ধম গ্ৰহণ কৰা বডো ডেকা। কলেজৰ পঢ়া সাং কৰি সি ধমতত্ত্বৰ ডিগ্ৰী লৈ খ্ৰীষ্টীয় পে ট হৈছে এ তয়া ৰাণীৰা ৰ নতুনকৈ খোলা গিৰ্জা এটাত আছে। উই ফে ড স্বাধীনতা আন্দোলনৰ প্ৰতি তেনেকৈ আকৃ ট হোৱা নাছিল নতুন ধমই তাক এটা নতুন জীৱন ৰ আশা দিছিল। নবীন মাজে মাজে উইলফেডক লগ পাবলৈ সি থকা এল এম হো টললৈ ৈ ছিল। সেই হোষ্টেলত সি পৰতীয়া জনজ তিবোৰ বহুত ডকা ল ৰাক লগ পাইছিল সৰহ ভাগেই খ্ৰী টধৰ্মী ধম ভীৰু উইলফেডে বিশ্বাস কৰিছিল যে টাইড হ শে কা । মোক্ষ লাভ নহয় আৰু সকলো ভাল মানহেই যীশু খ্ৰী টত শৰণ লব লাগে।

নবীনে সন্তোষ প্ৰকাশ কৰি মণিকালৈ চাই সধিলে সি ভালে আছেনে?

ভালে আছে। খেতি কৰে পঢ়ে আৰু গিজাৰ কাম চলাই তেওঁ মহুণ্ডল হৈ থাকে। মই গৈছিলো খী টমাচত। একেবাৰে ঘোকোট পাওঁ। নগৰৰপৰা প্ৰথমতে গলে কাৰো ভাল নেলাগিব। কিন্তু উইল ফেডৰ তাতেই ভাল লাগে। মানহটোৰ ভাৱ সৰল অন্ত গাৱ লীয়া মানহবোৰৰ মাজতে ভগবান আছে। মোক কলে তুমি আহিলে আমি ইয়াত স্বগ ৰাজ্য পাতিম। মণিকাই কথাখিনি কওঁতে মাতটো কোমল হৈ পৰিছিল। নবীনে বজি পালে উইলফেডৰ সৰল ব্যক্তিত্বৰ প্ৰভাৱত তাইৰ কণ্ঠস্বৰ কোমল হৈ পৰিছে। ই প্ৰেমৰ গভীৰতাৰ চিন।

ধমৰাজ্যবোৰৰ কল্পনা মধৰ কিন্তু অবাস্তৱ। ৰাজ্য সদায় বাস্তৱৰ বস্তু। তাক মই কত দিন কৈছিলো আমাৰ লগ লাগিবলৈ। কিন্তু লগ নেলাগিল। নবীনে উত্তৰ দিলে।

আপোনালোকে খী টধৰ্মী আৰু মহুলমান মানহক টানিব কিয় পৰা নাই বাৰু? মণিকাই গম্ভীৰ হৈ প্ৰশ্ন কৰিলে।

নবীনে ক ব খজিছিল সাম্ৰাজ্য াদৰ চক্ৰান্তৰ বাবে কিন্তু নকলে। সি দেখিলে মণিকাই তাৰ উত্তৰ পাবলৈ বৈ থকা নাই তাইৰ উত্তৰ প্ৰস্তুত হৈ আছে। তাই কলে স্বাধীনতা আন্দোলনটো এতিয়াও ঘাইকৈ হিন্দৰ আন্দোলনেই হৈ আছে। তাৰ কাৰণ কি ঘপ কৰে কোৱা টান। কিন্তু মই ভাবো তাৰ কাৰণ অ প শ্যতা

নবীনে অলপ উদ্দী ত স্বৰে উত্তৰ দিলে তুমি সংঘৰ ৰাজনীতি তেনে বজা নাই স্বাধীনতা সকলোৰে বাবে আন্দোলন সকলোৰে বাবে মকলি

মণিকাই হাঁহি কলে সেয়ে হলে ভালেই

নবীনে অলপ চিন্তিত হৈ উত্তৰ দিলে তুমি বিশ্বাস কৰা ধম লৈ একো কথা নাই। কেৱল বিভিন্ন ধমৰ মানহে ভুল ধাৰণা লৈ আমাৰ পৰা আঁতৰি গৈছে বা অমাৰ কাষ চপা নাই। এই ভুল ধাৰণা আমি ভাঙিব লাগিব।

মণিকাই কলে ইমান এটা ডাঙৰ আন্দোলন কৰিলে কেইটা খ্ৰীণ্টান পালে? মুহলমান অন্ততঃ কিছু পাইছে।

নবীনে এইবাৰ নিজকে চম্ভালিব নোৱাৰি কলে ধম যাজকৰ ওচৰত ৰাজনীতি শিকিবলৈ গৈয়ে উইলফেডৰ দুদশা হল। মই

তাক বজাইছিলো ধমই সবহ ভাগ ক্ষেত্ৰতে মানহক শোষণৰ পৰা মুক্ত হোৱাৰ পথ নেদেখুৱায়। ধৰ্মক সেইবাবে কানি বোলা হয়।

দাড়িয়ে গোঁফে যীশু খৃষ্টৰ দৰে চেহেৰা লৈ জেলৰ পৰা ওলোৱা মানহজনৰ মুখত এই অধৰ্মৰ বাণী শুনি মণিকাৰ মুখৰ আনন্দ আৰু তাৰ প্ৰতি হোৱা আগ্ৰহ হঠাতে যেন লুপ্ত হ ব খুজিলে। অবিশ্বাসীক মণিকাই বৰ ভয় কৰে। গুৱাহাটীৰ সম্ভ্ৰান্ত পৰিয়ালবোৰৰ অন্তেষপৰ দেখিছে কাৰণে তাই জানে সেইবোৰৰ মাজতো অবিশ্বাসী মানুহ নাই। অধ্যাপক ৰবিচন্দ্ৰৰো আন কি ঈশ্বৰত দৃঢ় বিশ্বাস আছে। জয়ন্তীৰ লগত ক া পাতোতে তাই সেই কথা গম পাইছিল। জয়ন্তীয়ে তেওঁক ভগবানৰ ওচৰত সম্পূৰ্ণৰূপে আত্ম সমৰ্পন কৰিবলৈ উপদেশ দিছিল। ৰবিচন্দ্ৰই সেই কথা শুনি অন্তৰত আশ্বাস লাভ কৰিছিল।

কিন্তু নবীনৰ মাত শুনি তাই ভয় খাই গ ল।

নিশব্দে খোজ কাঢ়ি সিহঁত ঘৰটোৰ ওচৰ পালেগৈ। অদূৰত ফেনে ফোটোকাৰে বাতি অহা লইত। নবীন অনভৱ হ ল ফুল কে াৱৰৰ পখীঘোঁৰাৰ আজি প খি ছিগিছে ঘোৰা ক্লান্ত হৈ উঠা মাটিৰ ওপৰেদি চেকুৰিছে।

লইতেদি এখন নাও আহি আছিল। নাওখন প্ৰবল সোঁতত ডুব ডবু হৈছিল। কিন্তু পিছ মুহূৰ্তে নাওখন আকৌ স্থিৰ হৈ সোতত যাব ল ধৰে।

নবীন এবাৰ শান্ত পৰণি আৰু আহল বহল ঘৰটোলৈ চালে। বহুদিনীয়া ঘৰ। ঘৰটো অসম পেটানৰ যদিও সন্দৰ। বহুত দিনৰ আগতে সদানন্দ বৰুৱাৰ দেউতাকে খাৰঘলিৰ পৰা নৈপাৰৰ বহুত দূৰ পৰলৈকে থকা পাহাৰী মাটিবোৰত চাহ পলি কৰলৈ কাৰবাৰ কৰিছিল কিন্তু কিবা কাৰণত সেই কাম বন্ধ কৰিলে। ঘৰটো তেতিয়াই সজোৱা। পিছত সদানন্দ বৰুৱাই কিছু দিনলৈ এই ঘৰতে এটা প্ৰেছ বহুৱাইছিল। এতিয়া প্ৰেছটো শিলপখৰীলৈ তুলি নিছে।

এই ঘৰটো বৰুৱা পৰিয়ালে মাজে মাজে আমোদ প্ৰমোদ আৰু ব্যসনৰ বাবে ব্যৱহাৰ কৰিছিল। হঠাতে তাক এতিয়া টি–বি বেমাৰীৰ বাসস্থানলৈ ৰূপান্তৰিত কৰাৰ মনত কি আছিল তাক জনাই জানিছিল। বৰুৱাৰ বদান্যতা যে আছিল তাক অস্বীকাৰ কৰি লাভ নাই। কিন্তু লগে লগে আৰু এটা ব্যৱসায়িক বধিয়েও তেওঁৰ মনত খেলা কৰিছিল।

সংঘৰ ডেকা ল ৰাবোৰে ৰবিচন্দ্ৰৰ কাছত বোমা ফটওৱা ল ৰাটোৰ নেতৃত্বত বেলতলাৰ আধিয়াৰবোৰক সংগঠন কৰিছিল আধা ধান দিয়াৰ ঠাইত চাৰি ভাগৰ এভাগ দিয়াৰ আন্দোলন গঢ়িবলৈ। ইফালে বকৰাই বেঠাৰাম মহৰিক লগাই আধিয়াৰবোৰক বেলেগে সংগঠিত কৰিছিল। সংঘৰ ল ৰাবোৰে এই কামবোৰৰ নাম দিছিল মাটীপিৰীৰ মেল বলি বকৰাই গাৰ ত এটা স্বল কৰি দিবলৈও গাত লৈছিল।

সুমতি বাইদেৱে ইতিমধ্যে বকৰাৰ পৰি থকা মাটিত এখন আশ্ৰম খুলিছিল। এই আশ্ৰমক ল ৰবোৰে প্ৰথম সন্দেহৰ চকুৰে চাইছিল শ্ৰেণী সংঘৰ দৃষ্টিৰে চাই সিহ তৰ ভাব হৈছিল সমতি বাইদেউ ইতিমধ্যে আওপকীয়াভা ৱ ম লিকৰ বদান্যতাৰ কবলত পৰিছে। সমতি বাইদেৱে কিন্তু নিজৰ কামত একো দোষ দেখা নাছিল। তেওঁ বিশ্বাস কৰিছিল এই দা গ্ৰহণ দৰলতা নহয় বৰং শান্তিপণ উপায়ে মালিকসকলক অনপাৰ্জিত সম্পত্তিৰ পৰা আৰু তজ্জনিত শোষ ৰ মক্ত কৰাৰ এটা পন্থাহে এই লৈ সংঘৰ ভিতৰত মতভেদ ঘটাৰ কথা নবীনে জেলত থাকোতেই গম পাইছিল।

বিমলদাৰ ৮ ষাত অবিৰামভাৱে লাগি থাকিব লগা হোৱাৰ আগতেই সমতি বাইদেউ আৰু তেওঁৰ আশ্ৰমৰ সেবিকাসকলৰ সেৱাৰ ক্ষেত্ৰ কৰি লৈছিল বেলতলাত তালৈ গৈ তেওঁলোকে নিয়মিতভাৱে সূতা বিলোৱা প্ৰসতিৰ সেৱাৰ দিহা কৰা আৰু মানহবো ক উপযাচি বিভিন্ন বিষয়ত পৰামশ দিয়াৰ কাম সম্পাদন কৰিছিল

এইবিলাকত যি ধন লাগিছিল সেই ধা সমতি বাইদেৱে খুজি মাগি সংগ্ৰহ কৰিছিল। তেওঁ আতৰত থাকিব লগা হোৱা বাবে বাকীবিলাক সেৱিকাই ধনৰ অভাৱত পৰি কিছুদিনলৈ কাম বন্ধ কৰিব লগা হৈছিল।

এতিয়াও কাম প্ৰায় বন্ধ হৈ আছে। বৰদলৈয়ে অৱশ্যে বাজেটৰ নানা শিতানৰ পৰা আনি কুৰি হেজাৰ টকাৰ এটা চৰকাৰী অনদান সম্প্ৰতি তেওঁক দিছে। তাৰ ফলত সেৱিকাসকলৰ মখলৈ পানী আহিছে

কৃতজ্ঞ সেৱিকাসকলে বৰদলৈক বেলতলালৈ নি ইতিমধ্যে সম্বৰ্দ্ধনাও জনালেগৈ। সম্বৰ্দ্ধনাৰ উত্তৰত বৰদলৈয়ে যিবোৰ কথা ক'লে সেইবোৰে ডেকাবোৰক আৰু জ্বলালে। সংঘৰ শ্ৰেণী সংঘষ ৰ পথ অশুদ্ধ আৰু

আশ্ৰমৰ সেৱিকাসকলৰ পথ শুদ্ধ বুলি দৃঢ়ভাৱে বাইজৰ আগত ঘোষণা কৰি বৰদলৈয়ে ল ৰাবোৰৰ অন্তৰত জাতীয়তাবাদী চৰকাৰৰ প্ৰতিয়েই বিতৃষ্ণা জন্ম লে।

ইতিমধ্যে বিমলদাক শ্বিলঙৰপৰা আনি গুৱাহাটীৰ আত্মীয়া ঘৰত থোৱাৰ সমস্যাই দেখা দিলে। বৰুৱাৰ বদান্যতাৰ ভাব এইবাৰ পুণোদ্যমে জাগ্ৰত হ ল। তেওঁ উপযাচি তেওঁৰ এই ঘৰটো চূণ-তেল দিয়াই সমতি বাইদেউক গতাই দিলে। নিৰুপায় অৱস্থাত সুমতি বাইদেৱে সেই ঘৰ গ্ৰহণ কৰিবলৈ বাধ্য হ ল। এই সুবিধা গ্ৰহণৰ বাবে তওঁ পুনৰায় ডেকাসকলৰ নিন্দাৰ সন্মুখীন হ ব লগাত পৰিল।

ইতিমধ্যে সমতি বাইদেউৰ শৰীৰ পৰি গ ল।

মণিকাই ঘৰৰ ভিতৰ সোমোৱাৰ আগতে নবীনক লাহে লাহে ক লে এটা কথা আপনি বোধহয় নেজানে।

কি ?

সমতি বাইদেউৰো টি বি হৈছে। তেওঁ শ্বিলঙৰ বীড চেণ্ট হা পতা ত এটা ছীট পাইছে। সাৱধান নোহোৱাৰ বাবেই তেওঁৰ এনে হ ল বিমলদাৰ এতিয়া একেবাৰে শেষ সময়। আপনি তেখেতক ক ব সাৱধান হবলৈ। মণিকাই ফচফুচাই কোৱাদি কথাবোৰ ক লে। ক লে নশুনে টাকুৰী ঘৰাদি ঘূৰি কাম কৰে খোৱা বোৱাত সময় অসময় নাই। তেওঁ এতিয়াই যদি হা পতাললৈ যায় তেন্তে বাচিব পাৰে।

নবীনৰ মন মৰি গ ল। সমতি বাইদেউৰ চেহেৰা পৰি যোৱাৰ কাৰণ কি তাক সি এতিয়া ধৰিব পাৰিলে। তাৰ বুকুখন কিয় জানো কোনোবাই ধান বনাদি বানিবলৈ ধৰিলে।

মণিকাক দেখি চ ৰাঘৰত বহি থকা সমতি বাইদেৱে হাঁহি ক'লে মণিকা তুমি ভিতৰলৈ যোৱা দাদ ৰে কেনেখন কৰিছে। ডাক্তৰ আহি গ ল। এটা বেজী দিব লাগিব।

মণিকা খৰ ধৰ কৈ বিমলদা থকা কোঠালৈ গ ল গৈ। নবীনে সুমতি বাইদেউৰ ওচৰতে থকা এখন চকীত বহি পৰিল। চ ৰাঘৰৰ চৌখিন পৰিবেশ গোল কাঠৰ এখন মেজ তাৰ কেউকাষে সুন্দৰকৈ সমান দূৰত্বত সজোৱা কেইখনমান চকী। ৰূমটোৰ খিৰিকীবোৰ

কাঠৰ কিন্তু তাত মিহি বণৰ পালিচ জিলিকি আছে। তাত দামী পাতল ৰঙা বৰণৰ পৰ্দা নৈৰ বতাহত কঁপিছে। মেজৰ তলত পকী মজিয়াত জিলিকিছে এখন প্ৰকাণ্ড কাশ্মিৰী কাপেট। বেৰত এখন আহল বহল ফটগ্ৰাফ। সদানন্দ বৰুৱাৰ দেউতাকৰ নিখুত চাহাবী সাজৰ ছবি। ছবিৰ মানুহজনক দেখিলে তেওঁৰ ব্যক্তিত্বৰ এটা ছাপ মনত ৰহি যায়। সৰুতে মানহজনক বাগীত উঠি যাওঁতে কেতিয়াবা আলিবাটত সি চকামকাকৈ দেখিছিল —কেতিয়াবা দেখিছিল বিয়াই সবাহে বা মেলে মিটিঙে সাধাৰণতে তেওঁ কামতে ব্যস্ত হৈ আছিল। খাৰঘুলিৰ এই ঘৰটোতে তেওঁ প্ৰায়ে আহি জিৰণি লৈছিল। সেই কেইদিন টিকাৰ গান বাজনা আৰু বন-ভোজৰ কোবত গোটেইখন বননি ৰজনজনাই যায়। বংশৰ লৰা হিচাপে নবীনেও এইবোৰ ভোজ উছবলৈ আহিবলৈ সুযোগ পাইছিল। তাৰ বাপেক মাক অৱশ্যে সেইবোৰ উছবলৈ নাহিছিল। বাপেকে কাছাৰীত সাধাৰণ কেৰাণীৰ চাকৰি কৰিছিল। আজৰি সময়ত তেওঁৰ চখ আছিল অসম বুৰঞ্জীৰ সমল গোটোৱা। সেই বুৰঞ্জীৰ তথ্য গুৱাহাটীৰ আৰু ইয়াৰ আশ পাশে থকা মঠ মন্দিৰ মাটি খানোতে ওলোৱা মতি আৰু অ ত ত ত পোৱা পথি বা ফলিও লকাই আছিল সেইবোৰৰ বৰ্ণনা আৰু ইতিহাস দি তেওঁ কেইবাটাও মূল্যবান প্ৰবন্ধ লিখিছিল। মৰিবৰ সময় লৈকে বাপেকে লিখা কামত ব্যস্ত আছিল। মাক আছিল সদা সতৰ্ক গৃহিণী। ঘৰখনৰ বাহিৰে তেওঁৰ একো চিন্তা নাছিল। দেউতাক চকোৱাৰ কেইদিনমান পিছতে তেওঁ ইহ সংসাৰৰ পৰা এদিন অক মাতে সামান্য ৰোগতে বিদায় লৈছিল। বাপেক মাকৰ এই নিষ্ঠাপূৰ্ণ প্ৰাচীন জীৱনৰ প্ৰভাৱ তাৰ ওপৰত দকৈ পৰিছিল। এই প্ৰাচীন জীৱনৰ আদৰ্শ হ ল নীৰৱ কৰ্ম।

লোকৰ ঐশ্বৰ্যক তাৰ দেউতাকে লোষ্ট্ৰবৎ জ্ঞান কৰিছিল। ইতিহাসে তেওঁক শিকাইছিল যে সম্পত্তি দদিনীয়া কীৰ্তি অপেক্ষাকৃতভাৱে স্থায়ী কিন্তু তাতোকৈও স্থায়ী বস্তু হ'ল মনষ্যত্ব আৰু জ্ঞান।

চ ৰাঘৰৰ ছবিখনৰ মানহজনৰ ৰূপ বেছিপৰ নবীনৰ মনত নেথাকিল। তাৰ ঠাইত জিলিকি উঠিল বাপেকৰ দৰে দখীয়া নিলোভ আৰু জ্ঞানী মানুহবোৰৰ ছবি

গোল মেজখনত এদম চিঠি। এখন চিঠি পঢ়ি সমতি যাইদেৱে ক লে, এটা বেয়া খবৰ আছে।

কি ?

চেট্ৰিয়াৰ চকাল। পণ্ডিচেৰী আশ্ৰমত তেওঁ শেষ নিশ্বাস পেলালে। সুমতি বাইদেৱে চিঠিখন নবীনলৈ আগবঢ়াই দিলে। নবীনে সেইখন পঢ়ি আকৌ মেজত থৈ দি ক'লে মানুহটো ভাল আছিল। কিন্তু পণ্ডিচেৰী আশ্ৰমত শৰণ লৈ একো ভাল কাম কৰা নাছিল। অৰবিন্দৰ অতি মনৰ সাধনা অতি বেছি এটা দুঃসাহসিক কাম। কিন্তু এই কামেৰে মানুহৰ ভৌতিক মুক্তি আহিব বুলি মোৰ বিশ্বাস নহয়।

সুমতি বাইদেৱে হাঁহি ক'লে তোমাৰ কথা মিছা বুলি কব নোৱাৰি। কিন্তু মানুহৰ মুক্তি অকল যে এটা পন্থাৰেই আহিব তাত মোৰ লাহে লাহে সন্দেহ হৈছে। মানহে অকল যে ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাধীনতাই বিচাৰে এনে নহয় আত্মাৰ মুক্তিও বিচাৰে। সঁচা আধ্যাত্মিকতাৰ মূল্য নাই কৰিব নোৱাৰি। সংঘৰ নতুন ডেকা ল'ৰাবোৰৰ এইফালে একেবাৰে মন কাণ নাই। চেট্ৰিয়াৰে আন একো নকৰিলেও এই দিশত কাম কৰিছিল। ভৌতিকবাদে আমাক মৃত্যুক জয় কৰিবলৈ নিশিকায় অন্ততঃ মই এই শিক্ষা পোৱা নাই।

নবীনে ক'লে মৃত্যুক কোনেও জয় কৰিব নোৱাৰে

সুমতিৰ দুচকুৰেদি লোতক বৈ আছিল। তেও একো নেমাতি মেজৰ চিঠিবোৰ সামৰি অলস হৈ বহি ক'লে বিমলদাৰৰ দৰে মানুহ যে মৰিব পাৰে তাক ভাবিবলৈও মোৰ টান লাগে। বিপ্লৱৰ লগত তেওঁ এক হৈ গৈছে আমি যেতিয়া কওঁ বিপ্লৱ দীৰ্ঘজীৱী হওঁক তেতিয়া জানো অমৰত্বৰ কথাকে নেভাবো ?

নবীনে একো নেমাতিলে। সমতি বাইদেউৰ ভাবপ্ৰৱণতাক সি প্ৰশ্ৰয় দিব নখুজিলে। মৃত্যুৰ পিছত আত্মা বুলি যে কিবা বস্তু বিদেশী হৈ থাকি যায় তাক সি কোনো দিনে বিশ্বাস কৰিব পৰা নাই। চেট্ৰিয়াৰৰ স্মৃতি কাৰোবাৰ মনত বা কিবা কাম্বত থাকি যাব পাৰে— কিন্তু সেই স্মৃতি চেট্ৰিয়াৰ নহয় সেই স্মৃতি চেট্ৰিয়াৰক মৰণ কৰা মানুহজনৰ মনৰ অংশ বিশেষ। বিমলদাৰ ক্ষেত্ৰতো সেয়ে হ'ব। মৃত্যুক জয় কৰাৰ একমাত্ৰ অৰ্থ হ'ব পাৰে মৰণৰ সময়লৈকে তাৰ বিষয়ে সচেতন নোহোৱাকৈ থকা আৰু মৰণ নিশ্চিত হ'লে তাক সহজভাৱে গ্ৰহণ কৰা। এই কাম প্ৰকৃতপক্ষে টান কাম। বিমলদাক

কেতিয়াবা বিপ্লৱৰ প্ৰতীক ৰূপে ভবাটো সকীয়া কথা কিন্তু তেও বিপ্লৱ হ'ব নোৱাৰে। বিপ্লৱ হ'ল কিছুমান পৃথিৱী সলোৱা বাঞ্চিত কাম। অৰবিন্দৰ বিদ্ৰোহী আৰু স্বাশ্বত অতি মন এক ব্যক্তিগত উৎকৰ্ষ সাধনাৰ বাহিৰে আন একো নহয়।

সমতিয়ে নিজকে চম্ভালি লৈ ক'লে এইবোৰ কথা এতিয়া থাওক। যুক্তিৰে চালে একোৱেই নাই।

কথা কোৱাৰ লগে লগে তেও কাহিবলৈ ধৰিলে।

নবীনে তেওঁৰ ক'লা পৰি যোৱা চেহেৰালৈ চাই সহানভূতিৰে সুধিলে খিলঙলৈ যোৱা কেতিয়া কৰিছে?

বীভ চেপ্ট হা পত্তালত ছাট ঠিক হৈ আছে। সমতি বাইদেৱে উত্তৰ দিলে কিন্তু এওঁক এৰি থৈ যাওঁ কেনেকৈ?

নবীনে ক'লে আপনি যোৱা ভাল হ'ব?

"তুমিও নিঠৰ নবীন। সমতি বাইদেৱে হাঁহি উত্তৰ দিলে। বিমলদাৰেও একে কথাকে কৈ আছে। নাই মই যাব নোৱাৰোঁ। অলপ বৈ তেও ক'লে ইয়াত থাকি যথেষ্ট ভাল পাইছো। বতাহ সযৰ কিৰণ প্ৰকৃতি সকলোৱে মোক বল দিছে। মই ভাল হ'ম। ৰোগো সিমান বঢ়া নাই।

কিছু সময় দয়ো দেশৰ ৰাজনৈতিক অৱস্থাৰ কথা পাতিলে। ৰেড ফটত আই এন এৰ বন্দী সেনাবোৰক বিচাৰ কৰি আছে দেশ দ্ৰোহিতাৰ অপৰাধত কিন্তু এই অপৰাধক দেশবাসীয়ে অপৰাধ বুলি গণ্য কৰা নাই আন কি ভাৰতীয় সেনা বাহিনীৰ মাজতো অশান্তিৰ সূত্ৰ পাত হৈছে। দেশত আৰু এটা আন্দোলন যেন হ'ব এনে এটা ভাব হৈছে সংঘৰ ডেকাবোৰৰ কিন্তু বুঢ়া নেতাসকলে আন্দোলনৰ কথা ভবা নাই। সাম্প্ৰদায়িক শক্তিৰ বল বাঢ়ি অহা দেখি জাতীয়তা বাদী নেতাসকল যেন বিৰক্ত হৈ পৰিছে। বৃটেইনৰ বনুৱা চৰকাৰেও যেন আলাপ আলোচনা কৰি ভাৰতক স্বাধীনতা দিব খোজে এনে এটা ভাব প্ৰকাশ কৰিছে। কাজেই জাতীয়তাবাদী নেতাসকলৰ মন সেই দিশে ধাবিত হৈছে। ডেকা লৰাবোৰৰ মুখত এতিয়া শ্ৰেণী সংগ্ৰামৰ কথা। বেজতলাত সিহঁতে কৃষকসকলক সংগঠিত কৰিছে। সিহঁতৰ আশ্ৰমৰ ওপৰত আস্থা নাই। আৰু এটা কথাই সিহঁতক

চিন্তাত পেলাইছে। মছলিম লীগে মুছলমান ৰাইজৰ মনত পাকিস্থানৰ সপোন সুমৱাই দিছে। তেওঁলোক বিভ্ৰান্ত। এই বিভ্ৰান্তি আহিছে ধৰ্মৰ লগত ৰাজনীতিক সাঙ বি দিয়া বাবে। এই বিভ্ৰান্তি গুচাবৰ একমাত্ৰ পথ শ্ৰেণী সংগ্ৰামৰ যোগেদি হিন্দ মছলমানক একগোট কৰা।

ল ৰাবোৰৰ এই সংকল্পত নবীনে একো ভুল দেখা নেপালে। বৰং তাৰ ভাব হ ল বতমান অৱস্থাত তাৰ বাহিৰে আন একো পথ নাই। কিন্তু সুমতি বাইদেৱে সেই পথ আচল পথ বুলি নেভাবে। হিন্দ মছলমানৰ মনৰ মিল কৰাৰ একমাত্ৰ উপায় গঠনমূলক কাম বুলিয়েই তেওঁ ভাবে। শ্ৰেণী সংঘষৰ ফলত জাতিটো হাতে আৰু বিভক্ত নহয় তাৰ তেও ব্যৱস্থা কৰিব খজিছে। প্ৰকৃত গঠনমূলক কাকে মানহৰ হিয়া জোৰা দি প্ৰকৃত জাতীয় সংহতি আনে আৰু জনশক্তিও গঢ়ে। প্ৰেমৰ ৰাজনীতিয়েহে মানহৰ মিলন ঘটাব সংঘষৰ বা আপোচৰ ৰাজনীতিয়ে নহয়।

অলপ পিছতে মখিকাই আহি নবীনক ি মলদাৰ কোঠালৈ মাতি লৈ গ লহি। এখন প্ৰকাণ্ড শেতেলীত বিমলদা শুই আছে। দেহত একোৱেই নাই কেৱল বগা দাতকেইটা জিলিকি আছে। হাঁহিটো শান্ত সি গৈ ওচৰ পোৱাৰ লগে লগে বিমলদাই তাৰ হাতখন নিজৰ হাতত লৈ ক লে মই তোমাক চাবলৈকে বাই চাই আছোঁ।

নবীনৰ মনটো সেমেকি গ ল। সি দেখিলে বিমলদাৰ দেহ দেহ হৈ থকা নাই দেহৰ ভুমথিটোহে আছেগৈ। অস্থিচমসাৰ। খন্তেকলৈ সি ভাৱ প্ৰৱণ হৈ গৈছিল কিন্তু কোনো ৰকম নিজকে সংযত কৰি ক লে জীৱনত আপনি যথেস্ট কৰিলে আপোনাৰ কথা ভাবিলে মন দাং খাই উঠে

বিমলদাৰ মখখন গহীন হৈ গ ল। তেওঁ ক লে সেইবোৰৰ প্ৰশংসা থোৱা। বিশ্ববিদ্যালয়ৰ আন্দোলনৰ ওপৰত আমাৰ প্ৰভাৱ নাইকিয়া হ ল। অধ্যাপক ৰবিচন্দ্ৰই খিলঙত মোক দেখা কৰিবলৈ আহিছিল। তেওঁৰ ধাৰণা মতে আঁচনি কৰিছে। এই আঁচনি মতে হি বিশ্ববিদ্যালয় হ ব সেই বিশ্ববিদ্যালয় হ ব মোৰ কল্পনাৰ বিশ্ব বিদ্যালয়ৰ বিপৰীত। কেৱল ডিগ্ৰী দিয়া বিশ্ববিদ্যালয়ে মানুহ গঢ়িব নোৱাৰে। শিক্ষাৰ গঢ় একেই থাকিব। এটা সপোন পালী হ'ল। ইপিনে আমি স্বাধীনতাৰ পদূলি মুখত স্বাধীনতাৰহে দেখাদেখি নাই।

অৱাপ বৈ তেওঁ পনৰ হাঁহি কলে    যাবৰ সময়ত কেৱল এটা কথাই কৈ যাওঁ নিজে দেখা সত্য মতে চলিবা আৰু কাম কৰিবা।

কথা কৈ থাকোঁতে থাকোঁতে তেওঁৰ মথ ঘামি গল চেহেৰা শেতা পৰিল। তেওঁ মুখ ঘূৰাই শুই পৰিল।

মণিকাই তাৰফালে চাই তাক যাবলৈ ইঙ্গিত দিলে।

নবীন কোঠাৰপৰা ওলাই আহিল

বাহিৰত কেইবাজনো খবৰ কৰিবলৈ অহা মানুহ বহি আছিল। তেওঁলোকৰ ওচৰত নবৈ উদাস মনে নবীন ঘৰৰ সমখৰ মকলিলৈ ওলাই গল। বতৰ মজলীয়া ৰদ সিমান টান নহয়। কোবেৰে বতাহ বলিছে লইতৰ পাৰত।

পাৰত থিয় হৈ নবীনে দেখিলে সমতি বাইদেৱে কাপোৰ ধই আওভালি মেলি দিছে। সি নামি গৈ তেওঁৰ কাষৰ এচটা শিলত বহি কিছুপৰ কাপোৰ ধোৱা চালে   সমতি বাইদেউ সদায় স্বাবলম্বী নিজৰ কাম নিজ হাতে কৰে   আনলৈ বাট চাই নেথাকে

বালিত মেলি দিয়া খদ্দৰৰ কাপোৰবোৰ লইতৰ মিহি বগা বালিৰ লগত মিলি যাব পৰা নাছিল। শুকাবলৈ ধৰা এখন চাদৰে বতাহত দেও দি দি নাচিবলৈ আৰম্ভ কৰিছিল। যেন জয়ন্তীয়েহে দেওধনী নাচিছে।

বালিত বিবিধ ৰঙৰ চৰাই পৰিছিলহি। বালি উৰি গৈ পানীৰ ওপৰৰ বায়ত এটা চামনিৰ সৃষ্টি কৰিছিল।

তেওঁলোকে জয়ন্তী দদু ৰবিচন্দ্ৰ ৰজিত বহুতৰে কথা পাতিলে। জয়ন্তীয়ে ধনী নগৰীয়া পৰিয়ালবোৰৰ ভিতৰত থাকি যেন নিজৰ গাৱলীয়া সৰলতা হেৰুৱাই পেলাব খজিছে। সেইবাবে তাই সোনকালে ঘৰলৈ যাবলৈ বিচাৰিছে। কিন্তু দুদৰে তাইক যেন ধৰি ৰাখিব খুজিছে।

দদুৰ মাজত দুটা তান। এটা চহৰৰ এটা গাৱৰ। ধন্তীৰ পেঙলামৰ দৰে এবাৰ সি বিলাসী ধনীৰ জীৱন যাপন কৰাৰ সপোন দেখি সোঁফালে যায় আৰু এবাৰ গাৱলীয়া হৈ একেবাৰে বাওঁফালৰ সিটো মূৰলৈ যাব খোজে। তাৰ মন অস্থিৰ। এই কথা দুদুৰ ঘৰত খন্তেক বহিয়েই নবীনে অনুভৱ কৰিছিল।

কাপোৰবোৰ মেলি দি সমতি বাইদেউ আহি তাৰ ওচৰত থিয় হ লহি। সস্নেহে তেও ক লে এই পৰিয়ালবোৰত কেৱল এজনী ছোৱালীকে দেখিলো স্বচ্ছমক্ত। তাই ধনী আৰু অভিজাত পৰিয়ালৰ দশনকে ধৰি আছে। শান্তি নিকেতনত গৈ তাক তাই পৰিশোধন কৰি লৈছেগৈ। তাই নিখিলৰ স্বাদ লাভ কৰিছে ৰবীন্দ্ৰ সাহিত্যৰ পৰা। তাই মোক কলিকতাত লগ পাই কৈছিল বাইদেউ যন্ত্ৰ সম্পত্তি আৰু শিক্ষাই মোৰ মন বহুত বহল কৰিলে কিন্তু আত্মাৰ অশান্তি দূৰ নকৰিলে। সেইবাবে তাই শান্তিনিকেতনত থাকি শান্তি বিচাৰিছে। উপযোগিতাবাদৰ বা প্ৰয়োজনৰ উধলৈ নগ'লে মানহে সেই শান্তি নেপায়। সকলোৰে লগত মিলি যাবলৈ তাই চেষ্টা কৰিছে। তাই সচাকৈয়ে এটা কঠোৰ পৰীক্ষাত নামিছে।

নবীনে ক লে alienation ইমান সহজে নেযায় বাইদেউ। ধনীসকল গুৰিৰে পৰা উৎপাদন আৰু সৃ টিৰ আনন্দময় প্ৰবাহৰ পৰা বঞ্চিত। শান্তি ক ত পাব?

সমতি বাইদেৱে উত্তৰ দিলে তাই সেই শান্তি বিচৰা নাই। সমাজবাদৰ কথা তাই বৰকৈ নেভাবে। তাই কেৱল এটা আনন্দময় আধ্যাত্মিক প্ৰেৰণা বিচাৰিছে জীয়াই থাকিবৰ কাৰণে। সমতি বাইদেৱে অলপ ৰৈ ক লে তাই তোমাৰ পৰা আঁত াৰ লগে লগে ৰজিতৰ পৰাও আঁতৰি গৈছিল। কিন্তু হা পতালত তাৰ যন্ত্ৰণা দেখি তাইৰ তালৈ নতুনকৈ এটা সহানভূতি হৈছে। ৰজিতৰ এখন ভৰি বোধহয় কাটি পেলাব লাগিব

নবীনৰ বুকু চিৰিংকৈ গ ল। ভৰি কাটি পেলোৱাৰ যন্ত্ৰণাৰ কথা কল্পনা কৰিয়েই তাৰ ভয় লাগিল সি সুধিলে ৰজিত দাদাৰ তেনে হ লে মোৰ বৰ দুখ লাগিব।

সুমতিয়ে আৰু কিবা ক ব খুজিছিল কিন্তু তেনেতে এখন কাপোৰ উৰি যাওঁ যাওঁ হ ল। তেও কাপোৰবোৰ সামৰি লৈ আনি নবীনক ক লে ব লা যাওঁ। ভাত খাবৰ হ ব পায়।

নবীনে সুমতি বাইদেউৰ পিছে পিছে যবলৈ আহিল। কলিকতাৰ হাস্পতালত সেই সময়ত ৰজিতৰ অৱস্থা কেনে তাক ভাবি সি অস্থিৰ হৈ পৰিল।

ভাত খাই উঠি নবীনে শোৱা কোঠাত বাগৰ দি খবৰ কাগজ এখন পঢ়ি আছিল। সমতি বাইদেউ বিমলদাৰ কোঠালৈ গ'ল। আজৰি পাই মণিকা তাৰ ওচৰলৈ আহি কাগজখন আজোৰ মাৰি আনি ক'লে সেইখন কি পঢ়িছে? এস তাহৰ আগৰ কাগজ।

নবীনে প্ৰকতপক্ষে কাগজ পঢ়া নাছিল তাৰ মন তেতিয়াও ৰঞ্জিতৰ চিন্তাতেই মগ্ন হৈ আছিল। ভৱিৰ কটা গ'লে ৰঞ্জিতদাৰ মন চাগে একেবাৰে পৰি যাব।

নবীনক চিন্তিত যেন দেখি মণিকাই স ধলে মাকণ বাইদেউৰ কথা মনত পৰিছে নে কি?

নবীনে উত্তৰ দিলে ওহোঁ।

মণিকাই আচৰিত হৈ ক'লে তেওঁতো আপোনাক ভাবি ভাবিয়েই পাগল। মাক মৰাৰ পিছত ইমান বিহ বল হৈছিল যে জয়ন্তীয়ে এদিন কৈয়েই পেলালে আইদেউ শিব পজা কৰক মাকণে হাহি সধিলে শিবৰ জানো ইমান শক্তি আছে জয়ন্তী যে বিপ্লৱীৰ মন ঘুৰাব। জয়ন্তীয়ে উত্তৰ দিলে— আছে শিবৰ শক্তি কেলেই নহ ব? মাকণ বাইদেউ কিন্তু পতিয়ন গ'ল যেন বোধ নহ'ল

নবীন এইবাৰ সহজ হৈ পৰিল সি সধিলে মাকণে তোমাক আৰু কিবা কৈছিল নে কি?

ওহোঁ।

নবীন গহীন হৈ গ'ল। কাৰো মখত মাত নাই। কিছুপৰৰ মূৰত মণিকাই সধিলে অধ্যাপক ৰবিচন্দ্ৰই কিন্তু তেওক সদায় ৰঞ্জিতদাদাক বিয়া কৰাবলৈ উপদেশ দিছিল। তেও আপোনাক জোঁৱাই কৰিব নোখোজে।

নবীনে মণিকাৰ লগত সেইদিনা বহুত সময় ধৰি কথা পাতিলে। মণিকাই অধ্যাপক ৰবিচন্দ্ৰক শু াষা কৰোতে তেওঁৰ অদ্ভুত চৰিত্ৰ দেখি আচৰিত হৈছিল। ৰবিচন্দ্ৰৰ সম্পত্তিৰ প্ৰতি খৰ লোভ বিপ্লৱৰ প্ৰতি ভয়। ইফালে যেণীয়েককো সমীহ কৰি চলে। তেওঁ ৰোগ শয্যাত থাকোতে প্ৰথম কেইদিনমান নিতৌ জয়ন্তীৰ লগত কথা পাতিছিল।

সেই কথাবোৰত কেবল ধৰ্মভীৰু ৰবিচন্দ্ৰজনহে প্ৰকাশ পাইছিল। জয়ন্তীক তেওঁ সাক্ষাত দেৱীৰ দৰে দেখিছিল। অধ্যাপক শৰ্মাই তাইৰ নাচৰ এখন ছবি দিছিল। সেই ন তেওঁ বন্ধাই বেৰত থকা বেকনৰ ছবিৰ ওচৰতে অ ৰাই থৈছিল। এই সন্মানে জয়ন্তীক সহজে অভিভূত কৰিছিল।

মণিকাই জয়ন্তীৰ লগত ক । পতাত প্ৰথমতে আপত্তি কৰিছিল কাৰণ ডাক্তৰৰ । । আছিল। কিন্তু জয়ন্তীয়ে নিজেই ডাক্তৰৰ আদেশ যে অস্বাভাৱিক সেই কথা সগৌ ৱেৰে ঘোষণা কৰিলে। এই আইন অমান্যৰ পিছত ৰবিচন্দ্ৰ জয়ন্তীৰ প্ৰতি দশগুণে আকৰ্ষিত হ ল। জয়ন্তী তেওৰ মানত তেতিয়া আছিল ফক উইজ জম ৰ মতিমন্ত প্ৰতীক। হাজাৰবছৰীয়া গ ৱ লীয়া সমাজৰ মাজত প্ৰবহমান স ত স্বাভাৱিক মানবীয় প্ৰতিভাৰ আছিল তাই জীৱন্ত সাক্ষ্য। তেওঁ তেতিয়া জয়ন্তীক কেন্দ্ৰ কৰি এক নবীন সং কৃতিৰ পোন দেখিছিল। গে লগে ঈশ্বৰৰ ওচৰত আত্ম সমপ ণ কৰাৰ ভাবেও তেওক ৰৰকৈ পৌড়িছিল। মাজে মাজে ডাক্তৰৰ নিষেধ আজ্ঞা পালন কৰিবলৈ টান পাই তেওঁ জয়ন্তীৰ লগত বহুত সময় ধৰি একেৰাহে কথা পাাত তেওঁৰ মনৰ ভাব বাহিৰত সগৌৰৱে প্ৰকাশ কৰিছিল মণিকাই নিসহায় হৈ বেমাৰীৰ উৎপাত সহি থাকিব লগা হৈছিল জয়ন্তীলৈ তাইৰ মনে মনে ঈৰ্ষাও হৈছিল।

জয়ন্তীয়েও সদশ নাৰ নাচ ি কাৰ প্ৰতি বাঢ়ি অহা বিৰাগ দেখি তেও লোকৰ ঘৰত থকাৰ অসাথকতা উপলি ধ কৰিছিল আৰু ঘৰলৈ উভতি যাবলৈ ঠিৰাং কি ছিল। মাজ কমহীন সময়খিনি বুঢ়াৰ লগত কথা পাতি কটাই তাই আনন্দও লাভ কৰিছিল।

তাই আটাইতকৈ আনন্দ পাইছিল এটা কথাত। ৰবিচন্দ্ৰই ইতিমধ্যে দেওধনী নাচৰ বিষয়ে যথে ট চচা কৰিছিল আৰু এটা প্ৰবন্ধও লিখিছিল। সেই প্ৰবন্ধত তেওঁ পন্টভাৱে লিখিছিল যে অসমৰ বড়ো দেউৰী চুটীয়া বেবেজীয়া আৰু ৰাভা জনজাতিৰ মাজতো দেওধনী নাচ আছে কিন্তু মংগলদৈয়া দেওধনী বেলেগ আৰু অপৰ্ব। কেৱল মনসা পুজাতহে এই নাচ নাচে। ঢোলৰ বাদ্যৰ লগে লগে তাল মান লয় ৰক্ষা কৰি জয়ন্তীয়ে ইমান দিনে ৰ্ম শিক্ষা লৈছিল সেই শিক্ষাৰ কথাও ৰবিচন্দ্ৰই তন্ন তন্নকৈ বৰ্ণাই প্ৰবন্ধটো বিশেষ

মন্ত্ৰবান কৰি তুলিছিল। হাড়ি নাচন আৰু সৰজি নাচনৰ গীতবিলাকো তেওঁ ইতিমধ্যে নবাম ওজাৰপৰা সংগ্ৰহ কৰি তাত প্ৰকাশ কৰিছিল। জয়ন্তীয়ে নচা শিৱ নাচন দগা নাচন আৰু কাতিক নাচোনে যে তাৰকাসৰ বধৰ অভিনয় যো জা কৰে তাকো ৰবিচন্দ্ৰই সুন্দৰভাবে বৰ্ণাইছিল। আটাইতকৈ তাইৰ ভাল লাগিছিল এটা কথাত। দেওধনী নাচ উচিত মতে প্ৰকাশ কৰিলে ই যে পৃথিৱী বিখ্যাত হ ব এই কথা ৰবিচন্দ্ৰই সকলোৰে আগত দৃঢ়ভাৱে প্ৰকাশ কৰিছিল। অধ্যাপক ি মথেও এই কথা মানি লৈছিল।

ৰবিচন্দ্ৰই ক পনা কৰিছিল জয়ন্তীয়ে এদিন দেওধনী নাচ নাচি পৃথিৱীক চমক খুৱাই দিব।

তাই সেইবাবে ৰবিচন্দ্ৰৰ লগত কথা পাতি খুব আনন্দ পাইছি ।

মণিকাই এইবোৰ কথা শুনি প্ৰথমতে বিশেষ কৌতূহল প্ৰকাশ কৰা নাছি কাৰণ গোটেই নাচটোতে প্ৰথমতে তাই কেৱল বেলেগ ধৰ্মৰ গোন্ধ পাইছিল। কিন্তু অধ্যাপক ি মথে যিদিনা আহি জয়ন্তীক তাইৰ নাচৰ ছবি দি প্ৰশংসা কৰিছিল সেই দিনাৰে পৰা তাই তাইক বেলেগ চকুৰে চাবলৈ ধৰিলে। অধ্যাপক ি মথে কৈছিল এই নাচ মানুহৰ আদিম জীৱন সংগ্ৰামৰ সাক্ষী। এই নাচৰ মজ্জতে আছে অসৰ আৰু জীৱন বিৰোধী শক্তিবোৰৰ বিৰুদ্ধে কৰা ৰণৰ প্ৰেৰণা। এজন খ্ৰীষ্টীয় পণ্ডিতৰ মুখত এই প্ৰশংসা শুনাৰেপৰা তাইৰ জয়ন্তীৰ প্ৰতিও শ্ৰদ্ধা বাঢ়িছিল।

এদিন তাই ৰোগী অধ্যাপকৰ ওচৰলৈ আহি দেখিলে অধ্যাপকে মনৰ অশান্তিত বিছনাতে চটফটাই আছে। কাষত জয়ন্তী নাই।

সেইদিনা জয়ন্তী নাহিল। পিছদিনা আহিও মণিকাই জয়ন্তীক দেখা নেপালে। ৰবিচন্দ্ৰই তাইক দেখিৱেই ক'লে মণিকা যোৱাচোন জয়ন্তীক চাই আহোঁগৈ। তাইৰ অসুখ বিসুখ কৰিছে নেকি ?

ৰোগীৰ আদেশ পেলাব নোৱাৰি তাই গৈ সদাশনাৰ ঘৰ পাই জয়ন্তীক পজাৰত অৰন্থাত গোসাঁইঘৰত বিচাৰি উলিয়ালেগৈ।

প্ৰকাণ্ড গোসাঁইঘৰটোত জয়ন্তীয়ে চুৰিকোচা নচুৱাই নচুৱাই হাতত এতাল জোৰ লৈ নাচিছে আৰু নবাম ওজাই ঢোল বজাইছে। দুদুৰে পদ্ পদ্ কৈ চাই আছে।

জয়ন্তীৰ কঁকালত মেখেলা তাৰ ওপৰত পিছফালে এখন পেটেলা (ফুলাম কাপোৰ)। টঙালি আগফালে ওলমি আছে। পিঠিফালে আওৰাপ ওলমি দুলিছে। হাতত খাৰু আৰু বাজু। ডিঙিত গল পতা কাণত কেৰু নাকত নাকফুল আৰু ভৰিত মল। কপালত দগমগীয়া সেন্দুৰৰ ফোট।

গোসাঁইঘৰৰ ভিতৰলৈ তাই নোসোমাল। নীৰৱে তাই শেষলৈকে নাচটো চাই ৰ'ল। হিন্দুৰ ঘৰত তাই সদায় নিজকে ছামাৰিটান ৰমেন যেন অনুভৱ কৰিছিল।

নাচ শেষ হোৱাৰ পিছত দদু আৰু নৰাম ওজা চ বাঘৰলৈ গৈ কথা পাতিবলৈ লাগিলগৈ। জয়ন্তীয়ে মণিকাক দেখি নিজৰ কোঠালৈ মাতি নি সুধিলে অধ্যাপক কেনে আছে মণিকা?

মণিকাই সকলো কথা খুলি ক'লত জয়ন্তীয়ে বিষণ্ণ মনে ক'লে মইতো তেওঁৰ ওচৰলৈ আৰু যাব নোৱাৰিম মণিকা। কালি লঘোণে আছো আজি মনসা পূজাৰ দিন বাবে নাচিলো। কাইলৈ বোধহয় যামগৈ। তেখেতক ক'বা শিৱই তেওঁক আৰোগ্য লাভ কৰোৱা ।

জয়ন্তীয়ে মণিকাক এটা মৰ্তাত বহুৱাই তাইক একাপ চাহ খুৱাই অন্যান্য কথা পাতি সেইদিনা পঠিয়াই দিলে।

তাই ঘূৰি আহি অধ্যাপকক জয়ন্তী নহাৰ কাৰণ ক'লত অধ্যাপকে বিষণ্ণ আৰু গম্ভীৰ মুখে মণিকালৈ চাই ক'লে মই বুজিলো তাই নহাৰ কাৰণ কি ।

পিছদিনা জয়ন্তী গ'ল নে নাই তাক খবৰ কৰিবলৈ অধ্যাপকে মণিকাক পুনৰ সুদৰ্শনাৰ ঘৰলৈ পঠাই দিলে। মণিকাই দেখিলেগৈ জয়ন্তী নিজৰ কোঠাতে জপকা মাৰি বহি আছে। যোৱাৰ কোনো উমঘা মৃ নাই।

সেইদিনা জয়ন্তীয়ে মণিকাক নোযোৱাৰ আচল কাৰণ খুলি ক'লে স্বয়ং সুদৰ্শনাৰ মাকে তাইক তেওঁৰ ওচৰলৈ নাযাবলৈ মানা কৰি দিছে। মেল পাতি থকাটো তেওঁ ভাল নেপায় কাৰণ অসমীয়াৰ অৱনতিৰ মূলতে হ'ল এই অনৰ্থক মেল মৰাৰ স্বভাৱ। তেওঁৰ ঘৰত তেওঁ মেল পছন্দ নকৰে বিশেষকৈ ৰোগী বুঢ়া আৰু নাচনী ছোৱালীৰ মেল।

এবাৰ সাপে খালে লেজলৈকো ভয়। আৰু চিত্ৰাৰ দশা দেখি তেওঁ আৰু সতৰ্ক হৈছে। ঘৈণীয়েকবোৰে গিৰিয়েকহঁতৰ আচৰণৰ ওপৰত অনন্ত সতৰ্কতাৰ দৃষ্টি নেৰাখিলে পদে পদে তেওঁলোকৰ খলনৰ ভয়। এই কথাত সুদৰ্শনাৰ মাকে দৃঢ়ভাৱে বিশ্বাস কৰিছিল।

কথাবোৰ কওঁতে জয়ন্তীৰ চকু পানী ওলাইছিল। তাইৰ নিষ্কলুষ অন্তৰখনে এই অনাহক আঘাত সহ্য কৰিব পৰা নাছিল। তাই সেই বাবে সংকল্প লৈছিল ভুলতো ৰবিচন্দ্ৰৰ ঘৰৰফালে ভুমুকি নেমাৰিবলৈ।

জয়ন্তী আৰু মণিকা মাজত সেইদিনাই গাঢ় বন্ধুত্বৰ সূত্ৰপাত হ'ল। ঘৰি আহি তাই ৰবিচন্দ্ৰক সকলো কথা খুলি ক'লত তেওঁৰ মুখ নিঃসহায় বেদনাত ক'লা পৰি গৈছিল।

কেইদিমানৰ ভিতৰতে জয়ন্তীয়ে ঘৰলৈ বদলি যাত্ৰা কৰিলে

ইয়াৰ পিছত মণিকা নিজেই অধ্যাপক ৰবিচন্দ্ৰৰ কথা পতাৰ সংগী হৈ পৰিল। এই ব্যৱস্থাও বেছি দিন নচলিল। এদিন তাইৰ ওপৰতো নিষেধ আৰোপিত হ'ল। কিন্তু মণিকাই সেই নিষেধাজ্ঞা অমান্য কৰি অধ্যাপকৰ লগত মুকলি মনে কথা পাতিবলৈ আৰম্ভ কৰিলে।

তাৰ ফল হ'ল 'ডিপাৰ্টেশ্যন'। এদিন তাই গৈ ৰবিচন্দ্ৰৰ চৰাঘৰ সোমোৱাৰ লগে লগে ঘৰৰ জোঁৱাই মন্মথ ঠিকাদাৰে তাইক সকলো পাওনা আদায় কৰি দি অধ্যাপক ৰবিচন্দ্ৰক সেৱা কৰাৰ সুযোগ নোহোৱা কৰি পেলালে।

কথাবোৰ কৈ থাকোতে মণিকা উত্তেজিত হৈ পৰিছিল। তিৰোতা মানুহৰ এনে অকাৰণ ঈৰ্ষাৰ তাই নিন্দা কৰিছিল। সুদৰ্শনাৰ মাকৰ চিৰ সতৰ্কতা আচলতে ভয়ৰ লক্ষণহে। গিৰিয়েকৰ ওপৰত আস্থা নেথাকিলে কোনো তিৰোতাৰ প্ৰেম আনন্দময় আৰু সম্ভৱ নহয়।

নবীনে হাঁহি ক'লে বিয়া অনুষ্ঠানটোৱেই তেনেকুৱা। ই নৰ নাৰীৰ কিছুমান মৌলিক প্ৰয়োজন পূৰণ কৰে কিন্তু কিছুমান অৰ্থহীন উপকৰণ বোজাও জাপি দিয়ে। ইয়াৰ মৌলিক সংস্কাৰ প্ৰয়োজন।

মণিকাৰ মন লঘু আৰু বেতমিণ্টনৰ কৰ্কৰ দৰে চঞ্চল। হঠাতে তাই উপহাসৰ ছলেৰে ক'লে অ এইবাবেই হ'ব পাৰে আপুনি বিয়া

কৰোৱা নাই। আগতে সংস্কাৰ তাৰ পিছত বিয়া। তাৰ মানে সন্যাস।

কথাষাৰ কৈ তাই খিলখিলকৈ হাঁহিবলৈ ধৰিলে। সেই হাঁহি যেন পাগলীৰ হাঁহি।

নবীনৰ খং উঠিল। সি কিয় বিয়া কৰাব পৰা নাই তাক ব্যাখ্যা কৰিবলৈ মুখ মেলোতেই বিমলদাৰ কোঠা পৰা এটা প্ৰকাণ্ড চিঞৰ আহি কাণত পৰিলহি। বিমলদাৰ চিঞৰ।

দয়োটাই বিমলদাৰ কোঠালৈ দৌৰ মাৰিলে।

তেতিয়া সকলো শেষ বিমলদাই শান্তি লাভ কৰিলে। তেওঁৰ মুখত যন্ত্ৰণাৰ ভাব আৰু নাই। নবীনে মনে মনে গুণগুণালে—

আলো মঞি কি কহবো দুখ। পৰাণ নিগৰে নেদেখিয়া চান্দ মুখ

গুৰুৰ বিয়োগ বাতা পাই মাধৱদেৱে গোৱা এই গীতটোৰ ধ্বনি বাৰে বাৰে তাৰ মনত বাজিবলৈ ধৰিলে। কেৱল দটা শাৰী।

সমতি বাইদেৱে বিমলদাৰ বুকুত ম গুজি গুজি উচপি উচুপি কান্দিছিল। তেওঁক এতিয়া কৈ একো লাভ নাই।

কান্দক —নবীনে নিজক নিজে ক লে।

মণিকাই বাইবেলৰ এফাঁকি শ্লোক মাতিলে —There are three things that rema n faith hope and love —a d the greatest of these s lo e

নবীনে মৃত্যুক এইবাৰ স্বচক্ষে দেখিলে। মৃত্যু হোৱাৰ পিছতো সি ভাবি ব নোৱাৰিলে যে বিমলদা নাই সমতি বাইদেৱো লাহে াহে সুস্থিৰ হৈ পৰিল মণিকা বাহিৰলৈ ওলাই এথোপা ফুল গোটাই আনি দেহৰ কেউকাষে সজাই দিলে সমতি বাইদেৱে ধূপ জ্বলালে। গোন্ধত গোটেইখন আমোল মোলাই যোৱাৰ পিছত নবীনৰ অনুভৱ হ'ল মৃত্যু ভয়ানক বস্তু নহয়।

লাহে লাহে খবৰ কৰিবলৈ আহা মানুহেৰে ঘৰ ভৰি পৰিল। মানুহে ঠেলা হেঁচা খাই ধৰিলত নবীনে মৃত্যুৰ মুহূৰ্তৰ গভীৰতা অনুভৱ কৰিব নোৱাৰা হ'ল। সি বাহিৰলৈ ওলাই আহিল।

বাহিৰত চাতী প্ৰস্তুত কৰা মানুহে ইতিমধ্যে চিঞৰ-বাখৰ কৰি আচল কাম আৰম্ভ কৰি দিছে। হঠাতে নবীনে দেখিলে নৈৰ পাৰত থিয় দি আছে সেই ল ৰাটো যিটোৱে ৰবিচন্দ্ৰৰ লাহত বোমা ফটাইছিল। ল ৰাটোৰ দেহত এটা দীঘল পাইজামা আৰু পঞ্জাবী। নবীনে কোৱাকুৰিকৈ তাৰ ওচৰলৈ গৈ দেখিলে ল ৰাটোৰ মনত এটা ভয়ানক উদ্বিগ্নতা।

সি নবীনক সম্ভাষণ জনাই ক লে বিমলদাক এটা খবৰ দিবলৈ আহিছিলোঁ। তেওঁ খবৰটো পাই যোৱা হ লে ভাল পালেহেঁতেন।

কি খবৰ? কৌতুহলত নবীনে সুধিলে।

বিপ্লৱ আৰম্ভহৈ গৈছে

কি ?' আচৰিত হৈ নবীনে সুধিলে।

অ ল'ৰাটোৱে উত্তৰ দিলে আৰ আই এনৰ নৌ সেনা বোৱে ইউনিয়ন জেক দলিয়াই দি জাতীয় পতাকা হাতত তুলি লৈছে। বোম্বেত ছ ঘ টা ধৰি বৃটিছ সেনা আৰু বিদ্ৰে হী নৌ সেনাৰ যুদ্ধ হৈছে। ইফালে বিদ্ৰোহীৰ সমৰ্থনত বনৱাৰ হৰতাল বোম্বাইত।— খবৰটো পোৱা হ লে বিমলদাই ভাল পালেহেঁতেন।

নবীনে মানি ললে বিমলদাই খবৰটো পোৱা হ'লে ভাল পালে হে তেন উপস্থিত কৰ্তব্যৰ কথাতহে অধিক গুৰুত্ব দিয়াটো সি উচিত বিবেচনা কৰিলে কাৰণ মৰা মৰি গ ল। সেয়ে সি সুধিলে বিমলদাটো গ লেই। এতিয়া আমি কিবা এটা কৰা উচিত।

ল ৰাটোৱে নবীনলৈ সশ্ৰদ্ধাৰে চাই সুধিলে আপুনি কি কৰিবলৈ কয়?

ল ৰাবোৰক মাতি এখন কাৰ্যসূচী গ্ৰহণ কৰিব লাগিব নবীনে সংক্ষেপতে উত্তৰ দিলে

দুয়োটাই আলোচনা কৰি এখন কৰ্মী সভা পতা বিমলদাৰ নামত এখন শোক সভা পাতি তাতে নৌ বিদ্ৰোহৰ উদ্দেশ্য ব্যাখ্যা কৰা আৰু আজিৰ ৰাতিটোৰ ভিতৰতে এখন লিফলেট উলিয়াই জালকবাৰীত থকা সামৰিক শিবিৰত তাক বিলাই দিয়াৰ কৰ্মসূচী তৈয়াৰ কৰিলে। তাৰ পিছত ল'ৰাটো লাহে লাহে নাও চলাই লইতৰ বুকুত অদৃশ্য হৈ গ ল।

ইতিমধ্যে সন্ধিয়া নামি আহিছিল।

নবীন ঘৰি আহি চোতাল পোৱাৰ লগে লগে সমতি বাইদেৱে উদ্বিগ্নভাৱে সুধিলে তোমালৈ সকলোৱে বাট চাই আছে। মশাল নিবৰ হ ল। কি হ ল ক লৈ গৈছিলা ?

নবীনে পলম হোৱাৰ কাৰণটো সুমতি বাইদেউক কোৱাৰ লগে লগে তেওঁৰ মখ উত্তেজনাত উদ্বিগ্ন হৈ পৰিল। নবীনে তেওঁক কাম সচীখনৰ কথাও ক লে সমতি বাইদেউৰ মখত এইবাৰ হাঁহি ফুটিল। তেওঁ ক লে বেচ সেই মতেই কাম হওক।

অলপ পৰৰ পিছত বিমলদাৰ শ লৈ শোভাযাত্ৰা বাহিৰ হ ল শ িয়া হ ল কামাখ্যাৰ শানলৈ। শৱ দাহ উভতি আহোতে সেই দিনা ৰাতি এডোখৰ হ ল। নবীন আহিয়েই শুই পৰিলহি।

নবীনে পিছদিনা পৰা সাৰ পাই দেখিলে ঘৰ নিস্তব্ধ বেলি এডোখ হৈছে। মখ হাত ধই পাকঘ ত সোমাই চাহ কৰিবলৈ ধৰোতেই হঠাতে সমখত মণিকাক দেখিলে। তাইৰ গাত সেইদিনা শুভ্ৰ সাজ পাৰ নাই দখনা পিন্ধিছে। তাই ফোপাইছিল। তাৰ হাতৰপৰা কেটলিটো লৈ জইত তুলি দি তাৰ ফালে চাই ক'লে ঘাটত আজি নোহোৱা োপজা কাণ্ড!

নবীনে এটা মঢ়াত বহি সুধিলে কি হ ল ?

ৰাতিৰেপৰা পলিচে তাত পহৰা দি আছিল। আপোনালোকৰ সংঘৰ ল ৰাটো নাৱেৰে আহি ঘাটত নমাৰ লগে লগেই হাত কেৰেয়া দিব খজিলে। সি ঘৰি দৌৰ মাৰি হাৰিত সোমাল এতিয়ালৈকে পলিচহঁতে বিচাৰিয়েই আছে পোৱা নাই।

নবীনে বজি পালে কি ঘটিছে সম্ভৱতঃ নৌ সেনাৰ বিদ্ৰোহ সমৰ্থন কৰি লিফলেট বিলোৱা অপৰাধত ল ৰাটোক পলিছে ধৰিব খজিছিল। সি পলাই সাৰিল। সি সধিলে বাইদেউ ক'ত ?

'নগৰলৈ গ'ল কিবা বোলে মিটিং আছে হেনো।

নবীনে বুজি পালে। আবেলিলৈকে বিপ্লৱৰ সমৰ্থনত হ ব লগা সভাখনৰ বাবেই তেওঁ গৈছে। কিন্তু কিয় ? অন্ততঃ আজি তেওঁ সভালৈ নোযোৱা হ'লেও কোনেও আপত্তি নকৰিলেহেঁতেন। বোধহয় নৌ-সেনাবোৰৰ বিদ্ৰোহে তেওঁক প্ৰেৰণা দিছে।

মণিকাই চাহ কৰি আনি তাক খাবলৈ দি নিজেও একাপ হাতত লৈ ওচৰতে মুঢ়া এটাত বহিল। জুইকুৰা ইতিমধ্যে নুমাই গৈছিল। কেউফালে নিস্তব্ধ। সমতি বাইদেৱে নবীনক শ্ৰাদ্ধৰ বাবে এটা অনষ্টু ৗয়া অনষ্ঠান পতাৰ পৰিকল্পনা কৰিবলৈ কৈ গৈছিল। তাৰে কথা মণিকাই উলিয়ালে

নবীনে উত্তৰ দিলে বিমলদাই পৰলোকৰ কথা মুঠেই ভৰা নাছিল। আত্মাৰ সদ্গতিৰ বাবে আদ্য শ্ৰাদ্ধ বা আন অনষ্ঠান পতাৰ একমাত্ৰ উদ্দেশ্য হ ব সামাজিকতা ৰক্ষা উচ্চ আধ্যাত্মিক অথবা উচ্চ বস্তুবাদী দয়োটা দ টিৰপৰাই এই সামাজিকতা ৰক্ষা মল্যহীন। এই কথা জনাৰ পিছত মইনো কি পৰিক পনা কৰিম মণিকা?

মণিকাই এই নিৰিশ্বৰবাদী ভয়ানক মানহজনলৈ চাই ভয় খালে। তাই চাহ কাপ খাই কিছু পৰ গুণি গাঁথি উত্তৰ িলে ধৰ্ম তথাপি মানিব লাগিব। সমতি বাইদেউ আপোনা দৰে গুৰু গোসাঁই নমনা নহয়। তেওঁ মখলৈ চ ই আপনি এই কাম কৰিব লাগিব

নবীনে হাঁহি ক লে তেন্তে সেয়ে হ ব

চাহ খাই সি বাহিৰলৈ ওলাই আহি দেখিলে বাহিৰত খবৰ কৰিবলৈ অহা মানহ ভৰি পৰিছে সমতি বাইদেউ নোহোৱা বাবে সিয়েই গৃহস্থৰ ভাও দিব লগা হ ল মানুহবোৰে বিশেষকৈ শ্ৰাদ্ধ পতাৰ ওপৰত জোৰ দিছিল নবীনে তেতিয়া বজি পালে যে সমাজ কিমান সংৰক্ষণশীল আৰু শক্তিশালী। সংকটপণ বা বহা বহা মহৰ্তত সমাজে প্ৰথা বা ধম ৰক্ষাৰ বাবে প্ৰত্যেক ব্যক্তিকে হেচা দিয়ে। এই হেচা সিও অনুভৱ কৰিলে।

দুপৰীয়া বেলিকা নবীনৰ অনুভৱ হ ল শ্ৰাদ্ধ সমতি বাইদেৱে নেপাতিলেও বিমলদাৰ বংশ পৰিয়ালে পাতিব। বাইজেও অনাচাৰ হ বলৈ এৰি নিদিব। কাজেই তাৰ বাধাই এই সময়ত একো কাম নিদিব।

ভাত খাবৰ সময়ত নবীনে মণিকাক ক'লে মণিকা পৰিকল্পনাৰ কোনো প্ৰয়োজন নাই। সকলো ব্যৱস্থা বাইজে কৰিব।"

মণিকাই হাঁহি উত্তৰ দিলে আপনিতো ৰাইজৰ মানুহ সেই বাবে ৰাইজে আপোনাক বচালে।

নবীনে হাঁহিবলৈ বাধ্য হ ল।

ভাত খাই উঠাৰ পিছত নবীন গৈ চ'ৰাঘৰত বহিলগৈ। তেতিয়া মানহ পাতলিছে। সম্প্ৰতি বাইদেউৰ বেলি হোৱা বাবে মণিকা চিন্তিত হৈছিল। এনেয়ে গাত বেয়া ৰোগ লাগিছে। তাতে যদি অনিয়মিত হয় খোৱা বোৱাত তেন্তে সৰ্বনাশ। তাই আহি নবীনৰ ওচৰত তেওঁৰ বিৰুদ্ধে অভিযোগ কৰি শেহত ক লে শ্ৰাদ্ধৰ পিছ দিনাই যাতে বাইদেউ শ্বিলঙৰ বীড চেন্ট হাস্পতাললৈ যায় তাৰ ব্যৱস্থা কৰিব।

নবীনে একেষাৰেই উত্তৰ দিলে নিশ্চয় কৰিম। কৰিব লগীয়াখিনি বাইদেৱে নকৰাকৈ নেথাকে।

সিহঁতে কিছু সময় কথা পতাৰ পিছত কথাৰ তলী উদং হ ল। মণিকা উঠি নিজৰ কোঠালৈ গ ল।

ঠিক তেনেতে দদ ওলালহি। তাৰ গাত মোটা খদ্দৰৰ ধতি আৰু কামিজ। ভৰিত এজোৰ সাধাৰণ চেণ্ডেল।

সি আহি তাৰ ওচৰত থিয় হৈ ক লে ইয়াত বহি কি কৰিবি? ব ল নৈৰ ফালে ফুৰিবলৈ যাওঁ। কথা আছে।

বাহিৰত তেতিয়া দৰ চোক কমিছিল। দয়োটাই হাবিৰ মাজে মাজে নৈৰ পাৰেদি খোজ কাঢ়ি গৈ এজোপা দীঘল গছৰ তলৰ প্ৰকা শিল এচটাত বহিলগৈ। তলেদি নইতৰ সোঁত কল কল শব্দৰে কোবাল গতিত বৈ গৈছিল।

ঘৰত পয়মাল। দদৱে এটা চিগাৰেট জ্বলাই ক লে তিনিটা বিপৰ্য্যয়

নিৰ্বিকাৰভাৱে নবীনে সুধিলে কি তিনিটা?

দেউতা ঘৰলৈ ঘূৰি আহিছে। চম্পাক সকলো পৰিহৃত ধৰ দি। এতিয়াৰেপৰা তেওঁ কেৱল সমধিৰা টেঙাৰ খেতি কৰিব। বিচ্ছেদেই হ ল ধৰ। আৰু এটা ঘটনা ঘটিল ঘৰত। জয়ন্তীয়ে বেঠাৰামৰ আঙঠি ওভোতাই দিলে তাই কৈছে তাই দেওধনী হৈয়ে থাকিব দেৱতাৰ খাক নখহায়। আমি সকলো আচৰিত

হৈ গ'লো। বাপেকে তাইক দেওধনী নাচ শিকাইছিলহে কিন্তু দেৱতাৰ ওচৰত উছগা কৰি দিয়া নাছিল। এজেকজনী ছোৱালী পতিকে ভাল চাই লৰা এটাক গতাই দি নাতি পতিৰ মুখ চাবৰ ইচ্ছা কৰিছিল। বাপেকে এতিয়া বিমর্ষ হৈ সুমতি বাইদেউৰ লগত কথা পাতিছে। সমতি বাইদেউ ক ৰবাৰপৰা আহি মোৰ ঘৰতে জিৰাইছেহি। তেওঁ ক লে কিজানি জয়ন্তীয়ে শুনেই। শেহৰটো বৰ দুখৰ খবৰ। এটা Invalid ক মাকপে বিয়া কৰিব খুজিছে। দেউতাৰ দৰে মানহুটোৱে—মন কৰ—তাইৰ চিঠি পঢ়ি কান্দিছে।

কোন invalid? বিস্ময়ত নবীনে প্ৰশ্ন কৰি'ল

ৰঞ্জিত দা চিগাৰেটত্ দীঘল হোঁপা মাৰি দদয়ে উত্তৰ দিলে।

ৰঞ্জিত দা Invalid হ ব কেনেকৈ?

তই তেনে খবৰ পোৱা নাই? তেওঁৰ সোঁ ভৰিটো কটা গ'ল।

নবীনৰ বকুখন চিৰিংকৈ গ ল।

দদয়ে পনৰ ক লে ৰবিচন্দ্ৰ বৰদেউতা ত তে আছেগৈ। চেৰো তাইক হাক দিছিল কিন্তু তেওঁ নশুনিলে। তাই বোলে তাৰ দুৰ্দশা দেখি একেবাৰে গলি গ ল দেউতাই এতিয়া এই বিয়াৰ নামেই শুনিব নোখোজে তেওঁ মাকণলৈ প ষ্টভাবে এই কথা লিখিছে। ময়ো লিখিছো।

নবীনে মনে মনে বহুত ভাবি শেহত ক লে মাকণে কিয় তেনে কৰিলে তাক বুজা সহজ। বোধহয় ভৰি কটাৰ আগতেই তেওঁ ৰঞ্জিতদাক বিয়া কৰাবলৈ থিৰাং কৰিলে। অৱক্ষত ে ৱা ৰ বে ৰৰক যে বিসৰ্জন দিব লাগিব তাক ভাবিবলৈ তেওঁ টান পালে।

দদয়ে নবীনৰ কথাবোৰ মন দি শুনিলে কিন্তু তাৰ অনুমান সত্য বুলি সি স্বীকাৰ নকৰিলে। মাকণে এই সিদ্ধান্ত কৰি মনৰ ৰ্বলতাহে প্ৰকাশ কৰিছে। অৱক্ষত ৰৰৰ দেহত সৌন্দৰ্য নেথাকে। তদুপৰি সমাজত মাকণে ৰঞ্জিতদাকলৈ চলিবলৈ টান পাব। তাই ক'লৈকো ওলাব নোৱাৰিব ওলালেও অস্বস্তি বোধ কৰিব। ঘৰখন হাস্পতাললৈ ৰূপান্তৰিত হ ব।

দদয়ে ক'লে 'তই লিখি চাবি নেকি?

নবীনে মুৰ জোকাৰি সেই কাম কৰিবলৈ অস্বীকাৰ কৰিলে। মাকণক সি এতিয়া একো ক ব নোৱাৰে।

দুদুৱে জীৱনত প্ৰথমবাৰৰ বাবে নবীনক তিৰস্কাৰ কৰি ক লে নিজৰো জীৱন ধ্বংস কৰিলি তাইৰ জীৱন ধ্বংস কৰিলি এতিয়া বোধহয় সমাজখন ধ্বংস কৰিবলৈ বাকী আছে। নই জানো তোৰপৰা একো নহ ব।

নবীনৰ খং উঠিল কিন্তু একো উত্তৰ নিদি নিৰ্বিকাৰভাৱে লইতৰ ফালে চাই ৰ ল। কিছুপৰৰ মৰত তাৰ খং মাৰ গ ল আৰু দদৰো মনত অনতাপ হ ল।

দদুৱে বুজি পালে বৰ্তমান অৱস্থাত মাকণক সংকল্প বিচ্যুত কৰিবলৈ যোৱাটো টান কাম হ ব। কিন্তু সি তাইৰ সিদ্ধান্ত মানি ল ব নোৱাৰিলে। ইতিমধ্যে বাপেক আৰু সি ঠিক কৰি পেলাইছে এই বিয়া হ'লে তেওঁলোকে তাত ভাগ নলয় গতিকে সি কিবা এটা কৰি ই লাি য়।

এই আইৰনিক অৱস্থা নবীনৰ অসহ্য হ ল। াপেকে দদিন আগলৈকে নবীনৰ লগত বঞ্জিতৰ বিয়া পতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল কিন্তু আজি মাকণে যেতিয়া সেই বিয়া পাতিবলৈ নিজে স মত হ'ল তেতিয়া তেওঁ ঘোৰ ি ৰোধিতা কৰিছে বঞ্জিতৰ দেহৰ অলক্ষতেই ইয়াৰ একমাত্ৰ কাৰণ। এনে কাৰণে মাকণক বিয়াৰ পৰা বিৰত কৰিব নোৱাৰিলে যেতিয়া তাইৰ সিদ্ধান্তত হকা বাধা কৰি লাভ নাই।

দদৰে অৱশ্যে নবীনৰ নিৰ্বিকাৰ উপেক্ষা দেখি মনে মনে ভয়ানক দুখ পালে। নবীনৰ লগত মাকণৰ বিয়া হোৱাটো সি একান্ত মনে বাঞ্ছা কৰিছিল। সেই বাবে এই শেষ মুহূৰ্ততো সি তাৰ ওচৰলৈ সমৰ্থন বিচাৰি আহিছিল। কিন্তু নবীনৰ কথা শুনি তাৰ ধাৰণা হ'ল নবীন 'নপংশক বিপ্লৱী। বিপ্লৱী পলতা দেখি সি বৰ দঃখ পালে। তাৰ ভাব হ ল নবীন তেজ-মঙহৰ মানুহ নহয়। কেৱল কিছুমান বিমূৰ্ত ভাবৰ সমষ্টি।

যেহি সময় সিহঁতৰ ভিতৰত কথা বতৰা নহ'ল। দুদুৱে তাৰ পৰা বিদায় লৈ ঘৰলৈ উভতি গ'ল। সি ক লে মই এই বিষয়ে সময়ত আকৌ কথা পাতিমহি।"

নবীনে বুজি পাইছিল দুদু কিয় ক্ষুব্ধ হৈছে। তাৰ সমুখত

সি দেখিছে এখন চিন্নভিন্ন ঘৰ। কিন্তু এনে হৈছে তাক সি ধৰিব পৰা নাই। সেই কাৰণে কেতিয়াবা আৰু কেতিয়াবা তাক ধ্বংসৰ জনক বলি ভাবে। কেতিয়াবা ভাবে ই দৈব ফল কেতিয়াবা ভাবে ব্যক্তিগত ক্ৰটিৰ ফল। সংসাৰৰ স্বৰূপ সি দেখা পোৱানাই। সেইবাবে বিভ্ৰান্ত দুপহ কট মন্তব্য সি নীৰৱে সহ্য কৰি থাকিল। মাকণে নিজে নিজক নবচালে আনে তাইক বচাব নোৱাৰে।

ঘৰলৈ ঘৰি আহি সি এইবোৰ কথা পাহৰি গ ল মণিকাই সমতি বাইদেউ নহা বাবে তেতিয়াও উচপিচাই আছিল। নবীনে দদুৰ ঘৰত জিৰোৱাৰ খবৰ দিলতহে তাইৰ সবল প্ৰাণৰ অশান্তি গুছিল। সৰহ ভাগ মানহেই সৰু সৰা কথা লৈ সময় কটায় —নবীনে ভাবিলে— দদৰে মাকণৰ বিয়াৰ সিদ্ধান্ত লৈ চিন্তিত হৈছে মণিকা হৈছিল সমতি বাইদেৰে ভাত নোখোৱা লৈ। এই ক্ষুদ্ৰ অথপণ জগতখন তাৰ নহয় সি ভাওৰ ভাৱ আৰু বহল কথা লৈ সততে ব্যস্ত থাকিব লগা হৈছে।

আবেলি সভালৈ যাবৰ বাবে পোছাক পিন্ধি কোঠাৰপৰা ওলাই আহি নবীনে মণিকাক মাত লগাবলৈ তাইৰ কোঠা পালেগৈ।

মণিকাই ভাবি গিৰিয়েকলৈ চিঠি লিখিছিল নবীনক চকুৰ আগত দেখি তাই লাজত ৰঙা চিঙা পৰি চিঠিখন এখন কিতাপেৰে চাকি থৈ ক'লে মই কিন্তু অকলে অকলে এই নিৰ্জন ঘৰত নেথাকো। ময়ো ৰাম মিটিঙলৈ।

বেচ তেন্তে ওলোৱা। কিন্তু চিঠিখন আধা লিখা হৈ ৰ ব উইলক্ৰেদক বঞ্চনা কৰা নহ ব জানো? পৰিহাসৰ ছলেৰে নবীনে উত্তৰ দিলে।

ভাবৰ সোঁতটো আপনি বন্ধ কৰি দিলেহি। এতিয়া আৰু চেঁচু চেঁপা দিলেও সোঁত ঘৰি নাহে। কিন্তু এনে হয় ক ৰ নোৱাৰো। মণিকাই এই বলি কৈ আধা লিখা চিঠিখন নিজৰ চুটকেচটোত ভৰাই থলে। অলপ পিছত তাই আকৌ ক লে এনেদৰে বহুত চিঠি আধা লিখা হৈ থাকে। চুটকেচটো ভৰি আছে। মত'টো ভাগি গ লে চিঠিবোৰ কিবা ভাৱ প্ৰৱণতাৰ খেলা যেন বোধ হয়। থৈ দিওঁ। উইলক্ৰেডলৈ লিখা সৰহভাগ চিঠিৰে এই দুৰ্দশা। চুটকেচটো চালে দেখিব এনেকুৱা চিঠিৰে ভৰি আছে।

সেইবোৰ যেন আপোনৰো আপোন কিবা এটা এনে ভাব হয়। কিন্তু সংসাৰৰ কঠুৰা পৰশ পালে সেইবোৰ আচহুৰা হৈ পৰে।

নবীনে উত্তৰ দিলে চিঠি লিখিলে শেষ কৰিহে উঠিবা। সংসাৰৰ কথা ভাবি অনাহকতে প্ৰাণৰ আৰু যৌৱনৰ আত্মপ্ৰকাশ বোধ নকৰিবা।

মণিকাই ক লে সম্ভৱ হ লে তেনে কৰাই উচিত। কিন্তু উচিত হ লেই যে সদায় অন্তৰৰ সত্য প্ৰকাশ কৰিব পাৰি সি নহয়। উইলফ্ৰেডে ভাবপ্ৰৱণতা পছন্দ নকৰে। তেওঁ চিঠি লিখিলেও বৰ সংযত হৈ লিখে। তেওঁৰ চিঠি পঢ়িলে মোৰো দীঘল চিঠি লিখাৰ উৎসাহ কমি যায়। তেওঁৰ চিঠিবোৰ কেতিয়াবা হয় চামন কেতিয়াবা হয় ফকৰা-যোজনা। তেওঁ নিজকে মোৰ আগতো প্ৰাণ খুলি কথা ক বলৈ টান পায়। মোৰ কিন্তু সংযম নাই। লিখোতে আবেগে জুমৰি দি ধৰে

নবীনে দেখিলে মণিকাৰ চকু মখ কিহবাৰ পশত নাচি উঠিছে। তাইৰ অন্তৰখন এতিয়াও জনজাতীয় মুকলি মৰীয়া অন্তৰ হৈয়ে আছে। সহজ আদিম আবেগ কিমান প্ৰাণময় তাক সি জীৱনত প্ৰথমবাৰলৈ উপলব্ধি কৰিলে। সভ্যতাই আৰু জীৱনৰ জটিলতাই মাকণক সংকুচিত কৰি পেলাইছে সেই কাৰণে তাইৰ আত্মপ্ৰকাশো কিছুমান নিৰ্দিষ্ট ধাৰাত প্ৰকাশ পায়। কি তু মণিকাৰ আত্ম প্ৰকাশ অনিৰ্দিষ্ট অবাধ।

নবীনে ক লে মণিকা তুমি নিজকে যিমান পাৰা সম্পূৰ্ণকৈ আত্মপ্ৰকাশ কৰিবা।

কথাখিনি কৈ সি গুছি গ ল।

মণিকা মিটিঙলৈ যাবলৈ সাজু হ ল। তাই কোঠাত সোমাই পোছাক পিন্ধি ওলাই আহি দেখিলে নবীনে চ বায়ৰৰ মেজত বহি এখন কাগজত কিবা টোকা লিখিছে।

এইবোৰ কি?" তাই সুধিলে।

বক্তৃতাৰ টোকা। নবীনে কাগজ টুকুৰা জেপত সুমাই থিয় হৈ উত্তৰ দিলে 'আজি আমি ৰাইজৰ আগত কাৰ্য সূচী ঘোষণা কৰিব লাগিব।

কিহৰ কাম সূচী ?

নবীনে এটা এটাকৈ কৈ গ'ল ঃ ভাৰত ত্যাগ কৰিবলৈ বৃটিছক বাধ্য কৰা সাম্প্ৰদায়িকতা পৰাজিত কৰিবলৈ দখীয়া হিন্দ মছলমান-খৃষ্টান খেতিয়কৰ সংহতি স্থাপন কৰা আৰু এটা সংগ্ৰামী স্বেচ্ছাসেৱক বাহিনী গঠন কৰা—

মণিকাই অবাক হৈ নবীনলৈ চাই ৰ'ল কিছুপৰ তাৰপিছত ক'লে মাকণ বাইদেৱে শুনিলে বা কি কয় ?

নবীনে হুমনিয়াহ চাৰি ক'লে ক'ব কি ? তেওঁ জানে মই বিপ্লৱৰ কাম কৰিছো।

মণিকাই এইবাৰ নবীনলৈ চাই অকৰাৰ দৰে সুধিলে এইবোৰ কৰি কিবা হ'বনে ?

নবীনে কিবা শব্দটোৰ অৰ্থ কিমান বহল গাঢ় আৰু অৰ্থপূৰ্ণ তাক সেইদিনাহে উপলব্ধি কৰিলে কি। মানে মানহে বিচৰা সকলো ।

এই প্ৰশ্ন শুনি সি নিজকে সুধি আজিলৈকে কোনো নিশ্চিত উত্তৰ পোৱা নাই। সি ক'লে মই দেওধনী নহয় মণিকা। ভৱিষ্যত কেনেকৈ ক'ম ? মোৰ বাবে বৰ্তমান কাম সচাঁয়েই যথেষ্ট ।

আপুনি ইবোৰ মানহৰ দৰে নহয় মণিকাই উত্তৰ দিলে। হঠাতে তাইৰ চকু সজল হৈ উঠিল। তাই ক'লে মাকণ বাইদেউক তেন্তে আপুনি বিয়া নকৰাব নেকি ?

নবীনে এইবাৰ সৰলভাবে মাকণৰ লগত হোৱা তাৰ বিচ্ছেদ আৰু মাকণৰ বৰ্জিত দাদাক বিয়া কৰোৱাৰ সিদ্ধান্তৰ কথা বৰ্ণাই তাইক ক'লে মই মাকণক এতিয়াও ভাল পাওঁ

মণিকাই খুতুৰি খুতুৰি আৰু বহুত প্ৰশ্ন কৰিছিল। নবীনেও অকপটভাবে সকলো কথা খুলি কৈছিল।

ক'বোৰ শুনি মণিকাৰ ধাৰণা হ'ল নবীন অতি সৎ লোক। সেই মুহূৰ্তৰপৰা তাৰ লগত তাইৰ সম্পৰ্ক গাঢ় হৈ পৰিল।

দুয়োটাই সভালৈ যাবলৈ বুলি বাহিৰলৈ ওলাই আহি আগ দুৱাৰত

তলা লগাব খুজিছিল   তেনেতে সমতি বাইদেউ জয়ন্তী আৰু নৰাম ওজা ওলালহি।

নবীনে সমতি বাইদেউলৈ চ ই বি ময়ত সধিলে   আপনি উভতি আহিল যে ?

সমতি বাইদেৱে উত্তৰ দিলে   বিপ্লব আৰু নাই। নৌ সেনাবোৰে বোম্বাইত বল্লভ ভাই পেটেলৰ ওচৰত আত্মসমপন কৰিলে। ইকালে জজ ফ্লি ডত ১৪৪ ধাৰা   গতিকে মিটিং বন্ধ। দুৱাৰখন খোলা আৰু কথা আছে

ন ীনে দৰাবখন খলি দি কিছুপৰ বাহিৰতে সৰপ পৰা মানহৰ বে থৰ াগি থিয় হৈ ৰ ল। নৌ সেনাবোৰে আত্মসমপন কৰাৰ কথাটো সি বিশ্বাসেই কৰিব পৰা নাছিল। ইতিহাসে কেতিয়াও মানহক এনেকৈ ফাঁকি দিব নোৱাৰে   ইতিহাসৰ নীৰৱ নিৰ্দেশ পাই সেনাসকলে বিপ্লব কৰিছিল। সেই বিপ্লব এনেকৈ ব্যৰ্থ হ ব পাৰে নে ?

তাৰ অ তৰত ধমহা বলিবলৈ লৈছিল

কিছু সময়ৰ মৰত ধমুহা শা ত হ ল   নবীনে ভিতৰ সোমাই চিধা গৈ সমতি বাইদেউৰ কোঠা পালেগে। সুমতি বাইদেৱে বিছনাত পৰি জিৰাইছিল। তাক দেখি উঠি সধিলে   আঘাত পালা নহয়নে ? মযো দখ পালো। কি তু ঘটনাটো সঁচা। কৰো বলিলেইতো আৰু বিপ্লব কৰিব নোৱাৰি। আমাৰ এটা ভাল শিক্ষা হ ল

জাতীয় নেতাসকলে বিশ্বাসঘাটকতা কৰিলে।   নবীনে মন্তব্য কাৰলে।

সমতিয়ে হাঁহি ক লে   দোষ যাৰে তাৰে ওপৰত দিব পাৰা কি তু চাপৰিলে মেঘ নেৰায়। দোষ আমাৰেই। আমাৰেই গণনা ভুল হ'ল। জাতীয় নেতাসকলৰ প্ৰভাৱৰ কথা আমি পাহৰি গ লো। বিপ্লবৰ ক্ষেত্ৰ প্ৰস্তুত নৌহওঁতেই নৌ বিদ্ৰোহ হ'ল। আমি এতিয়া ধৈৰ্য ধৰিব লাগিব। কাম—

নবীনে বজিলে সমতি বাইদেৱে কাম মানে আশ্ৰমে চলোৱা গঠনমূলক কামৰ কথা কৈছে। 'সেই কাম সংস্কাৰৰ সহায়ক

বিপ্লৱৰ সহায়ক নহয় —হঠাতে তাৰ মনত এইষাৰ কথা বাৰে বাৰে ধ্বনিত-প্ৰতিধ্বনিত হ বলৈ ধৰিলে কি তু বিপ্লৱো আৰম্ভ হৈয়েই শেষ হৈ গ ল। এই বিপ্লৱ আকৌ কেনেকৈ সৃ টি কৰা যায় তাক সি ক ব নোৱাৰে। অতীত বিপ্লৱবোৰে কেৱল এটা কথাই শিকায়—বিপ্লৱৰ বাবে শক্তি প্ৰস্তুত কৰি সঞ্চয় কৰিব লাগে বিপ্লৱৰ ক্ষণৰ বাবে ধৈৰ্যৰে অপেক্ষা কৰিব লাগে বি লৱৰ ধ্যান কৰিব লাগে।

তাৰ কপালখন অকাৰণতে ঘামি উঠিল সুমতি বাইদেৱে হঠাতে কঠোৰ হৈ সুধিলে ইমান সহজতে যদি বিতত হোৱা তেে ত বিপ্লৱ কৰিবা কেনেকৈ? তোমাৰ ওপৰত সংঘৰ ভাৰ পৰিছে। অলপ বৈ তেওঁ ক লে বোমা ফুটোৱা ল ৰাটোৱে তোমালৈ এটা খবৰ দিছে। আজি ৰাতি সিহত আহিব বিপ্লৱৰ কায সচী এখনৰ কথা আলোচনা কৰিবলৈ সিহত আগুৱাৰ প্ৰাউগু হ ব। তোমাৰ কি মত?

নবীনে যেন দেখিলে এটা পথ মকলি হৈছে অটবী অৰণ্য আৰু দগম পবতৰ মাজেদি। অশ্বাৰোহী সেই পথেদি গৈ আছে। অনন্ত পথ। এই পথ দীঘল অশ্বাৰোহী অ পায় অশ্ব হীনবল

কিমানদৰ যে অশ্বাৰোহী যাব লাগিব কেনেকৈ যে সময়ৰ সদ্ব্যৱহাৰ কৰিব লাগিব কিমান দূৰত যে গন্তব্য ঠাই তাক একো ক ব নোৱাৰি। এটা গতি কেৱল গতি। গতিয়েই সকলো। গতিৰ বাহিৰে গতি নাই।

নবীনে উত্তৰ দিলে তাৰ মানে সিহতে নিজৰ পথ নিজে বাচি লৈছে। মোৰ মতলৈ সিহতে বৈ থকা নাই।

সেই কথা সঁচা। সমতি বাইদেৱে ক লে সিহতে কেইবা ঠাইতো মাটিৰ মালিকৰ বিৰুদ্ধে আন্দোলন কৰিব। আৰু সশস্ত্ৰ বিদ্ৰোহৰ পথ ল ব কহু বিপ্লৱৰ পথ। তেওঁ অলপ ৰ ল এই পথ সঠিক বলি মোৰ ধাৰণা নহয়।

নবীনে ক লে মই ৰাইজৰ মন নবুজালৈকে একো ক ব নোৱাৰিছোঁ।

হঠাতে সি ক লে অন্ততঃ খেতিয়কৰ মন বুজি ল ব লাগিব।

অৱশ্যে মোৰ ধাৰণা শ্ৰেণী সংগ্ৰামৰ বাহিৰে আন উপায়েৰে হিন্দু মুছলমানৰ একতা ৰক্ষা কৰি প্ৰকৃত স্বাধীনতা লাভ কৰা সম্ভৱ নহয়। কিন্তু শ্ৰেণী সংগ্ৰামৰ ৰূপ কি হ'ব তাকেহে ক'ব নোৱাৰিছোঁ।

সুমতি বাইদেৱে ক'লে তেন্তে চিন্তা কৰা।

সেই মহূৰ্তত মণিকাই তেওঁলোকলৈ চাহ জলপান লৈ আহিল। তাই চাহ জলপান থৈ সমতি বাইদেউলৈ চাই ক'লে আপোনাৰ খিলঙলৈ যোৱাৰ কি কৰিলে? এনেকৈ থাকিলে স্বাস্থ্য বেয়া হোৱাৰ ভয়।

সমতি বাইদেৱে অলপ বৈ উত্তৰ দিলে শ্ৰাদ্ধ হৈ গলেই মই যাম। খালি আশ্ৰমৰ কাম চলাবলৈ এজন মানহ পোৱা নাই। নবীনে চণ্ডালিৰ পাৰিবানে এই কাম?

নবীনে সমতি বাইদেউৰ শেঁতা আৰু ক'লা মুখমণ্ডললৈ চাই ক'লে পাৰিম নোৱাৰিম কিয়?

যদি তুমিও আশুৰ প্ৰাউণ্ড হ'ব লগা হয়।

এই প্ৰশ্নৰ উত্তৰ নবীনে নিদিলে। সি মাথোন ক'লে নোৱাৰা যেন দেখিলে আপোনাক জনাম। কিন্তু আপনি চিকিৎসাত ত্ৰুটি নকৰিব।

সমতি বাইদেৱে নবীনক আশ্ৰমৰ কামৰ থল মল এটা বিৱৰণী দিলে। সেৱিকাসকলে সম্প্ৰতি বেলতলাত ৰাইজৰ মাজত সেৱাৰ কাম আৰম্ভ কৰিছে। শিপিনীসকলক সূতা দিয়া প্ৰসুতিৰ শুশ্ৰূষা কৰা ভাল খোৱা পানীৰ বাবে কুৱা খন্দা সচল পায়খানাৰ প্ৰচলন কৰা আৰু প্ৰাথমিক শিক্ষা দিয়াৰ কামত ব্যস্ত আছে। এইবোৰ কাম হেগা চোবোকাকৈ চলিছে। হ'লেও ৰাইজৰ সেৱাই তেওঁলোকৰ বাবে একমাত্ৰ ধৰ্ম। এই সেৱা ধৰ্ম প্ৰজ্বলিত ৰাখিলেহে জনসাধাৰণক মানহ কৰিব পৰা যাব। গাওঁবোৰত এতিয়াও বিবিধ ভয়ৰ ৰাজত্ব চলি আছে। প্ৰকৃত মনষ্যত্ব বিকাশ নহ'লে এই ভয় নেযায়।

কথাবোৰে নবীনক্তকৈ মণিকাক বেছি অভিভূত কৰিলে। খ্ৰীষ্টান মিশ্যনৰোৰেও এনে সেৱাত বিশ্বাস কৰে। ৰাণীবাৰীৰ গীৰ্জাত

কাম কৰা তাইৰ ভাৰী গিৰিয়েকো এনে কিছুমান কামৰ নায়ক। কিন্তু তাই একো নক লে। শেষ হোৱালৈকে কথাবোৰ শুনি তাই পাকঘৰলৈ উভতি গ ল।

সমতি বাইদেৱে নবীনৰ লগত চমকৈ শ্ৰাদ্ধৰ কথা আলোচনা কৰি অলপ পৰৰ পিছতে ভিতৰৰ ঘ লৈ সোমাই গ ল।

তেতিয়া গধূলি আৰম্ভ হৈছিল।

ন াম ওজাই সুমতি বাইদেউৰপৰা বিদায় লৈ নগৰলৈ যাবলৈ ওলাল। তেওঁ জয়ন্তীকো লৈ যাব খুজিছিল কিন্তু সমতি বাইদেৱে যাবলৈ নিদিলে। নৰাম ওজা কিন্তু নেথাকিল কাৰণ য তে ত তে তেওঁৰ চাউল সিজে বা নচলে জয়ন্তীৰ ক্ষেত্ৰত তেও নীতি-নিয়ম কিছু শিথিল কৰি দিবলৈ বাধ্য হৈছিল কাৰণ তেনে নকৰিলে নগৰত নচলে।

নবীনে হাতত টচ এটা লৈ নৰাম ওজাক কিছু দূৰ আগবঢ়াই দিবলৈ ওলাল। যাবৰ সময়ত জয়ন্তীৰ পদূলি মথত আহি থিয় দিছিলহি। সমতি বাইদেউ আৰু মণিকা ভিতৰৰ কামত ব্যস্ত আছিল

আপোনাৰ লগত ময়ো যাওঁ নে? —নবীনলৈ চাই জয়ন্তীয়ে সুধিলে।

নবীনে নৰাম ওজালৈ চালে নৰাম ওজাই হাহি ক লে আহ বাৰু বোপাও বেছি দূ লৈ নেযায়। হাবিখনৰ ভৰিতে থৈ আহিলেই হ ব।

তিনিও একেলগে খোজ ললে। জোনৰ পোহৰে ঘৰৰ আগৰ বননি খন ঢোৱাই পেলাইছিল। হাবিৰ ওচৰ নোপোৱালৈকে কাৰো মুখত কথা নাই। হাবিৰ ওচৰ পাই নৰাম ওজা ৰ'ল তাৰ পিছত হুমুনিয়াহ চাৰি ক লে দূদ বোপাক মাজে সময়ে খবৰ খাবাৰ কৰি থাকিব। শনিৰ দশা পৰিছে যেন পাওঁ। এনেকুৱা বিপদৰ কালত বন্ধুৰ আৱশ্যক।

নবীনে ক লে অথনি সি আহিছিল। এতিয়া তাৰ মনৰ অৱস্থা বৰ বেয়া। তাক ক ব ৰবকৈ চিন্তা-ভাবনা কৰি লাভ নাই।

নৰাম ওজাই উত্তৰ দিলে সেই পৰিয়ালটোত ধৰ্ম নাই

ঈশ্বৰ। প্ৰত্যেকৰে একোটা বেলেগ মন। মানহজনী কাল হ'বৰে পৰা ধৰ্ম গ'ল। বোপাৰ কিন্তু ভাল হ'বৰ সময় আছে।

নবীনে হঠাতে সুধিলে এইৰ বিয়াখন হ'বপায় নহ লগে ?

নৱাম ওজাই হাহি উত্তৰ দিলে তাইক সোধক যি কৰে তেৰাই কৰিব আমি নিমিত্তহে মাত্ৰ। বাধহয় ভগৱন্তই মোৰ মায়া গুচাবলৈহে এইৰ হত্তুৰাই বিয়াখন ভঙালে।

ওজা বিদায় লৈ গুছি গ'ল। যাবৰ সময়ত জয়ন্তীক কৈ গ'ল পিছদিনা সোনকালে যাবলৈ ওলাই থাকিবলৈ। দদুৱে জীপেৰে নি তেওঁলোকক ছিপঝাৰত থৈ অহাৰ কথা।

ওজাক বিদায় দি নবীন আৰু জয়ন্তী ঘৰলৈ উভাত আহিল জয়ন্তীৰ খোজ স্থিৰ মখ গম্ভীৰ। নবীনৰ কাষে কাষে আহি থাকোতে তাই তললৈ মূৰকৈ কিবা ভাবি আছিল। নবীনৰ অনুভৱ হ'ল জয়ন্তী সকীয়া ধৰণৰ ছোৱালী। তাইৰ দেহৰ সান্নিধ্যই তাক এনে এটা ভাৱ আনি দিছিল যি ভাৱ কোনো মন্দিৰ নাম ঘৰলৈ গ'লে মানুহৰ হয়।

হঠাতে নবীনে সুধিলে তই কিয় এনে কৰিলি জয়ন্তী ? তই জানো সদায় দেওধনী হৈয়েই থাকিবি ?

পিতাই জ নে দেৱতাৰ ওচৰত নিজকে উছগা কৰা মানে কি ? জয়ন্তীয়ে গহীন হৈ ক'লে পিতাই যেতিয়া মণিচক ছোৱালী কৰিবলৈ ক'লে তেতিয়াও মই বৰকৈ ভৰা নাছিলো। পিতাই মোৰ গুৰুও। প্ৰথমতে পুৰুষক ভালেই লাগিছিল। বেঠাৰাম মহৰীক দেখিলে মনটো জুৰ পৰি গৈছিল। কিন্তু তাৰ পিছত আৰু এজন পৰ পুৰুষ সোমালহি মনত। আতমাত ছিদ্ৰ আছিল হ'ব পাৰে। খেলি-মেলি লাগি গ'ল তাৰ পিছতো আৰু এক ৰৱা পৰুষে মন মুহিলে খেলি মেলি গৈ অশান্তিত পৰিণত হ'ল। বেঠাৰাম মহৰীয়ে আওতি পিন্ধাবলৈ অহাৰ আগ দিনা ৰাতি মনসা আই মাতৃক সপোনত দেখিলো। সুধিলে কিবা বুজিছনে ? মই ক'লো নাই বুজা। তেওঁ ক'লে বুজিবি বুজিবি মণিচত মন দিলে দেৱতাক হেৰুৱাবি। সেই নিশা সপোনটো দেখিলো। তই উঠি সপোনটোৰ কথাকে ভাবি আছিলো। শেষত কটকটীয়া

হৈ গল। দেৱতাহে আচল মণিচ নহয়। বেঠাৰাম মহৰ্ষি আহিলত ভেঙঁকো তাকে কলো। তেও তবধ মানিলে পিতাই তলমূৰ কৰিলে। দুদ দাদাৰ হাতত চাহ এবাটি আছিল সৰি পৰিল।

জয়ন্তী এইবোৰ সঁচানে? আচৰিত হৈ নবীনে সুধিলে।

জোন বেলিৰ দৰে সচা ঈশ্বৰ। সহজভাবে জয়ন্তীয়ে উত্তৰ দিলে।

জয়ন্তীৰ সহজ আত্মবিশ্বাস দেখি নবীন আচৰিত হল। প্ৰথম বাৰলৈ সি বুজিব পাৰিলে আদিম আৰু গাঁৱলীয়া মনৰ এই ঐশ্বৰিক আত্ম সমপনে কিয় এসময়ত বিশা ধৰ্মীয় সাহিত্য আৰু সংস্কৃতি ৰচনা কৰিবলৈ মানহক বল দিছিল বিজ্ঞানৰ যুক্তিয়ে জয়ন্তীৰ মন পশ নকৰা বাবেই তাইৰ এই সৰলতা। সি কিন্তু ৰবিচন্দ্ৰৰ দৰে তাইৰ স্বাভাৱিক প্ৰভাৰ সহজে গ্ৰহণ কৰিব নোৱাৰিলে। সি কলে ছোৱালীয়ে তিনিজন পুৰুষক ভাল পাই খেলি-মেলিত পৰিলেই যে এজন পুৰুষক বাছি বিয়া কৰিব নোৱাৰে তাক মই মানি নলওঁ। দেৱতাৰ মাজত তই জানো তেজ মঙহ পাবি? কথাখিনি কোৱাৰ লগে লগে তাৰ এযাৰি অসমীয়া কবিতা মনত পৰিল: আমাৰ কাৰণে হেৰা আমাৰ কাৰণে কান্দে পাতকৰ ওঠৰ লালিমা। জয়ন্তীয়ে প্ৰাক বৈজ্ঞানিক আধ্যাত্মিকতাৰ নামত ঐহিক জগত আৰু দেহ সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিছে। তাই যদিও দেওধনী নৃত্য জীয়াই ৰাখিছে সেই জীৱন একপ্ৰকাৰ মৰণহে

জয়ন্তীয়ে হাত যোৰ কৰি কলে এইবোৰ নগৰীয়া যুক্তিৰ মায়াৰ ফান্দত আৰু মোক নেপেলাব ঈশ্বৰ। দেহৰ খলা-বমাত পিছলি পৰি কক বকোৱাই সবহ ভাগ নগৰীয়াৰ জীৱন। আমি গাঁৱলীয়াই তেনে কৰিব নোৱাৰো।

নবীনে একো নেমাতিলে।

কিমান গভীৰত এই পুৰণি সমাজৰ শিপা তাক সি এই প্ৰথম বুজিলে। ঈশ্বৰে গাঁৱৰ মানহৰ জীৱন পদে পদে নিয়ন্ত্ৰণ কৰে। পিছে এই গাঁৱলীয়া ঈশ্বৰ বিপ্লৱৰ বিৰোধী।

ঘৰ পাই নবীন আৰু জয়ন্তী চ বাগৰৰ চকীত খন্তেক পৰ বহিল। নবীনে ক'লে জয়ন্তী তুমি বিয়া কৰায়ো জানো নৃত্য চৰ্চা কৰিব নোৱাৰা ?

দেওধনী নাচ নোৱাৰি । জয়ন্তীয়ে উত্তৰ দিলে। মই ইয়াত আৰু খিলঙত নাচোতে কেতিয়াও দেৱতাক পোৱা নাছিলো। দৰ্শকে কেৱল দেহটো বখলিয়াই চাব খোজে। মণ্ডহৰ লোভ জানো নাচ ? টকাৰ ঝন্‌ঝননি বক্তৃতাৰ ফৰফৰণি আৰু মনৰ অসুখৰ মাজত নাচ হৈ পৰে অতি বেছি বিদ্যা বা খেল। তাত দেৱতা নেজাগে। দদ দাদাই বা সদশনা বাইদেৱে মোৰ নাচ কেইবাদিনো চালে কিন্তু তেওঁ লাকেও বাহিৰাটোহে দেখিছিল ভিতৰটো দেখা নেপালে।

জয়ন্তী তই আচল নগৰীয়াক দেখা নাই। নবীনে ক লে

দেখিছো ঈশ্বৰ। অধ্যাপক ৰবিচন্দ্ৰ নগৰীয়াৰ সাৰ। তেও জ্ঞানৰ ভৰাল কিন্তু তেৱে। ইহ সংসা তে মজি আছে। তেওঁ মোৰ মাজত কিবা এটা দেখিলে কিন্তু সেই কিবাটোনো কি তাক ধৰিব নোৱাৰিলে। বহাগ বিহুৰ পিছতে চাহাব পণ্ডিতজনো আমাৰ ঘৰলৈ গৈছিল তেৱে। কিবাকিবি দেখিলে মোৰ নাচৰ মাজত। তেওঁলোকক বিদ্যা লাগে। মই দেওধনীয়ে কি বিদ্যা জানো ? দেহটোতে সকলো আছে তাকে দেৱতাক দিও পাহৰি আকৌ মনিচান্দ মন মেলিছিলো। নগৰীয়াই এই তত্ত্ব নবজে।

মন মোৰ মলতীয়া যেনি তেনি যায় ।
জ্ঞান গুৰু গৰখীয়া আনিব ঘৰাই।

নবীনে মন কৰিলে কথা কৈ কৈ জয়ন্তীয়ে যেন কিবা ভয়ানক মানসিক খেলিমেলিৰপৰা নিজক ৰক্ষা কৰিব খুজিছে। এই আধ্যাত্মিক তত্ত্বত তাইৰ আহত আত্মাই যেন সান্ত্বনা বিচাৰিছে। ধৰ্মই চিৰকালেই সান্ত্বনা দিয়ে পীড়িতক। পীড়নৰ মূল কাৰণ দেখুৱাই দিয়ে দেহৰ আৰু বস্তুৰ নশ্বৰতাত। সনাতন আৰু শাশ্বতৰ মোহ অন্তৰত সমাই দি ধৰ্মই মন টানি নিয়ে ইশ্বৰৰ ফালে। ফলত স্থিৰোৰ গুৰি কাৰণৰ বাবে সংসাৰ আৰু সমাজৰ সৰহভাগ পীড়াৰ উত্তৰ হৈছে মানহে তাক নেদেখা হয়। সমাজ সংসাৰ সংশোধন বা ৰূপান্তৰ কৰাৰ কাম তেতিয়া তল পৰি যায় ব্যক্তিগত মোক্ষ বা মুক্তিয়ে আগ ঠাই পায়। ৰাজনৈতিক সংগঠন আৰু সংগ্ৰাম হৈ

পৰে অৰ্থহীন কোলাহল। জয়ন্তীয়ে এতিয়া সংসাৰৰপৰা নিষ্কৃতি বিচাৰিছে।

সি ক লে দেওধনী হৈ কি কৰিবি জয়ন্তী ? দেৱতা যে নাই। দেওধনী নাচ থাকক তই নাচিি কিন্তু নথকা বস্তুৰ ওচৰত দেহ সঁপি দি কি কৰিবি ? দেহটো এটা যন্ত্ৰ। যন্ত্ৰটোত প্ৰকৃতিৰ বাহিৰে একো নাই। দেৱতাই একো নকৰে কেৱল পজ লয়। মানুহেই সকলো কৰে আন্দোলনৰ মাজেদি। আন্দোলন হ ল এমঠি বুদ্ধিমান মানুহৰ অ াচনিমতে কৰা সংগ্ৰাম তাত জনতা হয় শক্তি। আমি আন্দোলনৰ শেষত পাম এখন ৰাষ্ট্ৰ যিৰাষ্ট্ৰই দিব শান্তি সমতা সুখ ভ্ৰাতৃত্ব ম ম। দেৱতা নহয় ৰাষ্ট্ৰ। ৰাষ্ট্ৰৰ প্ৰতিভূ এই আন্দোলন। এই অ ন্দোলনহে আচল মোক্ষৰ পথ।

জয়ন্তীয়ে অবাক হৈ নবীনৰ মুখৰ ফালে চাই ৰ ল তাই বুজি নেপালে। কিন্তু এটা কথা তাই বুজি পালে নবীনে আন্দোলনতে তাইৰ দেৱতাক দিখিছে।

জয়ন্তীয়ে মৰ জোকাৰি ক লে মোৰ বিশ্বাস হোৱা নাই ঈশ্বৰ। মানুহেনো কেতিয়াবা কল্পতৰু বৃক্ষ সৃষ্টি কৰিব পাৰেনে ? এইটো দেৱতাৰ কাম।

ঠিক সেই মহূতত ভিতৰৰপৰা সমতি বাইদেউ ওলাই আহি ি হঁতৰ ওচৰত ৰহিলহি। কিহৰ তক কৰিছা তোমালোকে নবীন ?

নবীনে চমতে তকৰ বিষয়টো ক লত সমতি বাইদেৱে হঠাতে ক লে বিমলদাৰে এটা কথা কৈছিল গণ ৰাজনীতিৰ দোষৰ কথা কৈছিল গণ ৰাজনীতিৰ দোষৰ কথা। গণ ৰাজনীতিয়ে সংখ্যাক ওখ আসন দিয়ে গুণক নিদিয়ে। ধন আৰু ক্ষমতাৰ হেঁপাহ নিয়ন্ত্ৰণ কৰাৰ কোনো নৈতিক উপায় আন্দোলনত বা ৰাষ্ট্ৰত নাই। সেই কাৰণে তাক নিয়ন্ত্ৰণ কৰিবলৈ মানহক আত্মসংযমৰ আধাৰ কিবা এটা লাগে। সেইটো হ ব লাগিব মানৱ ধৰ্ম

'বিমলদাই কৈছিল ?

অ ।

কিছুসময় নবীন আৰু সুমতি বাইদেউৰ মাজত আত্ম সংযম ৰ

প্ৰয়োজন সম্পৰ্কে আলোচনা চলিল। সংঘৰ ডেকা ল ৰাবোৰে সদস্য সকলৰ ব্যক্তি স্বাধীনতা অপহৰণ কৰিবলৈ চেষ্টা কৰি ছ। বৰ্তমান খেতিয়কৰ আন্দোলন ক ৰ তেও সিহঁতে সমতি বাইদেউকো সন্দেহ কৰি বাদ দি থৈছে। তেওঁৰ একমাত্ৰ দোষ হ'ল সদানন্দ বৰুৱাৰ মাটিৰ দান গ্ৰহণ কৰা। ল ৰাহঁতৰ আন্দোলনৰ কাৰ্যসচীও চৰম পন্থীৰ সিহতে তলে তলে অস্ত্ৰ শস্ত্ৰ যোগাৰ কৰিছে। বেলতলাত থকা আশ্ৰমৰ সেবিকাসকলৰ প্ৰতিও সিহঁতৰ ভাল ভাব নাই। জাতীয়তাবাদীসকলকতো এতিয়া সিহতে শ্ৰেণী শত্ৰু বুলি গণ্য কৰা হৈছে। সিহ তৰ আলাপ আলোচনা আৰু সিদ্ধান্ত আদিও গোপনে কৰা হয়

সমতি বাইদেউৰ কথা শুনি নবীনৰ অনমা হ ল সংঘ যেন লাহে লাহে সিহ তৰ নেতৃত্বৰ বাহিৰলৈ চলি গৈছে তাৰ দুখ লাগিল। সি লাহে লাহে ক লে সংঘত নৈতিকতাৰ অভাৱ ঘটিছে হুমনিয়াহ চ ৰি সি আকৌ ক লে কি ন্তু নৈতিক সংযম অনাৰ এক ম ত্ৰ পথ হ ল আদৰ্শৰ শিক্ষা।

আদৰ্শ সিহতেও মানে সুমতি বাইদেৱে উত্তৰ দিলে। সিহতে নিয়মিতভাৱে পঢ়া শুনা কৰে তত্ত্ব চৰ্চা কৰে আদৰ্শই সিহঁতক শিক্ষা দিছে ঃ প্ৰোলেটেৰিয়েট হ ল সকলোৰে মূল। নৈতি কতাৰ আধাৰো সেই প্ৰোলেটেৰিয়েট

নবীনে একো নেমা তলে। সি মাথোন দেখিলে জয়ন্তীয়ে অবাক হৈ নিবোধৰ দৰে তাৰ ফালে চাই আছে

একালে ঈশ্বৰ আনফালে প্ৰোলেটেৰিয়েট। সি মাজে মুখে ককবকাই আছে ৰাষ্ট্ৰীত খামোচ মাৰি ধৰি। প্ৰোলেটেৰিয়েটকো এটা দৰ্শনৰ প্ৰাৱশ্যক।

সেই দৰ্শনে সংগ্ৰামৰ জগতে পণ মানৱতাকো সম ন আসন দিব লাগিব। প্ৰোলেটেৰিয়েটক দিব লাগিব শ্ৰেণী মুক্তিৰ লগে লগে ব্যক্তিৰ আপোন বিকাশৰ পথ। সকলো মানুহেই হ ব লাগিব জিয়নাড দ্য ভিন্সী বা শংকৰদেৱ। ধৰ্মৰ স্থান লব লাগিব কলাই। মানহ হ ব লাগিব বিশ্বকৰ্মা বিশ্বশিল্পী। তেতিয়াহে নাচ হ'ব মানুহৰ মুক্ত সৃষ্টি।

অন্তৰতম কিবা এটাই নবীনক গভীৰভাৱে আলোড়িত কৰিলে। সি বহাৰপৰা উঠি বাহিৰলৈ ওলাই গ'ল।

সভয়ে জয়ন্তীয়ে সুধিলে কি হ'ল বাইদেউ? নবীনদাই বেয়া পালে নেকি?

'নাই। সমতি বাইদেৱে উত্তৰ দিলে। তেওঁ ঈশ্বৰৰ সলনি আন কিবা এটা বিচাৰিছে। তেওঁৰ আত্মা অস্থিৰ হৈছে।

ঈশ্বৰৰ সলনি কিনো পাব?

মই নেজানো।

সমতি বাইদেউ অলপ পৰ ৰ'ল। তাৰ পিছত তেওঁ জয়ন্তীক সুধিলে তই যে দেওধনী হৈ থাকিবলৈ ঠিক কৰিলি পাৰিবি জানো?

পাৰিম। জয়ন্তীয়ে উত্তৰ দিলে। হঠাতে তাইৰ দুচকুৰেদি লোতক বৈ আহিল।

কান্দিছ কিয়?

বেঠাৰামলৈ বেয়া লাগিছিল। মানহটোৱে মোক পাবলৈ বৰ ইচ্ছা কৰিছিল কি কৰিম? আজিকালি তাক মই অকলে নেদেখো লগতে দেখো অধ্যাপক ৰবিচন্দ্ৰক তেওঁ মোক একেবাৰে মনৰ তলী লৈকে দখিছিল। তেওঁৰ মূৰ্তিটো মনত পৰিলে নিজকে বিচাৰি পোৱা যেন লাগে। যেন মই যুগল মূৰ্তিহে। এতিয়া আকৌ দদুদাৰ তেজাল ধ'ৰা মুখখনে সততে আমনি কৰে। দেহাটো বিহ জলকীয়াই পোৰাদি পোৰে। তেওঁক যেন ভিতিত গলপতাৰ দৰে পিন্ধিম বকুত বিহাৰ দৰে ল'ম। জয়ন্তী ৰ'ল তাই চকু পানী মচি আকৌ ক'লে গোসাঁনীয়ে সপোন দেখৰাই বুজাই দিলে। এই ভালপোৱা পদুম পাতৰ পানীৰ দৰে সৰি সৰি পৰে। তেওঁৰ মাজতেই সকলোকে পাম। দেৱতাই মাতিছে নেওচা দিব নেপায় ঈশ্বৰ।

সমতিয়ে জয়ন্তীৰ মুখলৈ চাই অবাক হৈ গ'ল। এইৰ মুখত সঁচাকৈয়ে সৰস্বতী আছে। দেহটো ৰখিব জানো পাৰিবি ভিতৰৰ পৰা?' বাইদেৱে সুধিলে।

মইতো নৰখো ঈশ্বৰ। গোসাঁনীয়ে ৰখিব। জয়ন্তীয়ে উত্তৰ দিলে। বেঠাৰামে নিজক চম্ভালি ল'ব। খেতিয়ক মানুহতো। কিন্তু দদু দাদাই কি কৰে ঠিক নাই। আপুনি চাব।

সুমতিৰ অনুমান হ ল জয়ন্তী স্বয়ং সম্পূণ নাৰী।

নবীনে বহুত সময় নৈৰ পাৰত ফুৰি ফুৰি ভাত খাবৰ সময়ত ঘৰলৈ উভতিল তাৰ মন ভেতিয়া শান্ত। তাৰ ভাব হ'ল বিপ্লৱ অনিবাৰ্য গতিও অনিবাৰ্য। গতিকে বিপ্লবীসকলে লক্ষ্যৰ লগত মিল ৰাখি প্ৰত্যেক কামকে নিজে নিয়ন্ত্ৰিত কৰিব লাগিব। এইটোৱেই একমাত্ৰ পথ। মানহে নিজে নিজক নিজৰ অন্তৰ-শক্তিৰে সংযত কৰিব লাগিব। মানহৰ সম্পক যক্তিৰ লগতে সমতা প্ৰেম; সত্য আৰু সন্দৰৰ অনশাসনত থাকিব লাগিব। ডেকা ল ৰাবোৰক সি বজাব।

সেইদিনা ভাত খাই উঠি নবীনে বিছনাত পৰি শুব নোৱাৰিলে। তাৰ মনত এটা ঋতু পৰিবতন উপস্থিত হৈছিল। অধীৰভাৱে সি ডেকা ল ৰাবোৰ অহালৈ বাট চাই আছিল।

মাজনিশা তাৰ খিৰিকীত শব্দ শুনি খিৰিকীখন খুলি দি সি দেখিলে সংঘৰ তিনিটা ডেকা ল ৰা খিৰিকীৰ ওচৰৰ বাৰান্দাত থিয় দি আছে। সি সুধিলে ভিতৰলৈ আহিবা নে মই বাহিৰলৈ যাম?

বোমা ফুটোৱা ল াটোৱে ক লে আপনিয়েই আহক

নবীনে দুৱাৰ খুলি নিশব্দে বাহিৰলৈ ওলাই আহিল। তাৰ পিছত চাৰিওটা লগ লাগি খোজ কাঢ়ি ঘাটলৈ গ ল। ঘাটত বান্ধি থোৱা নাৱত উঠি সিহতে ভৰ বাৰিষা পানীত নাও উত্তৰ মুৱাকৈ চলাই নিবলৈ ধৰিলে।

ক লৈ যাবা? নবীনে বিৰক্তিত সুধিলে। এনেকৈ আহিব লাগিব বুলি সি জনা নাছিল আগতে।

সিপাৰলৈ।

কিছুপৰ মৰত নবীনে বোমা ফুটোৱা ল ৰাটোলৈ চাই সুধিলে তোমালোকে আমাৰ লগত আলোচনা নকৰাকৈ খেতিয়কৰ আন্দোলন চলোৱাটো সচা নেকি?

সচা। ল ৰাটোৱে উত্তৰ দিলে আপুনি কালিহে ওলাইছে আপোনাৰ লগত পৰামৰ্শ কৰিবলৈকে আমি আজি আহিছো। সুমতি বাইদেউৰ লগত আমি আজি আহিছো সমতি বাইদেউৰ লগত আমি কিয় ৰবা ক সম্পৰ্ক ৰখা নাই তাক আপনি জানে। কাজেই

তাক কৈ সময় নষ্ট নকৰো। এতিয়া আপোনাক লৈ আহিছো। আৰু বোধহয় উভতি যাব নোৱাৰিব। আপুনি পলাই থাকিব লাগিব। বিদ্ৰোহী নৌ সেনাসকলে আত্ম সমৰ্পণ কৰিলে কোনো কথা নাই। আমি যুদ্ধ চলাই যাম। আমি আত্ম সমপণ নকৰো।

নবীনে প্ৰথম বাৰৰ বাবে বজি পালে সমতি বাইদেৱে কৰা মন্তব্য যোৰ কিমান স চা। সিহ তে আন ঐতিহাসিক বিপ্লৱৰ অন্ধ অনকৰণ কৰিছে। ল ৰাবোৱে তাকো সিহ তৰ অনগামী কৰিব খুজিছে। নবীনে ক লে তোমালোকৰ লগত কথা পাতি মই আজি উভতি যাব লাগিব। প্ৰথমতে মই তোমালোকৰ কাৰ্য্য সচী ভালকৈ পৰীক্ষা কৰিম। তাৰ পিছতহে মোৰ সিদ্ধা ত জনাম। দ্বিতীয়তে বিমল দাৰ কাজত মই থাকিব লাগিব।

বোৰ্মা ফুটোৱা ল ৰাটোৱে ই দটা ল ৰাৰ লগত গুৰগুৰকৈ মেল প তি অ তাই তাক ক লে আপনি যেনে ভাল দেখে কৰক। কিন্তু আমি মন থিৰ কৰি লৈছো

নিশা এডোখৰত গৈ সিহ ত উত্তৰ গুৱাহাটীত নামিলগৈ। তাৰ পৰা গৈ ৰংমহলৰ এঘৰ মানহৰ ঘৰত উপস্থিত হ লগৈ। ঘৰত গহস্থ নাছিল। আন মানহেহে দৰ্বাৰ খুলি দিলে। বোমা ফুটোৱা ল ৰা টোৱে সিহ তক নি পিছফালৰ এটা আন্ধুতীয়া কোঁঠাত সমাই দি নিজে খন্তেকৰ বাবে বাহিৰলৈ ওলাই গ ল সি ঘৰি আহিলত সিহ তৰ মাজত বিপ্লৱৰ কথা আলোচনা হ ল।

ল ৰা তিনিওটাৰ ওপৰতে ৱাৰেন্ট আছে। সিহ তে সেই বাবে বেলতলাত থাকিবলৈ এৰি দিছে। কালিৰে পৰা ইয়াত আছেহি। পৰহিৰ পৰা সিহ তে বেলশৰ আৰু আন আন অঞ্চললৈ যাবলৈ থিৰাং কৰিছে। তাৰ পিছত কমক্ষেত্ৰ সকলো অসমলৈ বিয়পিব। ইহ তৰ গাত ভাৰ পৰিছে অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহৰ। কিছুমানৰ গাত ভাৰ পৰিছে অস্ত্ৰ প্ৰশিক্ষণৰ। আধিয়াৰ খেতিয়কক সংগঠিত কৰি এক পঞ্চমাংশ ধান দিয়াৰ আন্দোলনৰ ভাৰ পৰিছে আন কিছুমানৰ।

কাৰ্য্য সূচীবোৰ অধ্যয়ন কৰি নবীনৰ ভাৰ হ ল সিহঁতে যেন সপোন দেখিছে। ইচ্ছা শক্তিৰ বলেৰে সিহ তে অসাধ্য সাধন কৰিব খুজিছে।

ঘৰটো সম্পূৰ্ণ ৰূপে নিৰ্জন। শেহ নিশা কুকুৰাৰ ডাক শুনিছে নবীনৰ ভাব হ'ল সময় বহুত হ'ল। খাৰঘুলিৰ ঘৰটো যেন ইয়াৰপৰা শ যোজন আঁতৰত এনে ভাব হ'ল নবীনৰ। ল'ৰাহঁতৰ পৰিকল্পনাত দেখাত আঁৰ নাই। দীঘলীয়া পৰিকল্পনা। দুবছৰ তিনি বছৰৰ আগত সিহঁতে ক'তো কাৰো ওপৰত আক্ৰমণ নচলায় কিন্তু আন্দোলনত বাধা দিয়াসকলক কঠোৰ শাস্তি দিব। সংঘৰ বাছা বাছা সদস্য লৈ এটা গুপ্ত পৰিচালনা কমিটী গঠিত হৈছে। ইয়াৰ ওপৰত ন্যস্ত হৈছে আন্দোলনৰ আটাইবোৰ শাখাৰ সমন্বয় সাধন আৰু ৰাজনৈতিক আৰু সামৰিক কাৰ্যসূচীৰ নিৰ্দেশ দানৰ কাম। তাৰে সভাপতি হ'ব লাগে নবীন আৰু সচিব হ'ব বোমা ফুটোৱা ল'ৰাটো।

আলোচনা কৰোঁতে কৰোঁতে ৰাতি পুৱাই গ'ল। চাহ খাই সিহঁতে পুনৰ আলোচনা কৰিলে। আলোচনা শেষ হ'লত নবীনে ক'লে ৰাইজে এই পৰিকল্পনা গ্ৰহণ কৰিব নে নকৰে সেইটোৱেই মোৰ ঘাই বিবেচনাৰ বিষয়।

বোমা ফুটোৱা ল'ৰাটোৱে ক'লে ৰাইজক গ্ৰহণ কৰোৱাব লাগিব নহ'লে আন পথ নাই। বৃটিছ চৰকাৰেতো কংগ্ৰেছ লীগৰ হাতত ক্ষমতা দি গুচি যাব খুজিছে। এতিয়া এই শক্তিবোৰক লাই দিব নোৱাৰি।

ক্ষমতা হস্তান্তৰ হৈ যোৱালৈ বাট চালে কেনে হয়? নবীনে সুধিলে।

নাই বাট চাই লাভ নাই। ল'ৰাটোৱে উত্তৰ দিলে। বাট চালে বুৰ্জোৱা গণতন্ত্ৰ দহদহীয়া হৈ বহিব। নবীনে বিমোৰত পৰি ক'লে মই একো সিদ্ধান্তলৈ আহিব পৰা নাই।

আপোনাক আমাক লাগে। ল'ৰাটোৱে ক'লে 'আপোনাক আমি নেতা মানিম। আপোনাৰ অভিজ্ঞতা আছে। কিন্তু—

নবীনে দেখিলে ল'ৰাটোৰ মুখখন কঠোৰ হৈ গৈছে।

লাহে লাহে বেলি উঠি আহিল। ল'ৰাকেইটা গুচি গ'লগৈ। নবীনক যাবৰ সময়ত কৈ গ'ল সিহঁত আকৌ আহিব গধূলি।

নবীনে বহুত পৰলৈকে ৰুমটোত চিন্তা-ভাবনা কৰি বহি ৰ'ল। তাৰ পিছত সি উঠি গা ধুলে আৰু ঘৰৰ মাজনীয়ে দিয়া ভাত খাই

এবাৰ খাবঘুলিলৈ যাবলৈ মনস্থ কৰিলে। পোছাক কৰি বাহিৰলৈ ওলাই যাব খোজোতেই এজন ল বা আহি ক'লে ক ববালৈ যাব খুজিছে নেকি ?

নবীনে ক লে অ ।

আপনি যাব নেলাগে। ল বাটোৰ কথা মিছি কিন্তু সব কঠোৰ ।

নবীনে তেতিয়াহে অনভৱ কৰিলে সি ইতিমধ্যে সংঘৰ ল বাবোৰৰ ওচৰত নিজৰ চলা ফুৰাৰ স্বত্ব হেৰুৱাইছে। সি ক লে মোৰ ফুৰা চকাত বাধা দিছা কেলেই ?

ল বাটোৱে হাঁহি ক লে আপনি আমাৰ সংঘৰ নেতা ম তে ত তে ফুৰা আপোনাৰ পক্ষে বিপদজনক।

নবীনে একো নেমাতি বিছনাত বহি পৰিল

সেই ৰাতি ল বাকেইটা নাহিল। সিহ তৰ সলনি আহিল এথন বিপ ট। সংঘৰ দিনটোৰ কাম কাজৰ এটা থলমল বিপ ট তাত আছিল। বিপ টটো লৰালৰিকৈ পঢ়ি সি বজি পালে সি বন্দী নহয় সম্মানিত আলহীহে। সি সেই ঘৰটোত এদিন থাকিব পাৰিব। তাৰ পিছত তাক আন ঠাইলৈ নিয়া হ ব

নবীনে বিনা বাক্য ব্যয়ে এই ব্যৱস্থা মানি ল লে। সি মাথোন ল বাটোক ক লে খালি সমতি বাইদেউলৈ এটা খবৰ পঠাবা।

ল বাটোৱে উত্তৰ দি ল ইতিমধ্যে সেই খবৰ তেওঁ পাইছে

ল বোৰৰ সংগঠনৰ শক্তি দেখি প্ৰথম বাৰলৈ নবীন সিহ তৰ প্ৰতি আকৃষ্ট হ ল। সি ক লে মই এনেয়ে বহি থাকিব নোখোজো। মই পাঁৰে ভুক্তে ফুৰি বাইজৰ মন বজিব খোজো।

ল বাটোৱে মিচিকিয়াই হাঁহি ক লে বেলতলালৈ যাব নেকি ? তাত থকা কিন্তু ইয়াৰ দৰে নিৰাপদ নহয়।

যাম

সেইদিনা পধলি বোমা ফুটোৱা ল বাটো ক ববাৰপৰা চাহাবী পোছাকত আহি ওলালহি। মুখৰ দাড়ি-তাড়ি লোলোকাই সি ক লে 'কালি মই আহিব নোৱাৰিলো। বেজপৰত আজ এটা ইউনিট হ'ল।

ধন আৰু বন্দুকো সংগ্ৰহ কৰিলো। পিছে পুলিচে গম পালে। পলাই পলাই এইখিনি পালোহি আজি এতিয়াই উজনিৰ ফালে যামগৈ। আপুনি বেলতলালৈ যাব খুজিছে? ল ৰাটোৱে লৈ যাব। ইতিমধ্যে আপোনাৰ নামতো ওৱাৰে ট বাহিৰ হৈছে। কাজৰ দিনা যায় যদি গোপনে যাব।

কিছু সময়ৰ পিছতে ল ৰাটো গুচি গ ল। নবীনে বুজি পালে তাৰ মনৰ ভিতৰত যিয়েই নাথাকক কিয় বাহিৰত সি এতিয়া পলাতক বিপ্লৱী। তাৰ ভাগ্য বেয়া। এতিয়া যাওঁ বুলিলেও সি মকলিমৰীয়া হৈ ফুৰিব নোৱাৰে। তাৰ মনটো খন্তেক'ল বেয়া লাগি গ ল। ল ৰাবোৱে তাক নিগনিক ফান্দত পেলোৱাদি পেলালে।

সি কাপোৰ কানি পিন্ধি ল ৰাটোক লগত লৈ ৰাতি নাৱেৰে বৰ নৈ পাৰ হৈ উজানবজাৰৰ ঘাটত উঠিলগৈ। তাৰপৰা সিহঁতে বেলতলালৈ খোজ ললে বেলতলা পাওঁতে পাওঁতে প্ৰথম কুকুৰাই ডাক দিলে। বশিষ্ঠৰ দাঁতিৰ এটা ঘৰত গৈ উপস্থিত হোৱাৰ লগে লগে কোনোবা এজনে মাত গলালে কোন অ ?

ল ৰাটোৱে পৰিচয় দিলত মানহুজনে দৰাৰ খুলি দি নবীনক ে খি আচৰিত হৈ সুধিলে এে ত কোন? ল ৰাটোৱে নবীনৰ পৰিচয় দি অহাৰ উদ্দেশ্য ক লত মানহুজনে ক লে আহক।

নবীনক তেওঁ নিজৰ খেৰৰ বিছনা এখন এৰি দি পনৰ ক লে শোৱক। এঘমটি ভালকৈ মাৰিব পাৰিব। নবীনৰ ভাগৰ লাগিছিল শুই দিয়া মাত্ৰকে টোপনি ধৰিলে। ল ৰাটোৱে আৰু মানুহজনে কথা পাতি পাতি কিছু সময় উজাগৰে কটাই মাটিতে দীঘল দি পৰি ৰ ল।

পিছদিনা পুৱা শুই উঠি নবীনে দুৱাৰ খুলি বাহিৰৰ চোতাললৈ ওলাই আহিল। ঘৰটো পবতৰ নামনিত কেইঘৰমান উঠি অহা মানুহত বাদে আনৰ ঘৰ তাত নাই। মানুহটোৱে চোতালতে খৰি ফালি আছিল। ওখ শকত বড়ো খেতিয়কৰ দৰে দেখি মানহুজন। কিন্তু অলপ ভালকৈ চাই সি মন কৰিলে মানুহজন খেতিয়ক নহয়।

টোপনি হ ল নে? মানুহজনে সুধিলে।

কথাৰ সৰটো চহৰীয়া। নবীনে উত্তৰ দিলে, হ ল। আপুনি ইয়াৰে ?

ওহোঁ মানহজনে হাঁহি উত্তৰ দিলে। আপনি মথ হাত ধোৱক মই চাহ কৰোঁ

আপোনাৰ নাম ?

সন্দৰ ৰাভা। কথা কৈয়েই মানহজন ভিতৰলৈ সোমাই গ ল। নবীনৰ শৰীৰ ৰোমাঞ্চিত হৈ গ ল। অসমৰ এনেকুৱা এজন শিক্ষিত মানহ নাই যি সন্দৰ ৰাভাৰ নাম নাজানে। নবীনৰ মন হঠাতে অনুতাপত দ ধ হৈ পৰিল। কালি ৰাতি সন্দৰ ৰাভাই তাক বিছনাখন এৰি দি নিজে মাটিত শুইছিল। তাৰ অনুতাপ হ ল। অধ্যাপক ৰবিচন্দ্ৰৰ দৰে ৰাভাৰ ডিগ্ৰী নাই। কিন্তু ছবি গান নাচ পঢ়া শুনা সকলোতে আগবঢ়া মথ হাত ধই সি ভিতৰলৈ সোমাই গৈ দেখিলে ৰাভাই চাহ আৰু পিঠা দটা এখন পীৰাত সজাই থৈ নিৰ্বিকাৰভাৱে এখন ছবি আঁকি আছে।

নবীনে এখন পীৰাত বহি চাহ খাই খাই অঁকা ছবিখন চাবলৈ ধৰিলে। ৰং তুলিকা সকলোবোৰেই সামান্য।

চাহ খাই সি গ াৱলৈ ওলাই গ ল। গৈ গৈ সি পথাৰ পালেগৈ। নবীনে পথাৰ পাই দেখিলে কেইজনমান খেতিয়কে গৰু খেদাই খেদাই হাল বাইছে। আটাই কেউজনেই বড়ো খেতিয়ক। সি খেতিয়ক কেইজনৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে আটাই কেউজ নই সদানন্দ বৰুৱাৰ মাটিত খেতি কৰে। সিহঁতৰ দাতিৰ পথাৰবোৰ দুদুৰ্ইতৰ। তাত ইতিমধ্যে ভু ই ৰোৱা হৈ গৈছে। সি বহুত পৰ ধৰি খেতিয়কবোৰে হাল ৰোৱা চাই আছিল। সেই তন্ময় অৱস্থাত কাৰোবাৰ মাত শুনি সি উচপ খাই উঠিল। ঘৰি চাই দেখে কালি ৰাতি তাক লৈ অহা ল ৰাটোৱে তাক ঘৰলৈ আহিবলৈ কৈছে।

নবীনে খেতিয়ক কেইজনৰপৰা বিদায় লৈ ল ৰাটোলৈ উভতি আছিল। ঘৰটো তেতিয়া নিৰ্জন। ৰাভাৰ ছবি অ কা ইতিমধ্যে শেষ হৈছে। সেইখন ডগা চকীৰ ওপৰত আওজাই থোৱা আছে। সি ছবিখন চালে। জ্যোতিৰ্ময় এজন গৌৰবৰ্ণ পৰুষ পদ্মাসনত বহি আছে। সন্মখত শৰাই ভোৰতাল। দেহৰ পিছত এটা সধ্য তাৰ কেঁচা সোণৰ বৰ্ণই লোটেই শূন্য ঠাইখিনি সুন্দৰকৈ পোহৰাই থৈছে। ছবিখন চাই নবীনৰ মনটো ভুৰ পৰি গ'ল।

এখেত গ'ল ক'লৈ ?' নবীনে সুধিলে।

'ফুটিং চাবলৈ। এনে মানুহ আছিছে এখন ক্রিকম কৰিবলৈ। এখেতক মাতি নিছে। ল ৰাটোৱে উত্তৰ দিলে। অভিনেতা আৰু কেমেৰামেনবোৰ এই মাত্র ওলাই গৈছে।

শ ৰাটোৱে ভাত বাঢ়ে মানে নবীনে ওচৰৰে বশিষ্ঠ ঘাটত গৈ গা ধই আহিলগৈ। ভাত খাই উঠি ন ীনে সুধিলে ইয়াত ক'ৰবাত গোট খোৱা ঠাই আছে নেকি?

আছে। ৰাতিলৈ ৰ ব লাগিব। দিনত আপুনি একোকেই গম নেপায়। ল ৰাটোৱে উত্তৰ দিলে। আপনি ইয়াতে জিৰাওক মই কেইখনমান কিতাপ আনিছো। পঢ়ক। আজি ৰাতি কর্মী সকলক আপনি কিবা ক বও লাগিব।

কথাখিনি কৈ ল ৰাটো বাহিৰলৈ ওলাই গ ল। যাওঁতে দুৱাৰখন বাহিৰৰপৰা মাৰি থৈ গ ল। নবীনে বিছনাত শুই লৈ কিতাপবোৰৰ পাত লুটিয়াবলৈ ধৰিলে তাৰে এখন কিতাপ গভীৰ মনোযোগেৰে পঢ়ি থাকোতে তাৰ আবেলি হৈ গ ল কিতাপখন আছিল ৰাষ্ট্র আৰু বি লব ।

ঠিক তেনেতে সন্দৰ ৰাভা সদল বলে আহি বাহিৰৰ দুৱাৰ খুলিলেহি। নবীনে বিছনাত বহি মানহবোৰলৈ চাই অবাক হৈ গ ল বিশেষকৈ চম্পাক দেখি। বাকীবোৰক সি চিনি পোৱা নাছিল।

চম্পাই তাক দেখি মাত লগালে সিও চম্পাক ওচৰলৈ মাতি আনি কথা বতৰা হ ল। বাকীবোৰে নিজ নিজ কামত ব্যস্ত আছিল দেখি সিহতে অতি ঘৰুৱা কথা পতাতো অসবিধা পোৱা নাছিল।

তুমি ক ত আছাহি? নবীনে সুধিলে

হোটেলত আছোহি। নিসংকোচে চম্পাই উত্তৰ দিলে কিন্তু ফুকনৰ তালৈ এবাৰ গৈছিলো। তেওঁ মানুহটো একেবাৰে ভাগি পৰিছে। তেওঁ তেওঁৰ ঘৰতে থাকিবলৈ কৈছিল। ময়ো তাতে থাকিম বুলি আহিছিলো। পিছে এওঁলোকে নেৰে একেলগে হোটেলত থাকিব লাগে। ফুকনো খানাপাৰাৰ কার্মজৈ গ'ল। দুদিনলৈ নাহে। তাত অকলে থাকিবলৈ মই ভাল নেপাওঁ। দুদুবো মই আসৈ নেপাওঁ।

ভুল বুজিছা। নবীনে স ধিলে দুদু ইমান সৰু মনৰ মানুহ নহয়। তোমালোকৰ ঘৰটো সিয়েই সজাই দিছে।

চম্পাই মনৰ অস্বস্তিত উচপিচাবলৈ ধৰিলে। তাই ক'লে 'মোৰ ভুল হ'ব পাৰে দদুৰ মন সৰু নহয়। কিন্তু সমাজখনে যে মোক গ্রহণ কৰা নাই। সাদৰীৰ দেউতাকে ভাইভোচ নকৰে। ভাইভোচ নহ'লে আমাৰ বিয়াও নহয়। চম্পাই হঠাতে ক'লে ফুকনো আজিকালি মোৰ ওপৰত সহজে বিৰক্ত হয়। সাদৰীৰ বাবে মই পাগলীৰ দৰে হৈ পৰিছো। তাইক মোৰ ওচৰলৈ আহিবলৈ নিদিয়ে ককাকে। স্কুলত এদিন চাবলৈ গৈ তাইক লগ পালোগৈ। তাই খুব কান্দিলে। কিন্তু পিছদিনা ( লত স্কুলৰ হেড্ মিষ্ট্ৰেছে তাইক দেখা কৰিবলৈকে নিদিলে অভিভাৱকে হেনো মানা কৰি দিছে নিয়তিৰ কি কঠোৰ পৰিহাস চোৰাচোন মাকৰ পৰা জীয়েকক আঁতৰাই লৈ যায় —

নবীনে সেইটো ৰ কথা শুনি কৌতূহলত সুধিলে তুমি এতিয়া তাইক পাহৰিবলৈ যত্ন কৰাই ভাল তাইক লৈয়েইতো ফুকনৰ লগত তোমাৰ আতাৰি হৈছে খিলঙ এৰি তুমি গুৱাহাটীলৈ গুছি আহাঁ। তদপৰি তোমাৰ এটা ধনীয়া ল ৰা আছে নহয়।

চম্পাই কিবা এটা অবজ্ঞ যন্ত্রণাত চটফটাবলৈ ধৰিলে। প্রকৃত পক্ষে তাইক বজা নবীনৰ পক্ষে মস্কিল হৈ প ল। তাই ক' তুমি মাক হোৱা হ'লে বজিলাহেতেন প্ৰথম সন্তানৰ প্রতি মাকৰ কি তান ।

চম্পাৰ চকু সজল হৈ পৰিল

সন্দৰ বাভাই ইমান পৰে ইবোৰ মানহৰ লগত আগন্তুক ক্ৰিশ্চমখনৰ বহিদৃশ্য গ্ৰহণৰ বিষয়ে কথা পতাত ইমান মগ্ন আছিল যে সিহঁতৰ কথা বতৰা কাৰো কাণলৈ যোৱা নাছিল।

চম্পাই ক'লে অ ল ৰাটো খুব সন্দৰ। কিন্তু তাক আয়াৰ হাতত এৰি থৈ আহিলেও মোৰ যন্ত্ৰণা নহয়। নহ'লে মই এইদৰে ক্ৰিশ্চম কৰিবলৈ আহোঁ নে? এইৰ কথাহে চেৰেং চেৰেংকৈ মনত পৰি থাকে। তাইৰ খুৰীয়া ছোৱালী দেখিলেই মনটো কিবা হৈ যায়।

নবীনে আৰু কিছুপৰ কথা পতাৰ পিছতে মানুহখিনি সদলবলে ওলাই প ল। ক ৰবাত ওচৰতে যেবাস্ৰ পূজা হোৱাৰ কথা

আছিল তাকে চাবলৈ গৈছিল। চম্পাও লগতে গ'ল। নবীনে আকৌ বিছনাত শুই শুই লেনিনৰ কিতাপ পঢ়িবলৈ আৰম্ভ কৰিলে। কিন্তু নোৱাৰিলে। চম্পাৰ কথাবোৰে তাক বিচলিত কৰি তুলিছিল। চম্পাৰ ব্যৱহাৰত কোনো যুক্তি নাছিল আছিল মাথোন আবেগ। তাই মনৰ সম্পূৰ্ণ স্বৰূপ তাৰ আগত প্ৰকাশ কৰিব নোৱাৰিলে। এই স্বৰূপ তাইৰ নিজৰো অজ্ঞাত। তাইৰ চৰিত্ৰ সম্পূৰ্ণৰূপে ৰহস্যময়। জয়ন্তীৰ দৰে প্ৰেমৰ বা ভৱিষ্যতৰ পূৰ্বজ্ঞান তাইৰ নাই। তাই এক মুহূৰ্তত এক ৰূপ ধৰে আন মুহূৰ্তত সম্পূৰ্ণ বেলেগ। সিজনেই তাই ভালদৰে বুজি নেপাই বাবেই ফুকনৰ প্ৰেমত কিছু দিনৰ বাবে মজি গ'ল। তাৰ পিছত তাইৰ অস্থিৰ মনত বাসনা জন্মিল সাদ ীক পাবৰ। সামাজিক দৃষ্টিত এইটো অসঙ্গত কাম। ফুকনৰ হয়তো নিজৰ মৰ্যদাবোধত লাগিল। তেওঁ এতিয়া চম্পাক নিজৰ খন্তীত চলিবলৈ এৰি দিছে। এইবাৰ চম্পা নামিছে ফিল্মত।

চম্পাৰ কথা ভাবি চিন্তি থাকোঁতেই কৰবাৰ পৰা লৰাটো ওলালহি তাৰ লগত সি জোনাকৰ পোহৰত পথাৰৰ মাজে মাজে খোজ কাঢ়ি এটা সৰু পঁজা ঘৰত ওলালহি। জোনাকত জিলিকি উঠিল এজোপা সিজু গছৰ তলত জ্বলি থকা এটা মাটিৰ চাকি। পজাৰ ভিতৰত এটা টিপ চাকি জ্বলিছে। চোতালতে এখন পাটী পাৰি এজন মানুহ বহি আছে। সিহঁত পোৱাৰ লগে লগে তেওঁ থিয় হ'ল আঁঠুমৰীয়া ধুতি গাটো উদং কান্ধত এখন গামোছা।

বহক। মানুহজনে পাতনি নেমেলাকৈ ক'লে বাকীবোৰ মানুহ আহিব।

নবীন পাটীখনতে লেপেটা কাঢ়ি বহিল। লৰাটোৱে ক'লে মই যাওঁ। ৰাতি আহি আপোনাক লৈ যামহি। নবীনে মূৰ জোকাৰিলে মুখেৰে একো নেমাতিলে। লৰাটো গ'লত মানুহজনে সুধিলে এইবাৰ বৰষুণ বৰ কম। খেতি ভাল হোৱাৰ আশা নাই।

বৰষুণৰ অভাৱ তেওঁ হাড়ে হিমজুৰে অনুভৱ কৰিছিল। সিহঁতে খেতিৰ কথা আলোচনা কৰিবলৈ লাগিল। মানুহজনে দুদুইঁতৰ মাটিত খেতি কৰে। ফুকন বা দুদু মাটি চাবলৈ কেতিয়াবাহে আহে। আঘোণ মাহৰ ধান কটা হ'লে মেঠাবাম মহৰীয়ে গৰুগাড়ী

বা ট্ৰাক আনি ভাগৰ ধানখিনি লৈ যায়। তেওঁ যি ধান পায় তাৰে খাবলৈ নোজোৰে গতিকে ধাৰ কৰি চলিব লগা হয়। এই বছৰ তেওঁ সংঘৰ উ গনি পাই আধা ধানৰ ঠাইত এক পঞ্চমাংশ ফচলহে দিব। সংঘৰ নীতি সিহঁতে মানি লৈছে। আচলতে যি নাঙলেৰে খেতি কৰে তাৰ হে ধান হ ব লাগে। অকল ধানেই নহয় মাটিও খেতিয়কৰ হ ব লাগে।

বেঠাৰামে তেওঁক সংঘত যোগ দিবলৈ হাক িছে। সংঘত যো। দিয়া মানহে শেহত মাটি হেৰুৱাৰ ভয় আছে হেনো। বহুতে সেই ভয়ত সংঘলৈ অহা নাই। তেওঁৰ কিন্তু সেইবোৰ ভয় নাই। সংঘৰ শিক্ষিত ল ৰাবোৰে মাটিৰ মালিকসকলক শত্ৰু বলি গণ্য কৰে। তলে তলে সিহঁতে যজব যো জা কৰিছে। মানহুজনে কিন্তু মালিক সকলক শত্ৰু বলি নেভাবে

নবীনে বজি পালে সৰল খেতিয়কবোৰে মাটি লাভৰ আশা দেখি সংঘলৈ আহিছে। সিহঁতে ল ৰাহতৰ বিপ্লব তত্ত্ব স পণৰূপে আয়ত্ব কৰা নাই। তত্ত্বত সিহঁতৰ ৰাপ নাই।

কিছুপৰৰ মৰত কেইজনমান আদহীয়া খেতিয়ক ওলালহি। তেওঁলোক খেৰায় জাৰ থলীৰপৰা চিধাই আহিছিল। সিহঁতে আহি ঘৰৰ চাফা পিৰালিতে বহি পৰিল। চোতালত পাতল পোহৰ মানুহবোৰ কোনোৰকমেহে ধৰিব পাৰি

কিয়নো মাতিলি বতি? এটা গাঠলু ডেকাই লগলীয়া মাতেৰে সধিলে চহৰৰ মানহ আহিছে নেকি? সি নবীনলৈ এবাৰ চালে তাৰ পিছত গহস্থলৈ মখ ঘৰাই ক লে দৌৱিয়ে মন্ত্ৰ মাতি বাথৌ পজা আৰম্ভ কৰিছিলহে উঠিব লগা হ ল। দৌদিনী আহিছে কোকৰাঝাৰৰ পৰা। বুঢ়ীজনীৰ চুলি দেখিলেই ভয় লাগে। কি আছে সোনকালে দে। খাই কথা পাতো আকৌ যাব লাগিব। নাচ চাব লাগিব। চিফুং বজাব লাগিব। দৌদিনীৰ কথা শুনিব লাগিব।

বতিয়ে ঐ অহালি জৌ লৈ আহ বুলি কোৱাৰ লগে লগে এজনী মানুহে এটা কলহ আৰু কেইটামান বৰ বাটি আনি মানুহ কেইটাৰ আগত থলেহি। তাই সুধিলে আবহীয়ে খাব নে চাহ কৰিম?"

ৰতিয়ে নবীনক সুধিবলৈ নৌ পাওঁতেই মানুহটোৱে মাত লগালে বৰো মানহৰ মাজত কাম কৰিবলৈ আহিছ নেখালে কেনেকৈ হ ব ? খা অলপ।

এই বলি সি বাটি কেইটাত জো বাকিবলৈ ললে। বকা শেষ হ'লত প্ৰথম বাটি সি নবীনৰ ওচৰত থ লেগৈ। তাৰ পিছত বাকীবোৰে নিজে নিজে কলহৰপৰা ।টিত জো বাকী ল লে। সকলোৱে খাবলৈ আৰম্ভ কৰিলে কিন্তু নবীনে বাটিটোত হাতকে নিদিলে

অহালিয়ে নবীনক একেথৰে বহুত পৰ চাই আছিল। তাৰ অৱস্থা দেখি তাইৰ সহানভ হ ল তাই হাঁহি ক লে আলহীয়ে জো নেখায়। মই চাহ কি ি ওঁ। গান্ধী মহাত্মাৰ শিচ হ ব পায় !

ডেকা মানহটোৱে হাঁহি ক লে প্ৰথম পৰীক্ষাতে ফেইল। বাক নে।

অহালিয়ে বাটিটো নবীনৰ ওচৰৰপৰা তুলি লৈ আনি তাৰ ওচৰত থৈ ক লে এই বাটি তয়েই খা। তোৰ যিটোহে মৰ পিয়াহ এবাটিয়ে নেপায়গৈ।

তাইৰ কথাত এটা মৰম সৰ আছিল।

খেৰায় পজাৰ থলীৰ পৰা খাম চিফুং আৰু গংগৌনা ৰ সৰ বতাহত উটি আহিছিল। নবীনে অনুভৱ কৰিলে জোনাকত এখন বেলেগ পৃথিবীৰ সৃ টি হৈছে আদিম পৃথিবী।

অ। এতিয়া ক। গামোচাৰে মুখত লাগি থকা জোবোৰ মচি মচি মানহটোৱে ক লে। এতিয়া মই বাহিৰাম হ'লো। কাটিবলৈ দিলে কাটিম হানিবলৈ দিলে হানিম।

নবীনে সুধিলে তোমালোকে যু জিবলৈ জানো সাজু হৈছা ? এইখন উলামূলা যু জ নহ'ব। সি দেশৰ অৱস্থাৰ কথা বুজাবলৈ চেষ্টা কৰিলে। দেশখন স্বাধীন কৰি লৈছে জমিদাৰ পু জিপতিৰ প্ৰতিপত্তি নাশ কৰিব লাগিব। সেই কথা খেতিয়কবোৰে মনত ৰাখিহে কাম কৰা ভাল হ ব।

ডেকা ল ৰাটোৱে ততালিকে উত্তৰ দিলে আমি ট্ৰাইবেল

মানহ দুটা কথা নকৰি। ইবোৰে কৈছে জমিদাৰক যুঁজিলেই ইবোৰক যুজা হৈ যাব। তই আকৌ কৈছু এইখন যুজ পাছত হ ব। এইবোৰ কি কথা?

তাৰ স্বৰ কৰ্কশ হৈ উঠিছিল।

নবীনে একো নেমাতিলে। সি ক লে যু জ একেখনেই। দুখন হৈছে। কিন্তু এখন আগ এখন পিছ। কথাটো সি বজাই ক লে। বিদেশী শাসন ওফৰোৱা প্ৰথম কতব্য

মানুহ কেইটাই মন দি শুনিলে। তাৰ পিছত ডেকাটোৱে ক লে মাটিৰ যু জখনেই আমি বজো। তহতি পঢ়া শুনা কৰি একেখন যু জক দখন কৰা ছ। সেইদৰে নহ ব বজিছ ব। চাহাবো যি ক লা চাহাবো সেই। কোনেও আমাক মাটি নিদিয়ে এনেয়ে

নবীনে তাৰ কথা শুনি একো নেমাতলে।

বহুত পৰলৈকে সিহতে কথা বতৰা পাতিলে। শেহত নবীনে বজি পালে গাঁৱৰ মানহে কি বিচাৰিছে। মাটি। মাটিয়েই সিহতৰ মাজত মক্তি। কথা ে ষ কৰি মানহকেইটা খেৰাই পজালৈ গুচি গ ল। ৰতিও লগতে গ ল। নবীনে চোতালতে বহি ল ৰাটোলৈ বাট চালে।

অহালি ওলাই আহি তাৰ ঘৰৰ কথা সধিলে। যেতিয়া শুনিলে যে সংঘৰ বাহিৰে তাৰ আন আশ্ৰয় নাই তেতিয়া তাইৰ সহানুভতি হ ল। হঠাতে তাই সেৱিকাসকলৰ কথা উলিয়ালে। সিহঁতক অহালিয়ে চিনি পায়। সমতি বাইদেউকো তেওঁ দেখিছে কেতিয়াবা মাজে সময়ে দুদ আৰু সদশনাকো দেখিছে।

কিছু সময় সেৱিকাবিলাকৰ কথা হওঁতেই গ ল। মাজে মাজে গাঁৱৰ মহিলাবোৰৰ সভাত সিহঁতে বক্তৃতাও দিয়ে। তাৰ পিছত অ আ ক খ শিকায়। অহালিয়ে তাতে পঢ়ি লিখিবলৈ শিকিছে

নবীনৰ ভাল লাগি গ ল। সি ক লে পঢ়িবলৈ জানো সময় পায়?

ক ত পাওঁ। দিনটো কাম কৰোঁতেই যায়। তাই উত্তৰ

দিলে ভাবিছিলো আজি খেৰায় পজা চাবলৈ যাম। পিছে বাদ দিলো। আজি পঢ়িম।

নবীনে হঠাতে কলে এটা কথা অহালিবাই অহালিক তাৰ আপোন আপোন লাগি 'গছিল। সেৱিকাবোৰক পালে এটা কথা কবা। নবীন ইয়াতে আছে বুলি।

ঠিক সেই মহূৰ্তত তাৰ সঙ্গী ল ৰাটো কৰবাৰ পৰা ওলালহি। অহালিৰ পৰা বিদায় লৈ দয়োটা পুনৰ পৰ্বতৰ দাঁতিৰ পঁজাঘৰটোলৈ গ ল। ল ৰাটোৰে তাক তাত থৈ নিমিষতে অন্তধান ল। ল ৰাটো আছে আৰু যায়। অদ্ভুত তাৰ ব্যৱহাৰ।

কিছুপৰৰ মৰত বাহিৰত মটৰৰ শব্দ হ ল। লগে লগে শুনা গ মতা মানুহ আৰু মাইকী মানহৰ হাঁহি খিকিন্দালি। নবীনে কোনো কৌতূহল প্ৰকাশ নকৰিলে। তাৰ মনত তেতিয়া যড়ো ডেকাজন আৰু অহালিৰ কথাবোৰ বাজি আছিল তেওঁ লোকে মাটি বিচাৰিছে। কিন্তু তেওলোকৰ মণত এটা নিৰ্দোষিতাৰ ভাৱ। তেওঁ লাকক যে কোনোবাই অন্যায় কৰিছে এই ভাৱ তেওঁলোকৰ নাই শোষকো থাকক শোষিতো থাকক মানহ ৰাগে মাত্ৰ শোষিতৰ অৱস্থা ভাল হওক এই ভাৱহে মথত ফুটি উঠিছে বোমা ফুটোৱা ল ৰাটো আৰু সঙ্গীবোৰে সশস্ত্ৰ গৰিলা কৰাৰ যি পৰিকল্পনা কৰিছে তাক তেওঁলাকে গ্ৰহণ কৰিছেনে নাই তাক সি ধৰিব নোৱাৰি লে।

আন আন মানুহবোৰ খেৰায় উছৱত ব্যস্ত। চম্পাহত ফিল্ম কৰাত ব্যস্ত। বিপ্লৱৰ বাে মাথোন কেইটামান ল ৰ ব্যস্ত। এনে অৱস্থাত জানো বি লৱ সম্ভৱ? তাৰ উত্তৰ সি নিজেই দিব লাগিব। কালিৰেপৰা সি ভূমিগত হৈ আছে। অসম্পণ আগ ট বি লৱ সম্পণ কৰাৰ নৈতিক দায়িত্ব গ্ৰহণ কৰি নিজৰ সুখ দখৰ ভাৱ নেওচা দি সি নতুন আন্দোলন কৰিম বুলি জেলৰ পৰা ওলাই আহিছিল। এতিয়া সি এটা আন্দোলনত হঠাতে সোমাই পৰিল। ল'ৰাটোৱে বুধি কৰি তাক আনি ইয়াৰ অংশীদাৰ কৰি পেলালে।

কিন্তু বিপ্লৱৰ একো উম ঘামেই নাই খালী কিবা এটা হুঁৱামৰা ভূত ঘুৰি ফুৰিছে এমুঠি ল'ৰাৰ মনৰ মাজত। সিহঁতে তাৰ বিবেক তাৰ বিবেচনা মতামত একোলৈকে ভ্ৰূক্ষেপ

নকৰি তাক এটা কল্পিত বিপ্লৱৰ পক্ষলৈ লৈ আহিছে। তাৰ তাৰ হ'ল সি ঘুৰি যাব। কিন্তু পিছ মুহূৰ্ততে তাৰ চেতনা হ'ল এতিয়া ঘৰি যোৱা মানে আকৌ জেললৈ যোৱা নহয় সি এইদৰেই কেইদিন মান থাকিব লাগিব—মানহৰ মন বুজিবৰ বাবে ল'ৰা যোৰৰ লগত কথা পাতিবৰ বাবে।

এইদৰে স ভাবি থাকোতেই ঘৰটোলৈ সুন্দৰ ৰাভা সোমাই আহিল। তেওঁৰ মুখত জোঁৰ টেঙা টেঙা গোন্ধ। তেওঁ হাঁহি গাৰ কামিজটো খুলি নিজৰ বিছনাখনত হি সধিলে আজি যেন খেৰায় ভূমিলৈ সকলো দেৱ দেৱতা নামি আহিছিল। খুব নাচিলো গীত গালো। আপনি নগ ল কিয়?

নবীনে এখন নতুন বিছনাত শুই আছিল সি কাটি হৈ ক'লে মোৰ নামত ৰাবে ট আছে আপ হ ব পায় গম নেপায়?

সুন্দৰ ৰাভাই এখন কেনভাছ আৰু ৰং লৈ ছবি আঁকিবলৈ বহিছিল। নতুন ছবি। তেওঁ ব্ৰাছডাল ৰঙত জুবৰিয়াই জোকাৰি কেনভাছখনলৈ চাই ক'লে ৰাবে ট অকল আপোনাৰ নামতেই আছে নে মোৰ নামতো আছে। সেই বুলি আনন্দৰ মুহূৰ্তত আনন্দ নাচৰ মুহৰ্তত নাচ ছবি অঁকাৰ মুহূৰ্তত ছবি নেআঁকিব নে? সমাজবাদৰ লক্ষ্যই হ'ল মানহক শিল্পী কৰা।

আপনি জানো ইয়াত ফি ম কৰিবলৈ অহা নাই?' নবীনে সুধিলে।

ওহোঁ। মই ফিল্মতো আছোঁ উপদেষ্টা ৰূপে।

এই বলি ৰাভাই নবীনলৈ নোচোৱাকৈ ছবি আঁকিবলৈ লাগিল। নবীনে দেখিলে ৰাভা নিমাত হৈ গৈছে। তেওঁৰ মিঠা বৰণীয়া মুখ খনত একো ভাবাবেগ নাই। এগৰাকী মাইকী মানুহৰ মুখ লাহে লাহে কেনভাছত জিলিকি উঠিছে।

নবীনে কিছুপৰ ছবিখনলৈ চাই ৰ'ল। মানুহজনে মাত মতা নাই কেবল অ াকি আছে।

নবীনৰ আমনি লাগিল। সি পাকত আউজি টোপনি যাবলৈ চেষ্টা কৰিলে। লাহে লাহে তাৰ চকুৰ পতা আপোনা-আপুনি জাপ খাই ল'লে।

সি যেতিয়া সাৰ পালে তেতিয়া বাহিৰত পোহৰ। নবীনে চকু মোহাৰি বিছনাৰপৰা উঠি দেখিলে সুন্দৰ ৰাভাই বাহিৰত কাৰোবাৰ লগত কথা পাতিছে। কথা পতা গৰাকী মাইকী মানহ। ভিতৰৰ জহালত পানী উতলিছে। নবীনে পিছ ফালে ওলাই গৈ মুখ হাত ধুই পনৰ ভিতৰলৈ সোমাই আহি দেখিলে ৰাভাই চাহ কৰিছে

তাক দেখি তেওঁ ক লে চাহ বাকোনে ?

বাকক।

চাৰিটা সিজোৱা কুকুৰা কণী লগতে কাঠ আলৰ ভজা আৰু কল ৰুকইটামান এখন কাচৰ থালত সজোৱা আছিল। চাহ কাপবে সৈতে সেইখন তালৈ আগবঢ়াই দি ৰাভাই নিজেও একাপ চাহ হাতত লৈ ক লে অহালিয়ে দি গ লহি তাইৰ তালৈ আপনি পৈছিল। তাইৰ মই নাম দিছে। সৈৰিন্ধ্ৰী। মনটো ফৰকাল বতৰৰ দৰে।

চাহ খাই খাই নবীনে অহালিৰ মখখন মনত পেলাবলৈ চেষ্টা কৰি লে। কিন্তু ভালকৈ মনত নপৰিল। চোতালৰ ক্ষীণ পোহৰতহে দেখা মখ তেওঁ।

ৰাভাই তালৈ চাই ক লে সদায় পৰা তাই খোৱা বস্তু লৈ আহে। সেই মহৰ্ত টা মোৰ বাবে অনপম। তাইক দেখাৰ লগে লগে মোৰ ইন্দ্ৰিয়াতীত কল্পনা জাগে তেতিয়াই মই ছবি আকো। তাইৰ নাম দিছো।চন্দ্ৰিণী তাইক দেখাৰ পিছত ভাব হয় গোটেই জড় আৰু জীৱ জগতখন যেন চিত্ৰশালা। চাহ খাই তেওঁ বিছনাতে গাটো পোনাই পনৰ ক লে কালি কিন্তু চম্পাক দেখাৰ লগে লগে ভাব হ ল পৃথিৱীখনৰ অঙ্গে অঙ্গে কোমল লাৱণ্য। ইমান ৰূপ যে নাৰীৰ থাকিব পাৰে তাক আগতে জনা নাছিলো। আহিয়েই তুলিকা লৈ বহি গ লো পৰা হ লতহে উঠিছো

ৰাভা হঠাতে নীৰৱ হৈ গ ল। খন্তেক পিছতে তেওঁ বিছনাত শুই পৰিল। কেই মিনিটমানৰ ভিতৰতে তেওঁৰ নাকৰ ঘোৰ ঘোৰণি শুনা গ ল। প্ৰকাণ্ড শৰীৰটো মাটিত কাঠ হৈ পৰি ৰ ল।

হঠাতে তাৰ চকু পৰিল কালি অ কা ছবিখনত।

ছন্দে ছন্দে লাৱণ্য। ক'লা হাই ৰঙৰ স্বচ্ছ সাজ-পাৰত এজনী তন্ময়মুখীয়া নাৰী; সে। কাষত এটা পূৰ্ণ ঘট।

নবীনে ছবিখনলৈ চাই ৰ ল। চম্পা নহয় আন এজনী নাৰী— যাক তাৰ মনেৰে সৃ টি কৰা তিলোত্তমা। আৰু কিছু সময় চোৱাৰ পিছত তাৰ ভাব হ ল চম্পাই ছবিখনত যেন পনৰ্জন্ম লৈছে। তাই মানহৰ অনাত্মীয় আত্মীয়।

ছবিখনৰ কাষতে পৰি আছিল কিছুমান লিখা কাগজ।

এজাক বতাহ আহি এটুকুৰা কাগজ উৰুৱাই লৈ যাব খুজিলে। নবীনে থাপ মাৰি ধৰি কাগজ টুকুৰা চ ই দেখি ল শিতানত লিখা আছে কিছুমান নৃত্যৰ তাল স ৰৰ স্বৰগ্ৰাম।

ৰাভা মানহুটোৰ মাজত বিন্দ মাত্ৰও ৰাজনীতি নাই। তথাপি কিয় তেওঁৰ নামত বাৰে ট ওলাইছে? তেওঁ লিখা কাকতবোৰত তাৰ চকু পৰি ল কোনোখনত এটা আধা লিখা গান। কোনোখনত আধা লিখা গল্প কোনোখনত আধা লিখা প্ৰবন্ধ সকলো কামে যাৰ যাপ তাৰেই এনে হয় —একো কামেই সম্পণ নহয় মাথোন অন্তৰত জ্বলি থাকে এটা সম্পূৰ্ণতাৰ কামনা

এজন পণ মানৱৰ ছবি তথাপি তেও অ কিলে ছবিখন যে মহাপৰুষৰ সেই বিষয়ে সন্দেহ নাই। াৰীৰ ছবিখনৰ দ াতিতে সেইখনো আউজাই থোৱা আছিল খন্তেকপৰ সি ছবি দখ চাই ৰ ল। মনটো জৰ পৰি গ ল

নবীন গা ধবলৈ বশিষ্ঠলৈ গ ল। সেইদিনা বশিষ্ঠৰ ঘাট নিজন। মানহৰ সমাগম একেবাৰে নাই।

নবীনে গা ধই সাজ পাৰ কৰি পজালৈ উভতি আহিল। ৰাভা তেতিয়াও শুয়েই আছে গা লৰ চৰ কৰা নাই নবীনৰো একো কাম নাছিল সি আকৌ পাটীত পৰিল অলপ পিছতে হুৰ হুৰকৈ বৰষণ আহিল লগে লগে গাজ ন বিজু ী বতাহবো কোৰ চলি গ ল বৰষণ ইমান জোৰেৰে আহি হল যে খন্তেক পৰৰ পিছতে মাটি আৰু বায় চেঁচা পৰি গ ল নবীনৰ গা কঁপি গ ল

আচাৰকণি আহি ছবি ৰও আৰু লিখা কাগজবোৰত পৰাত নবীনে উঠি গৈ সেইবোৰ তুলি আনি তাৰ বিছনাৰ ওচৰত থলেহি। ভাগ্যে ছবি দখন বাছিল। নবীনে এবাৰ মহাপৰুষ এবাৰ নাৰীৰ ছবিখনলৈ চকু দিবলৈ ধৰিলে। এই দুটি বস্তুৰ পৰা সি যেন বহুত

দূৰৈত। প্ৰকৃতভে হয়ো। আৰু সিহঁতে বিপ্লৱ বুলি কয় সি হৈছে জীয়াই থকাৰ সাধাৰণ প্ৰয়োজন পৰণৰ দিহা। আত্মাৰ পৰম প্ৰয়োজনৰ দিহা বিপ্লৱে নিদিয়ে।

ৰাভাৰ তাৰ ঈৰ্ষা হ ল। এই দুটি বস্তু তেওঁ নিজৰ লগৰ বস্তু কৰি লৈছে। নবীনৰ ভিতৰত কলা নাই কলাৰ আনন্দও সি লাভ কৰা নাই। মানহ গঢ়াৰ কলাৰ সি সাধনা কৰিছে কিন্তু মানহ সৃষ্টি কৰিব জনা নাই। কিবা এটা তাৰ ভিতৰত অভাৱ আছে। ৰাভাই কিন্তু কলাৰ মাজেদি নিজকো আনন্দ ি ছে আৰু সেই আনন্দ পজা ঘৰলৈকো বিয়পাই দিছে

ঠিক সেই মহূৰ্তত দৰত এটা জাপি পিন্ধি এটা চৰিয়াত আহাৰ লৈ অহালি ওলালহি পিছে পিছে ৰতি। ৰতিয়ে এটা জোঁ ৰ কলহ লৈ আহিছে। ভিতৰ সোমায়েই ৰাভাক শুই থকা দেখি অহ ি য়ে খিল খিলকৈ হাহি চিঞৰি ক লে এই আদা উঠ উঠ পলিচ আহিছে। খাই ল জেললৈ যাব লাগিব এতিয়া

ৰাভাই সাৰ পাই হাহি উঠি হি ক শে বহুত দেখি শুলো অ । আজিতো মই বেলশৰলৈ যাব লাগে। কালি দৌদিনীয়ে কি ক লে অ ৰতি খেলি ভাল হ বনে ?

হ ব ৰতিয়ে তেওঁৰ আগত কলহটো থৈ ক লে কালি বোপে ৰতি ছৌশু উঠিব এইবাৰ তই বাহিৰাম আছই নহয়।

ৰাভা অহালি আৰু ৰতিয়ে হাহিবলৈ ধৰিলে নবীনে সিহঁতলৈ ভেবা লাগি চাই ৰ ল। ৰাভাই তালৈ চহে ক'লে আপনি চাগে একো বজা নাই নহয়নে ? কালি দেওধনীয়ে কৈছে এইবাৰ গাঁৱত ৰণচণ্ডী উঠিব। আৰু মই বাহিৰাম বীৰ হ ম।

বাহিৰাম কোন ? নবীনে কৌতুহলত সুধিলে।

বাহিৰাম ? শুনক কওঁ।

এই বলি সন্দৰে এটা গীত গাবলৈ ধৰিলে—

দানহাং সহাং আদা বাহিৰাম সানমীখাং
আখাবাৰৌনি আখি বগদাও আদা আখি বুগদাও।
হাজৌ খবোয়াও দাওহা নাংনী গবায়া মাবাব জাংদাও
দানহাং সহাং আদা বাহিৰাম সানমীখাং
থাংয়া থাংনায়গৌন হাজৌ খবোয়াও দাওহা নাংনী
খীয়া থীনায়গৌন গংগাব খেৰানি আখয়াও
দানহাং সহাং আদা বাহিৰাম সানমীখাং।

অসমীয়া অৰ্থ ঃ কাটো হানো দাদা বাহিৰাম সংগ্ৰামখী। অৰণ্যৰ বাধা অতিক্ৰম কৰা দাদা অতিক্ৰম কৰা। পৰ্বতৰ টিঙত ৰণ কৰিবলৈ কোবেৰে যোৱা চেকুৰি। কাটো হানো দাদা বাহিৰাম সংগ্ৰামখী। অগম্য পৰ্বতৰ টিঙলৈ যায় তেও যুদ্ধ কৰিবলৈ। অৱধ্য বাহিৰাম অকৰা ভটীয়াৰ হাতত মৰিবগৈ পাবে।

গীতৰ হেৰে হেৰে অকল সন্দৰবে নহয় ৰতি আৰু অহালিবো গা নাচিবলৈ ধৰিলে। গীতৰ অন্তত ৰাভাই কাহিনীটো নবীনক বুজাই দিলে। বড়ো কছাৰী বংশত এজন বাপৰ্কোৰৰ বীৰ আছিল। নাম বাহিৰাম। তেওঁৰ বাপ আছিল শৰৎ কালৰ উপজি পৰাৰ বেলিৰ পোহৰৰ দৰে। পিছে কি হ'ব সেই হেন বীৰ ভুটীয়া যুদ্ধত গৈ আলৈ আথালি হৈ মৰিল।

নবীনে গীতটো লিখি ল'লে।

অহালিয়ে ৰতি লৈ সন্দৰক এবাটি জৌ দিলে ৰতি আৰু নিজলৈও একো বাটি জৌ আত্মীয়াকৈ ৰাখিলে। অহালিৰ হঠাতে বেয়া লাগিল নবীনক দিবলৈ একো নাই দেখি। তাই ক'লে বড়োৰ মাজত থাকিবলৈ আহিছ খাই চা। সদায় এনেকৈ কেনেকৈ থাকিবি? দদ আদা টোবে খব খায় বড়ো মানুহেও তাৰ লগত নোৱাৰে

নবীনে এবাৰ ৰাভালৈ চালে এবাৰ চালে ৰতিলৈ।

ৰাভাই ক'লে খাওঁক। চাউলৰ বস্তহে! দে অহালি এবাটি এখেতকো দে।

নবীনে নেখাওঁ বুলি ক'ব নোৱাৰিলে। অহালিয়ে জৌ বাটি দিয়াৰ লগে লগে সি বাটিটো ওঠৰ চপাই ললে।

খাই থাকোতে অহালিয়ে ক'লে তোৰ খবৰ লবলৈ আজি বেঠাৰাম মহৰি আহিছিল। এক'লো। পিছে সমতি বাইলৈ হ'লে খবৰ দিলো সকামটো হ'লে তেওঁ শ্বিলঙলৈ যাবগৈ পা বেয়া। অ তোৰ এখন চিঠিও আহিছে। এই বুলি খাবলৈ এৰি খোঁচোনাৰ পৰা এখন সোত মোচ কাগজ উলিয়াই বাওঁ হাতেৰে সেইখন নবীনক দিলে নবীনে খাই থাকোতেই চিঠিখন খুলি মনোযোগেৰে পঢ়িবলৈ ধৰিলে। ৰতিকান্ত আৰু সন্দৰে ব ষণে খেতি কিমান ভাল কৰিব তাৰ কথা পাতিবলৈ ধৰিলে।

নবীনে চিঠিখন পঢ়ি কামিজৰ জেপত সমাই থৈ ভাত খাবলৈ ধৰিলে অহালিহঁত গ লত সন্দৰে সধিলে কিবা বেয়া খবৰ পালে নেকি? মন দেখোন মৰি গ ল।

সমতি বাইদেউক চিনি পায় নেকি? তেওঁৰ টি বি অসখ অলপ বেছি হৈছে।

পাওঁ। আই ঐ দেহি।

ভাত খাই খাই নবীনে সমতি বাইদেউৰ জীৱনৰ কথা ক বলৈ লাগিল ৰ ভাৰ আগত।

কথাখিনি শুনি সন্দ ক লে বিমল বৰুৱাৰ লগত মোৰ সকৰে পৰা সম্বন্ধ আছিল সেই সত্রে তেওঁ মোৰ বন্ধ পত্নী। আৰু সমতিৰ নাম নজনা অসমীয়া নাই বলিলেই হয়। তেওঁ আমা মুলা গাভৰু আৰু ফ্লোৰে স নাইটেংগল

ভাত পানী খাই সন্দৰ বাভাই গাৰুৰ তলত সমাই থোৱা এযোৰ খাকী পে ট চাট উলিয়াই পিন্ধি গাৰু ৰূপে ব্যৱহাৰ কৰা কিট বেগটোত চোলা চুৰীয়া আৰু অ ান্য লাম লাকটুবোৰ ভৰাই আকৌ এবাৰ খেৰৰ ওপৰত বহি কলহত বাকী থকা জোঁ এবাটি খাই ললে।

ৰৰষুণ তেতিয়া কমক চাবি বেছিহে হৈছিল।

সন্দৰে ক লে মই আজি যামগৈ। মই আপোনাৰ লগত ভালকৈ কথা পাতিবই পৰা নাই বেলতলাত আন্দোলন হ বলৈ দেৰী আছে। বশিষ্ঠৰ ঘাটৰপৰা ঠিক এমাইল ভিতৰৰ হাবিত ল বাহতে শিক্ষা–শিবিৰ পাতিছে। মই আচলতে তালৈ আহিছিলো। এখন কাৰ্যসূচী প্ৰস্তুত হৈছে। অন্ত্ৰ শিক্ষা শেষ হ'লেই বেলতলাৰ

পৰা ভয় অঞ্চলেদি পাহাৰ উঠি শ্বিলং পথত চৰকাৰী গাড়ী আৰু পজিচৰ ওপৰত চকু ৰখা এটা পহৰা শিবিৰ হ'ব। মই বেলশৰলৈ যাওঁ। তাত মাটিহীন খেতিয়ক সংগঠিত হৈছে। মই তাৰপৰা বছা বছা মানহ লৈ ভুটানলৈ যাম তাতে শিবিৰ পাতি থাকিম পাৰিলে বন্দুক বাৰুদ গোটাম।

নবীনে উত্তৰ দিলে ৰাইজৰ সমৰ্থন জানো পাইছে আপোনা লোকে ?

ৰাভাই হাঁহিলে তাৰ পিছত ক'লে মানসিক বাতাবৰণ অনুকূল হোৱা নাই। বুটিছ যাবলৈ ওলাইছে জিন্নাক লাগে পাকিস্থান। অসমকো গ্ৰাস কৰিবলৈ বিচাৰিছে আমি সাজু থাকিব লাগিব শক্তি বাঢ়িলে জনসাধাৰণ অপোনা আপনি আহিব।

দয়োৰে ভিতৰত প্ৰায় দঘণ্টা মান তৰ্ক বিতৰ্ক হ'ল। নবীনে গ'লা মজুৰ কাৰ্যসূচী আগতীয়াকৈ লোৱা হ'ল বুলি অভিযোগ কৰিলে। ৰাভাই কিন্তু তাক সমৰ্থন নকৰিলে। সময় সোনকালেই আহিব। কিন্তু আমি যদি সাজু নেথাকো সময় মলণ্ডি যাব। অসম পাকিস্থানে গ্ৰাস কৰিব। তদপৰি প্ৰতিবাদক নাশ কৰি লৈ আন পথ নাই। কংগ্ৰেছে লোৱা সাংবিধানিক পথ বন্ধ্যা। —সম্পৰ ৰাভাই উত্তৰ দিলে। তাৰ পিছত হুমায়ুনে চাৰি ক'লে সমাজখন সম্পৰ কৰিব লাগিলে বিপ্লৱো সম্পৰ হ'ব লাগে। কিন্তু হোৱা নাই

সেইদিনা ৰাতিলৈকে বৰষুণ হৈ আছিল।

ৰাভা ৰাতি গুচি গ'ল প্ৰায়বৰ সময়ত তেওঁ লেখাবোৰ নিজে লৈ গ'ল কিন্তু ছবি দখন নবীনক গতাই নচ পাক দিয়াৰ কথা ক'লে। চম্পাই তাৰ এটা দাম দিব পাৰে। কিন্তু দাম হিচাপে নহৈ দান হিচাপে লোৱাই ভাল হ'ব ৰাভাই ক'লে চম্পাৰ এতিয়া যথেষ্ট টকা। তেওঁৰ মনো উদাৰ। কিন্তু এই শিল্পীসকল এতিয়াও সমাজ সচেতন হোৱা নাই তেওঁলোকে বুজা নাই যে কলা পণ্য দ্ৰব্য নহয় কলাই আমাৰ দৈনন্দিন জীৱন সৌন্দৰ্যেৰে বোলাই জীৱনকে কলালৈ ৰূপান্তৰিত কৰিব। মই সংস্কৃত ভক্তি হোৱা নাই, কিন্তু সংঘৰ কামত সহায় কৰি দিছো। জ'বাবোৰৰ

কচ্ছ সমাজবাদ যাতে কলাৰ সৌন্দৰ্য্যে বিভূষিত হয় তাৰ দিহা কৰিছোঁ।

বাতাৰ লগত কথা পাতি নবীনে সমাজবাদৰ এটা নতন ৰূপ দেখা পালে।

বাতা গুচি যোৱাৰ পিছত নবীনৰ মন উকণ্ডা উকণ্ডা লাগিল ৰৰষণে গোটেইখন ধসৰ কৰি ৰাখিছিল। তাৰ গুচৰত ছবি দুখন নথকা হ'লে কিজানি এই বিষণ্ণ নিজনতা সহ্য কৰিব নোৱাৰিলে হে তেন। এনে যোগাযোগহীন নিজনতাই তাৰ অন্তৰ রিক্ত কৰি তুলিলে। ধাৰাষাৰ ৰৰষণত খেৰৰ চালৰ সুকণ্ডা ভেদি সেমেকা মজিয়াত থাকি থাকি পানীৰ টোপাল সৰিছিল।

ঠিক সেই সময়তে তিতি ৰৰি আহি ক ৰৰাৰ পৰা ল ৰাটো ওলালহি। সি আহিয়েই ক লে আমি এতিয়াই ইয়াৰপৰা যাব লাগিব নবীন দাদা। গাঁৱত পুলিচ সোমাইছে। শিবিৰটো ভাঙি ল ৰাবোৰ পলাল। মই কথমপি তাৰপৰা আহি এইখিনি পাইছোহি। বেলি নকৰিব ওলাওক।

নবীনে ল ৰাটোলৈ চাই ৰ ল খন্তেকপৰ তাৰ পিছত ক লে পলিচ কেনেকৈ আহিল ?

সেইবোৰ বহুত কথা।

বাতা ইয়াত থকা কথাটো পুলিচে গম পোৱা নাছিল। কিন্তু আপোনাক ইয়ালৈ অনাৰ কথা গম পাইছে ল ৰাটোৱে ফোপাইছিল বেঠাৰাম মহৰিয়ে কিবা সূত্ৰে খবৰটো পালে। সিয়েই কাল হ ল। অলপ ৰৈ সি আকৌ ক লে কালি খেৰায় পুজালৈ বাতা যোৱা কথা গোটেইখন সদৰি হৈ গৈছে। আমি এতিয়া নগৰৰ ফালে যোৱাই ভাল হ ব।

নবীন যাবলৈ সাজু হ ল। বাতাৰ ছবি দুখন সি খেৰ আৰু কাগজ দি ভালকৈ বান্ধিলে তাৰ পিছত ক লে এই দুখন অহালিৰ তাত থৈ যাম কি বোলা ?

ল'ৰাটোৱে মূৰ দুপিয়ালে। ল ৰাটো কলেজীয়া চেঙেলীয়া ল ৰা। তাৰ উৎকণ্ঠিত মুখখন দেখি নবীনৰ বেয়া লাগিল।

ভেনেতে মূৰত এটা জাপি লৈ ক ৰৰাৰপৰা অহালি ওলালহি।

ৰৰঘুণ ৰতৰ দেখি তাই নবীনক ঘৰত ভাত খাবলৈ মাতিবলৈ আহিছিল। কিন্তু তাক খাবলৈ ওলোৱা দেখি বিস্মিত হৈ তাই সুধিলে তই খাব ক'লৈ? আজি দটা কুকুৰা মাৰিছো। মোৰ তাতে খাবি আৰু থাকিবি।

নবীনে ক'লে মই থাকিব নোৱাৰো অহালি খাব লগা হ'ল।

অহালিয়ে এইবাৰ ল বাটৌৰ মখথনলৈ চালে। ল বাটোৱেও তাইৰ মুখলৈ চালে। অহালিৰ গা বাজি গ'ল। তাই উত্তৰ দিলে পুলিচ আহিছে নেকি অ গোপাল?

অ।

অহালিয়ে সুধিলে কিমান আহিছে?

গোপালে ক'লে দুই জনী।

অহালিয়ে এবাৰ ৰতৰলৈ চালে তাৰ পিছত ক'লে এই ৰৰঘণত পলিচো নোলায় তয়ো ওলাব নেলাগে। ৰ'ল গদাপাণিক ৰক্ষা কৰাদি তোক ৰক্ষা ক'ৰিম। ৰাভা আদা টৌক কেইদিন পলৰাই ৰাখিছো।

নবীনে ল'ৰাটৌলৈ চালে। সি মৰ দপিয়ালে।

অহালিৰ পিছে পিছে নবীন গ'ল। গোপাল আন এটা বাটেদি গৈ ৰৰঘুণৰ মাজত নেদেখা হ'ল।

ৰৰঘণৰপৰা ছবি দুখন ৰক্ষা কৰিবৰ বাবে সেই দখন সি কাপোৰৰ ভিতৰত সমাই লৈছিল। বাটত অহালিয়ে ক'লে দৌদিনীয়ে তেনে ঠিকেই কৈছে ৰণচণ্ডী ওলাব।

নবীনে একো নেমাতিলে।

ঘৰ পাই নবীনে দেখিলে ঘৰত কালিৰ দৰে টিপ চাকি জলিছে। অহালিয়ে নবীনক নি একেবাৰে সিহঁতৰ শোৱা কোঠা পোৱালেগৈ। তাই ক'লে শুন নগৰৰ আলহী তই ইয়াতে থাকিবি। আমি বেজেগত শুম। ইয়াত পলিচৰ বাপেকৰ সাধ্য নাই তোক ধৰিবহি।

খিমলদাৰ শ্ৰাদ্ধৰ দিনালৈকে নবীন অহালিৰ ঘৰতে থাকিল। সেই কেইদিন গাঁৱত পুলিচ আছিল কিন্তু সিহঁত কোনো অহালিৰ তালৈ অহা নাছিল। ৰেলতলাত খামুছে পলিচৰ জগত সমানে

আৰু দিবলৈ শিকি গ'ল সেই কিদিনতে। শ্ৰাদ্ধৰ দিনা পুৰা পজিচ নগৰলৈ উঠি গ'লত অহালিয়ে নবীনক গুলাবসোমাবলৈ অনুমতি দিলে। সেই কেইদিনতে নবীনৰ লগত বহুত খেতিয়কৰ আত্মীয়তা হৈ গ'ল। সিহঁতে তাক আপোন যেন ভাবি প্ৰথম বাৰৰ বাবে মুকলি মনেৰে কথা পাতিবলৈ ধৰিলে।

অসমৰ বিভিন্ন ঠাইত ট্ৰাইবেল বেল্টৰ মাটিত পমুৱা আহি বহিছেহি। চহৰৰ জমিদাৰবোৰেই মাটি সিহঁতক কম দামত বেচি দিছে বেলভন্নাৰ খেতিয়কৰ মাটি চুৰি হৈছে। সেই মাটি ৰক্ষা কৰিবলৈ সিহঁত দৃঢ় প্ৰতিজ্ঞ। খেতিৰ মাটিৰ ধানো সিহঁতে সেইবাবে পাচঁভাগৰ এভাগ দিবলৈ ঠিক কৰিছে।

সেই কেইদিন গোপনে আৰু প্ৰকাশ্যে নবীনে বহুত মানুহৰ লগত আন্দোলনৰ কথাও পাতিলে। সকলো কথা বতৰা হৈছিল অহালিৰ শোৱা কোঠাটোত। আগতে বহুত নুবুজা কথা এতিয়া তাইৰ পৰিষ্কাৰ হৈ গৈছে। যিখন চহৰত মানুহে সিহঁতক মানুহ বুলি গণ্য কৰা নাছিল সেইখন চহৰৰ মানহু আহি সিহতক কৈছে— তহঁতৰ মাটি তহঁতৰ দেশ তহঁত এইবাৰ ৰণচণ্ডী হৈ জাগ। ই কম কথা নহয়। দিন কাল ভাললৈ আহিছে।

শ্ৰাদ্ধৰ দিনা বতৰ ফৰকাল আছিল। সেইদিনা নবীনে পুৰাতে কৃষক সভা আৰু মহিলা সমিতিৰ কাৰ্য নিৰ্বাহকক লগ ধৰিলে। কৃষক সভাৰ সম্পাদক হ'ল ৰতি আৰু মহিলা সমিতিৰ সম্পাদিকা হ'ল অহালি। সিহতক সি কি কাম কৰিব লাগিব তাকো কৈ দিলে। সত্য ভতি সভা সেৱা আৰু আত্মোপ মাহত আন্দোলন। অহালিয়ে নিজেও কাম কৰিবলৈ আগৰে পৰাই শিকিছিল।

আবেলি বেলিকা অহালি ওলাই গৈছিল এঘৰ মানহত হোৰা হাপনি বেমাৰৰ খবৰ কৰিবলৈ। তাই গৈ দেখিলে ল'ৰাটো অসুখত মৰো মৰো হৈছে। ঘৰত বুঢ়া ককাকে 'ন'নি মেৰ্যায়' এভাগ কৰিবৰ বাবে 'মদৰ বাখৰ আগ কৰিছিল। অহালিয়ে উধাতু খাই লৰি আহি নবীনক তালৈ মাতি নিলেহি। নবীনে গৈ ল ৰাটো চাওঁতেই বুজি পালে গাঁৱত হাইজা লাগিছে।

ঘৰলৈ উভতি আহি সি শান্তিৰে থাকিব নোৱাৰিলে। সি লৰা লৰিকৈ পৰাবলৈ গৈ ৰতিক বিচাৰিলে। ৰতিক লগত লৈ সি আৰু

কেইঘৰমান মানুহ মৰিলে হাইজা কেইবাঘৰতো হৈছে। যুৱতি আছি সি কৰক সভা আৰু মহিলা সভাৰ হাতত পোৱা সদস্য সকলক গোটাই শুশ্ৰূষা চিকিৎসা আৰু সাৱধানতা কেনেকৈ ল'ব লাগিব তাক বুজাই দিলে। পানী গৰম কৰি খাব লাগিব শাক পাচলি পটাছেৰে ধুই ব্যৱহাৰ কৰিব লাগিব। লগে লগে প্ৰয়োজন কলেৰাৰ বেজী। অকল ননি খেৱাহে হ'ব। বেজীৰ বাবে গাঁওবুঢ়াক এতিয়াই চহৰলৈ পঠাব লাগিব — কলেৰা হাস্পতালৈ।

ৰতি গল গাঁওবুঢ়াক বিচাৰি। গাঁওবুঢ়াই ইতিমধ্যে গম পাইছিল বেমাৰৰ কথা। কিন্তু কি কৰিব লাগে তাক তেওঁ নাজানে। ৰতিৰ মুখত কথাবোৰ শুনি গাঁওবুঢ়াই সুধিলে এইবোৰ কৰিবলৈ কোনে ক'লে? তোৰতো নিজৰ মগজেৰে এইবোৰ কৰা নাই।

ৰতিয়ে হাঁহি ক'লে এই কথা মোক নসুধিবি। বঢ়া বঢ়ীয়ে সকলোকে ভাবিবলৈ শক্তি দিছে। তই খালি পলম নকৰিবি। নহলে গাঁও উছন হ'ব।

গাঁওবুঢ়াই গহীন হৈ ক'লে পলিচে কিন্তু তোকে অহালিকে চোৱা কৰিছে। চাই চিতি চলিবি। বেৰৰ চালবো কাণ আছে। মই বাক যাওঁ।

গাঁওবুঢ়া গুচি যোৱাৰ পিছত ৰতিহঁতে খবৰ পালে বঢ়ীৰ নাতি-নীয়েকটো মৰিল। কৰ্মীবোৰে ইতিমধ্যে ঘৰে ঘৰে গৈ মানুহবোৰক সাৱধান হবলৈ উপদেশ দিছিল।

গধূলি গাঁওবুঢ়াই কিছুমান বেজী লৈ ঘূৰি আহিল বেজী দিয়া মানুহ কাইলৈহে আহিব। কথাটো শুনি নবীনে প্ৰমাদ গণিলে। সি ৰতিক ক'লে মোৰ লগত ভালোবাচোন। মানুহ পাওঁ নেকি চেষ্টা কৰি চাওঁ।

ক'লৈ যাব? ৰতিয়ে সুধিলে।

নবীনে ক'লে খাৰঘুলিলৈ।

দুয়োটাই তেতিয়াই খোজ ল'লে। সেইদিনা পুনৰ বৰষুণ আৰম্ভ হৈছিল। সিহঁত গৈ দুয়ন্টামানৰ মূৰত গৈ খাৰঘুলিৰ মূৰ ওলালগৈ। তেতিয়া প্ৰাজৰ মানুহ ভাগিল। সুমতি বাইদেউৰ জ্বৰ উঠিছিল,

শুই আছিল। মণিকা আৰু জয়ন্তীয়ে বাহিৰত বহি কথা পাতি জিৰণি লৈছিল।

নবীনক দেখি মণিকাই হাত চাপৰি হাঁহি চিঞৰি ক'লে স মতি বাইদেউ নবীন দাদা আহিল।

স মতি বাইদেউ জ্বৰৰ গাৰেই বাহিৰলৈ উঠি আহিল। তেওঁৰ শৰীৰ আৰু পৰি গৈছে। আটাইবোৰ বহিলত নবীনে প্ৰাজৰ কথা পাতিলে নিজৰ গোপন জীৱনৰ আভাস দিলে আৰু উপস্থিত কৰ্তব্যৰ কথা উনুকিয়াই মণিকাক বেলতলালৈ লৈ যাবলৈ বিচাৰিলে।

সমতি বাইদেৱে মণিকালৈ চাই ক লে তই যাব পাৰিবি মণিকা ?

মণিকাই উত্তৰ দিলে যাম

নবীনে তাইলৈ কৃতজ্ঞতাৰ দৃষ্টিৰে চালে। মণিকাই ক লে থালি আপুনি থাকক ৰাতিটো। আপনি হেৰোৱাৰ পিছত গোটেই ঘৰ হুলস্থুল হৈ গ ল। পলিচ দিনতো আহে ৰাতিও আহে। জয়ন্তীক মই বলেৰে ৰাখি থলো। ওজাৰ লগত নগ ল। তাই জানিবা থাকিল। আপনি আজি জিৰণি লওক। সমতি বাইদেউ কাইলৈ খিলঙলৈ যাব

নবীনে মন কৰিলে মণিকা ইতিমধ্যে সকলো কামে তৎপৰ হৈ উঠিছে। সি ক লে মই কিছু সময় থাকিম তুমি যোৱা। অহালি আছে। তুমি একো অসবিধা নোপোৱা।

অহালি কোন তাক কৈ দিলত মণিকা আশ্বস্ত হ ল। তাই পোছাক পিন্ধিবলৈ ভিতৰলৈ গ ল। জয়ন্তীয়ে সিহত দুয়োকে চাহ দিলে।

ৰতিকান্তৰ জাৰ লাগিছিল। তেওঁ এটা বিড়ি উলিয়াই হুঁপি জয়ন্তীৰ লগত কথা পাতিবলৈ ধৰিলে। তাইক দেওধনী বুলি জানি তেওঁ বিশেষ সমীহৰ চকুৰে চাবলৈ ধৰিলে। ইতিমধ্যে বেলতলাত হোৱা খেৰায় পূজা আৰু সুন্দৰ বাভাৰ নৃত্যৰ কথা ফিল্মৰ ষ্ট ল বলৈ যোৱা মানুহবোৰে নগৰত প্ৰচাৰ কৰিছিল। সুন্দৰ বাভাই গল্প আৰু স্ক্ৰিপ্ট চাই দিয়াৰ কথাও ইয়াত সকলোৰে মুখে মুখে। খেৰায় পূজাৰ দেওধনী নাচৰ নাচনীজনী ফিল্মৰ দলটোৰ কাৰো পচন্দ হোৱা নাছিল। সেইকাৰণে সিহঁতে জয়ন্তীক অনুৰোধ কৰি

ৰেজেলে এটা নাচৰ দৃশ্য লব খুজিছিল। কিন্তু জয়ন্তী নাচিবলৈ সন্মত নহ'ল। তাই ঘৰলৈ ঘূৰি যাবলৈ বেছি উদগ্ৰীৱ।

এইবোৰ খবৰ সাধাৰণ টুকুৰা খবৰ। কিছুপৰৰ মূৰত মণিকা সাজি কাচি ওলাই আহিল আৰু পিছদিনা সন্মতি বাইদেউ যোৱাৰ আগতে পাৰহি বুলি কৈ ৰতিকান্তৰ লগত নিসংকোচে ওলাই গ'ল।

ৰাতি সেইদিনা ভাত পানী খোৱা পৰলৈকে নবীনে সন্মতিক অকলে লগ ধৰি আণ্ডাৰগ্ৰাউণ্ডৰ অভিজ্ঞতাৰ কথা ক'লে।

সন্মতি বাইদেৱে হাঁহি ক'লে এইটো লেফ্‌ট চেকটেৰিয়ানিজম। দুঃসাহসিক হিংস কাযত কণ্ট আৰু বোমা স আছে কিন্তু সশস্ত্ৰ বিপ্লৱ কৰা বা চলাই নিয়াৰ পৰিবেশ দেশত নাই। ছাত্ৰ খেতিয়ক সকলো সমষ্টি বিৰোধী আন্দোলনত লাগি গৈছে। আৰু এই বিপ্লৱৰ গোটেই তত্ত্বটোতে মই এটা কেণা দেখা পাইছো। ৰাইজে নহয় এমুঠি মানুহেহে এই বিপ্লৱ কৰিবলৈ ওলাইছে। ই পুঁজিবাদ ধ্বংস নকৰে। সফল হ'লে কেৱল ব্যক্তিৰ ঠাইত ওপৰৰ পৰা ৰাষ্টক বহুৱায়। বৰদলৈয়ে নিজেও অসমৰ যাই উদ্যোগবোৰ ৰাষ্টৰ হাতলৈ নিয়াৰ কথা ভাবিছে। ল'ৰাবোৰে আমোলাতন্ত্ৰ গুচাব খুজিছে কিন্তু ৰাইজক সচেতন কৰা নাই। কাজেই এই বিপ্লৱত তুমি লগা বাবে মই দখ পাইছো।

নবীনে উত্তৰ দিলে আপনি ভুল বুজিছে। ল'ৰাবোৰে দুখীয়া খেতিয়কসকলক সংগঠিত কৰি শ্ৰেণী সংগ্ৰাম কৰাৰ কথা ভাবিছে। কিন্তু তাক জাতীয় মুক্তি সংগ্ৰামৰ লগত মিলাব পৰা নাই। সেইবাবে সি ল'ৰাবোৰক লগ ধৰি বৰ্তমানৰ কাৰ্যসচী পিছুৱাই দিবলৈ অনুৰোধ কৰিব খজিছে। কিন্তু সি সযোগ পোৱা নাই।

সুমতি বাইদেৱে হাঁহি ক'লে মই খবৰ পোৱা মতে সিহঁতে ইতিমধ্যে শ্ৰেণী শত্ৰু উচ্ছেদৰ আঁচনি লৈছে। এইবোৰ কামত উগ্ৰতা আছে দূৰ দৃষ্টি নাই।

নবীনে একো নেমাতিলে। তাৰ কপালত উদ্বিগ্নতাৰ ৰেখা জিলিকি উঠিল।

সেইদিনা নিশা ধাৰখুজিৰ কোমল-শয্যা নবীনৰ বাবে হ'ল কণ্টক শয্যা। ৰাতিপুৱা সি যাবলৈ ওলাল।

চাহ খাই নবীনে যোৱাৰ আয়োজন কৰিলে। যোৱাৰ আগে আগে নবীনে এবাৰ বাহিৰলৈ গৈ নৈৰ পাৰত থিয় হ লগৈ। অলপ সময়ৰ পিছতে কান্ধত বন্দুক আৰু দুটা চৰাই লৈ খাৰঘৰিৰ হাবিৰ ফালৰ পৰা দদু ওলালহি। নবীনক দেখি সি বন্দুকটো টোঁৱাই ক লে এইটো শ্ৰেণী শত্ৰু নহয়নে? হেণ্ডচ আপ।

নবীনে হাঁহিবলৈ ধৰিলে।

দুদুৱে বন্দুকটো সামৰি ক লে তোক মই কেইবাদিনো বেল তলাত বিচাৰি গৈছো। কিন্তু নেপাওঁ। এই অৰ্থহীন গোপনীয়তা এক প্ৰকাৰ অ পশ্যতা। মই তোক ধৰাই দিম এই কথা তই ভুলতো ভাবিব পাৰনে? মই নিশ্চয় বুজিছো তই লোকৰ বন্দী।

নবীনে একো নেমাতিলে। সি ক লে সেইবোৰ কথা এতিয়া বাদ দে। বিষয়টো লৈ তোৰ মৰ ঘমাৰ লগা একো নাই। অলপ বৈ সি ক লে তই ক লৈ আহিছিলি? আৰু ক লৈ হ ব?

দদুৱে উত্তৰ দিলে মনে খালি জয়ন্তীক বিচাৰি ফুৰে। এইবোৰ কি কৰিছ? মানে জয়ন্তী— 'নবীনে সুধিলে।

দদুৱে হাঁহি ক লে তয়ো অ কৰাৰ দৰে কথা কৈছ দেখোন। মানহক মই rational animal বুলি নেভাবো। মই জয়ন্তীক ভাল পাওঁ। আৰু ভালপোৱা মানেই পাবলৈ বিচৰা। ভাব দৰে মই ভিজাবটাৰ নহয়। মই তাইক বুজাইছো ঈশ্বৰ নপংসক। ঈশ্বৰক ভাল পোৱা মানহৰ বিলাসিতা। মানুহে মানুহকে বিয়া কৰাৰ লাগিব।

তাইৰ সবল মন তই নষ্ট নকৰিবি। নবীনে ক লে। তাই তোক বিয়া কৰালেও সদায় এটা মই সক ভাব থাকি যাব। নগৰত তাই শান্তি নেপায়।

দুদুৱে হাঁহিলে তই তাইক নেজান। তাইৰ মই সক ভাব নাই। তাই খালি এটা বিশুদ্ধতা সততা সৰলতা বিচাৰে। মই সৰল হ্বলৈ চেষ্টা কৰিছো। খেতিয়ক হ'ব খুজিছো জমিদাৰ নহয়।

নবীনে দুদুলৈ চালে একো নেমাতিলে। সি ক লে মই বেল তলালৈ যাব লাগে। ভাত খাইছা হৈছে।

খাইছা?"

অঁ।

তেনেহ'লে ময়ো যাও বল। ডাক্তৰ আৰু দৰব লৈ যাও। দুদুৱে উত্তৰ দিলে।

ঠিক সেই সময়ত কোবাকবিকৈ হাবিৰ মাজে মাজে ৰতি আৰু মণিকা আহি সিহঁতৰ ওচৰ ওলালহি।

মণিকাৰ চকু তকু সোমাই আহিছে ওবে ৰাতি তাইৰ টোপনি নাই। তাই কলে বৰ কষ্ট হল নবীন দাদা। মানহ তিনিজন মৰিছে। এম্‌পোল কম। আৰু বহুত লাগে। এখন এম্বলেঞ্চৰো দৰকাৰ। ডাক্তৰ বা নার্চো লাগে। মই সমতি বাইদেউক বিদায় দি আকৌ যাম বুলি ভাবিছিলো। কিন্তু হা পতালৰপৰা খবৰ আহিছে আজি কাম কৰিবগৈয়ে লাগে।

নবীনে নিসহায় বোধ কৰি ৰতিকান্তলৈ চাই সুধিলে ডাক্তৰক খবৰ কৰিছিলানে ?

অ। আহোঁতে বাইদে বে সৈতে সোমাই আহিছোঁ। তেওঁলোকৰ গাড়ী যোগাৰ হলেই যাব। ৰতিকান্তই উত্তৰ দিল।

দুদুৱে ইমান পৰে নীৰবে কথাবোৰ শুনি আছিল। তাৰ পিছত সি কলে শ্রেণী শত্রু ৰ সাহায্য লব যদি মই গাত লব পাৰো গাড়ী নিয়াৰ।

নবীনে হাঁহি কলে জীৱনৰ সকলো ক্ষেত্রলৈকে শ্রেণী সংগ্রাম প্রসাৰ কৰা ভুল। সহযোগিতাৰ ক্ষেত্রও আছে।

দুদুৱে উত্তৰ দিলে তেন্তে বল। মই নিজে তহঁতক লৈ যাম।

নবীনে হাঁহি উত্তৰ দিলে মই তোৰ লগত যাব নোৱাৰো। মোৰ নামত ৱাৰেণ্ট আছে পাহৰিলি নেকি ?

মণিকা ইতিমধ্যে ঘৰৰ ভিতৰলৈ সোমাই গৈছিল। ৰতিকান্তই হঠাতে কলে তই এতিয়া নোযোৱাই ভাল নবীন বাবু। আকৌ পলিচ লৈছে।

নবীনে ৰতিৰ লগত ভালকৈ আলোচনা কৰি সেইদিনা বেল-তলালৈ নোযোৱাকে ঠিক কৰিলে। তাৰ সলনি সি দুদকে ৰতিবাসৰ লগত যাবলৈ অনুৰোধ কৰিলে।

দুদু আৰু ৰতিয়ে নবীনৰ লগত কথা পাতি থাকোতেই জয়ন্তী আহি সিহঁতৰ কাষ পাই স্থিৰ হৈ থিয় দিলেহি।

জয়ন্তী দদৰে সধিলে নবাম ওজাই তোক মাতি পঠাইছে। যাব যদি বল। তহঁতৰ কালিলৈ যোৱা হব মই থৈ আহিমগৈ।

মই সমতি বাইদেউহঁতৰ লগতে যাম। পিতাক কবগৈ।

জয়ন্তী গুচি গল। দুদৰে তাইৰ পিছে পিছে গল সমতি বাইদেউক মাত দিবলৈ।

নবীনক অকলশৰে পাই ৰতিয়ে কলে অহাজিয়ে ছবি দুখন পঠাই দিছে এইবোৰ বস্তু তাত শোভা নাপায়। তদপৰি ষেয়ে দেখে ছবি দখন সেয়ে ৰাজাৰ কথা সোধে।

কাক্কত ওলমি থকা বেগটো নবীনক দি ৰতিকান্তই আকৌ কলে আন্দোলনৰ খবৰ ব ভাল নহয় বেলশৰত এজন মহাজ ক মাৰি পেলালে বলি শুনিছো। অত্যাচাৰী মহাজন বুলি। তাৰ পিচত পলিচৰ অত্যাচাৰ আৰম্ভ হৈছে। জলপ ৰৈ সি কলে গোপাল লৰাটোৰ দেখাদেখিয়েই নাই কিজানি ধৰিলে।

নবীনে উত্তৰ দিলে ভাবি একো লাভ নাই কাম কৰি যোৱাই আমাৰ কাম।

কিছুপৰৰ মৰত দদু আৰু ৰতিকান্ত গুচি গল নবীন ঘৰলৈ ঘূৰিল।

আবেলি এখন নাও আহিল সুমতি বাইদেউক নিবলৈ। তাতে জয়ন্তী আৰু মকি কাও যাবলৈ ওলাল। নবীনৰ বেয়া লাগিল। আনৰ দিনবোৰ তাৰ ৰাতি ৰাতি নোহোৱালৈকে সি ইয়াতে থাকিব লাগিব।

সমতি বাইদেউহঁত যোৱাৰ পিছত নবীনে কামত ৰাজাৰ ছবি দখন লৈ বিছনাত কাটি হৈ যোৱা ঘটনাবোৰৰ কথা ভাবিবলৈ ধৰিলে। ঘটনাবোৰৰ গতি গল্ট নহয়। সংঘৰ ওপৰত তাৰ বা সুমতি বাইদেউৰ নিয়ন্ত্ৰণ নাই জ বাইতে এটা চৰম পন্থা লৈ ভাল কৰা নাই সিহঁতৰ চিন্তা ভাবনাও সুস্থিৰ নহয়। বুৰ্জোৱা গণতন্ত্ৰ সিহঁতে নিৰ্বিচাৰে তথাপি বুৰ্জোৱা গণতন্ত্ৰৰ প্ৰভাৱ গাঁৱে-ভুঞে প্ৰবল। ৰবলজেহঁতৰ প্ৰভাৱ খৰ্ব কৰিবলৈ আৰু মুছলিম

জীৱন প্ৰভাৱ বোধ কৰিবলৈ যি বৌদ্ধিক আৰু ৰাজনৈতিক প্ৰচেষ্টাৰ আৱশ্যক তাৰ অভাৱ। ইতিমধ্যে সমগ্ৰ অসমত সাম্ৰাজ্যবাদ বিৰোধী আন্দোলন সমষ্টিবিৰোধী আন্দোলনলৈ ৰূপান্তৰিত হৈছে। ল ৰা-বুঢ়া তিৰোতা সকলোৱে অসমক অন্যায়ভাৱে গ সমষ্টিত সুমুৱাৰ বিৰুদ্ধে ৰবদলৈৰ পিছত থিয় দিছে। এই সময়ত অকল খেতিয়কৰ আন্দোলনত লাগি থকাৰ অৰ্থ অসমৰ জাতীয় আন্দোলনৰ পৰা আঁতৰি থকা। অকল ( য়ে নহয় কলেৰা ৰোগীৰ শু্ৰূষা কৰিবলৈও গাঁৱত কৰ্মী তৈয়াৰ হোৱা নাই বিপ্লৱ কৰি গাঁও চলাবলৈ মানুহ ওলাব ক ৰ পৰা? প জিবাদ অকল বন্দুকৰ গুলীৰে বা সংগ্ৰামী সংঘৰ সহায়ত ধ্বংস কৰিব নোৱাৰি। গৰিলা য জেই হওক বা সত্যাগ্ৰহেই হওক প্ৰথমতে প্ৰয়োজন হৈছে জনমত গঠন আৰু সামাজিক জাগৰণ।

গধুলি বেলিকা দদ ওলালহি।

সি আহিয়েই ক'লে বেজী দিয়া কাম খুব জোৰে চলিছে। তথাপি মানুহ মৰিবলৈ এৰা নাই

এখন চকীত বহি সি প্ৰথমতে ছবি দখনলৈ চালে তাৰ পিছত ক লে মই কাইলৈ পৰা এৰাৰ যাম। তই যাব নালাগে। চি আই ডিয়ে পিয়া পি দি কৰিছে

ছবি দুখনলৈ আৰু কিছু সময় তন্ময়ভাৱে চাই সি ক লে অহালিয়ে ক লে তই বোলে কেইদিনমান ৰাভাৰ লগত আছিলি। মানহটো সংঘই নষ্ট কৰিলে।

নবীনে হাঁহি ক লে এই সমাজে নষ্ট কৰা নাই কাক? ৰাভাই অন্ততঃ চেষ্টা কৰিছে সমাজখন সলাবলৈ তইঁতে সমাজৰ সকলো সুবিধা ভোগ কৰিও নিজক নিজে নষ্ট কৰিছ? সম্পত্তিয়েই তাৰ মূল কাৰণ।

তোৰ মাজ ৰবদেউতাৰ উদাৰনৈতিক চিন্তা জয়ন্তীৰ ঈশ্বৰ অহালিয় তৰ খেৰায় ৰাভাৰ মানৱতাবাদ সকলোবোৰেই তোৰ এই সমাজৰে দশন। মানুহে নিজকে বিচাৰি কুৰিছে পোৱা নাই। তহ তৰ সকলো চিন্তাৰ এটা উদ্দেশ্য— ঘটনাৰ এটা ৰূপ দিবলৈ চেষ্টা কৰা। আনহাতে তহঁত সকলো হৈছ দেওধনী। বৰ্তমান ৰাজনীতিক নজনাকৈয়ে তহঁতি ভৱিষ্যতৰ কথা কয়। মই বিচাৰিছো

সত্য। তহঁতৰ লৰাবোৰে জনতাৰ অজ্ঞানতা আৰু কূপমণ্ডুকতাৰ সুযোগ লৈ সিহঁতৰ আগত নিজে তাৰকৈ চমকিব নোৱাৰা এটা ভৱিষ্যতৰ ছবি দাঙি ধৰি এটা তথাকথিত শ্ৰেণী সংগ্ৰামলৈ টানি নিছ। তহঁতি এটা আমোলাবাদ গুচাই আন এটা আমোলাবাদ জাপি দিব খোজছ আমাৰ ওপৰত। এই বিপ্লৱ কেতিয়াও authentic হ'ব নোৱাৰে authentic বিপ্লৱত মানুহ নেতা নোহোৱাকৈ অন্যায়ৰ বিৰুদ্ধে জাগে। প্ৰথমতে তহঁত নিজে authentic হ তাৰ পিছত আনে আপোনাআপুনি পথ দেখা পাব। দদুৱে উত্তৰ দিলে সম্পত্তি এটা ধাৰণা। এই ধাৰণাটো প্ৰথমতে মনৰ পৰা যাব লাগিব। আৰু সম্পত্তিয়েই সকলো অন্যায়ৰ মূল কাৰণ নহয়। ধৰ মাকণৰ অৱস্থা মাকণৰ দুৰৱস্থাৰ কাৰণ তই।

নবীনে ক'লে তোৰ কথাবোৰত মুক্তাও আছে গোবৰো আছে। বাকু সেইবোৰ তৰ্ক বাদ দে। মাকণৰ নিজৰ ধাৰণাৰ বাবেই এই বিয়া নহ'ল। মোক দোষ দিছ কেলেই?

আত্ম প্ৰতাৰণাক তই এটা বৈপ্লৱিক চাকনী দিলেই তাৰ চিন হেৰাই নেযায় সকলোৰে মূলতে হৈছে তোৰ অবাস্তৱ শ্ৰেণী বিদ্বেষ। দদুৱে উত্তেজিত হৈ ক'লে তই যে নিজকে উপাৰ্জনক্ষম কৰিব নোৱাৰো বুলি ভাব ইও এটা বৈপ্লৱিক আত্মশ্লাঘা। মাকণৰ কথা ভাবিলে মোৰ ৰাতিও টোপনি নহা হয়।

নতুন কিবা খবৰ আছে নেকি মাকণৰ? নবীনে সুধিলে।

দদৱে ক'লে তাকে মই কবলৈ আহিছো। মাকণে কোনো দিনেই ৰঞ্জিতদাক ভাল পোৱা নাছিল। আজিও নেপায়। কেৱল সামাজিকতা ৰক্ষাৰ দুৰ্বলতাই তাইক ৰঞ্জিতদাৰ লগত ঘৰ পতাৰ কথা পাতিবলৈ বাধ্য কৰিছে। তায়ো আত্ম-প্ৰতাৰণা কৰিছে। এতিয়া সকলো থান বান হ'ল ৰঞ্জিতদাৰ ভৰি কটা গ'লেই। তেওঁক এতিয়া বৰুৱাই লণ্ডনলৈ নিব ভৰি লগাবৰ বাবে। এইটো এটা চিকিৎসাৰ বিলাসিতা ৰঞ্জিতদা defeatist হৈ গ'ল। ৰঞ্জিতদাই বিয়া নকৰাও বুলি ঠিক কৰিছে। মাকণৰ নিজৰ মনো অস্থিৰ হ'ল। এতিয়া জনানন্দ বৰুৱাই ধৰিছে তাইকো বিলাতলৈ লৈ যাবলৈ। তাইক বোৱাৰী কৰিবলৈ বৰুৱা দৃঢ় প্ৰতিজ্ঞ। তাইৰ মই জানিছো তাই যাব নোৱাৰে, যাবলৈ খুবি আছে।

নবীনে উত্তৰ দিলে মাকণ এটা গুৰুতৰ সমস্যাৰ সন্মুখীন হৈছে সন্দেহ নাই। কিন্তু চেন্টিমেন্টেল হৈ লাভ নাই দদু। তেওঁলৈ তই লেখ যদি এতিয়াও বিনা চৰ্তে মোৰ গুচৰলৈ যাবি আহে তেন্তে এতিয়াও মই তেওঁক গ্ৰহণ কৰিম।

দুদুৰ মন অলপ ভাল লাগিল। সি ক'লে বিনা চৰ্তে কথাষাৰ বাদ দে। প্ৰেমত এই চৰ্ত ভৰ্তবোৰ মই ভাল নেপাওঁ। মই তাইৰ সমস্যা সমাধান কৰি দিম। মোৰ আধা সম্পত্তি তাই পাব।

নবীনে উত্তৰ দিলে তোৰ সম্পত্তিৰ ওপৰত মাকণৰ কোনো লোভ নাই। মই জানো এই কথা। ম য়া এটা আত্ম সমালোচ াৰ প্ৰবাহত আছো। সম্পত্তিৰ লোভ তই নেদেখুবাবি।

দুদ যামিছিল। কমালেৰে কপালৰ ঘামখিনি মচি সি ক'লে তই ভাব। তায়ো ভাবক। তাইক মই কিমান মৰম কৰো কি কৰি তাইৰ জীৱন মাটি হ'লে মোৰো জীৱনত অশান্তি হ'ব

নবীনে হাঁহি উত্তৰ দিলে মাকণৰ জীৱন মাটি হোৱা নাই। তেওঁ শান্তি নিকেতনত থাকি নতুন পথ নিশ্চয় দেখা পাইছে।

তাই দিনক দিনে নিজক অবাস্তৱ ভাবৰ জগতলৈ ঠেলি লৈ গৈছে। তাত তাই নিজক বিচাৰি নেপায় দুদৰে উত্তৰ দিলে। বুজিছ নবীন মেয়ো এখন দমনবিহীন সমাজ বিচাৰো। যৌন পন্থা যা ভাল পোৱাৰ দমনো গুচিব লাগিব এই সমাজত। আমি নতুন ধৰণৰ যৌন সম্পৰ্কৰ কথা ভাবিব লাগিব। নতুন সম্পৰ্কৰ পৰীক্ষা এতিয়াই আৰম্ভ হ'ব লাগিব। দৰকাৰ হ'লে আমি পৰিয়ালৰ বাহিৰলৈ যাব লাগিব হোমৰ বাহিৰলৈ গৈও নতুনসম্পৰ্ক স্থাপন কৰিব লাগিব সেয়ে নহ'লে মানহৰ সামাজিক বিপ্লবো অসম্ভৱ। আমাক এটা নতুন নৈতিকতা লগা হৈছে। দেউতাই মোক এটা বাট দেখুৱাইছে। কিন্তু দেউতাৰ কিছুমান পৰণি সংৰক্ষণশীল ধাৰণা এতিয়াও আছে। মাকণক তেওঁ যৌন মুক্তি দিব খোজা নাই। চম্পা মাহীয়ে ক্লিফৰ লগত হুলি গুলি কৰি গুৱাহাটী চহৰত ঘূৰি ফুৰা বাবেও তেওঁৰ ঈৰ্ষা হৈছে। তহ তো ৰক্ষণশীল বিপ্লবী। প্ৰত্যেক ক্ষেত্ৰতে মানুহক বিপ্লৱ লাগে জ্ঞানত কলাত সংস্কৃতিত যৌন সম্পৰ্কত। সম্পত্তিটো লাগেই। কিন্তু আগতে লাগে মনত বিপ্লৱ।"

নবীনে একে নেমাতিলে। কিন্তু তাৰ অনভৱ হ ল দদৰ অনভৱ একেবাৰে মিছা নহয়। সংৰক্ষণশীল সমাজ এখনত বিপ্লব কৰা বৰ টান। গুৱাহাটী চহৰতেই হওক বেলতলাতেই হওক সবাঙ্গীন বিপ্লৱৰ কথা আনকি বিপৰীবিলাকেও ভবা নাই। সিহ তে কৰা বিপ্লবটোও অন্য কাৰোবাৰ অন্য কোনোবা দেশৰ ধাৰণাৰ অক্ষম ৰূপায়ন মাত্ৰ

ফটাই সি ক লে এই বিষয়টো মই চিন্তা কৰা নাই। তোৰ যদি কিবা নতুন ভাব আছে কাযসূচী দিয় তেন্তে তাক মই বি চনা কৰি চাম। তই আজি মোৰ মাকণৰ প্ৰতি ব্যৱহাৰ ঘি সমালোচনা কি ি তা সত্যতা একেবাৰে নাইকিয়া নহয়। কিন্তু পৰম্পৰাগত বিয়াৰ কিবা বিকল্প জানো আছে ?

দদৰে উত্তৰ দিে এতিয়ালৈকে এটাই বিকল্প। ব্ৰহ্মচয আৰু এটা আছে যিটো সমাজে নৈ তিক বলি নধৰে—প্ৰষ্টিটিউশ্যন বা প্ৰমিচকিউটি আচল সমস্যা হৈছে নাৰীয়ে বিয়াৰ বাহিৰে এতিয়া লৈকে আন একোতে নিজৰ নিৰাপত্তা বিচাৰি পোৱা নাই। কিন্তু বিয়া মানেই ঘৰ সামাজিকত দেখনিয়াৰ জীৱন। প্ৰেম নাথাকে গতিকে মাকণে শান্তিনিকেতনত জয়ন্তীতকৈ বিশেষ একো নেপায়— transcendence ৰ বাহিৰে। জয়ন্তীয়ে অবাস্তৱ পৰম স্বামীত আত্মসমপণ কৰিছে। আৰু মাকণে বহুল মানৱ প্ৰেম বা আধ্যাত্মিক প্ৰেমৰ অনসন্ধান কৰিছে। just my tic l ve nothing more তাতকৈ জয়ন্তী আৰু মাকণ দয়ো উপাজনক্ষম হওক কিবা কাম কৰক। তেতিয়া সিহতে দেখিব প্ৰেম mystic নহয় e otic। তোৰ সমাজবাদতো মই বিমলদাহতবো ব্ৰহ্মচযৰ গোন্ধ পাইছো। মোৰ বা জয়ন্তীৰ তোৰ বা মাকণৰ নিজা অধিকাৰ আছে প্ৰেমৰ ভে টিত নিজক গুজা একোটা স্পক গঢ়ি লবৰ সেইটো হ ব নৈতিক সম্পক অলপ বৈ সি আকৌ ক লে এই সম্পকত টকাৰ বা সবিধাবাদৰ সম্পক নেথাকে। বিয়া বা prostitution ত এই সম্পক থাকি যায়। গতিকে মই ভাবিছো জয়ন্তীয়ে নিজক উপাজন ক্ষম কৰিব লাগিব। তাই নৃত্য শিল্পী হ ব াগিব। দেওধনী নহয়। আৰু মাকণে ঘৰি আহি ক ৰবাত কাম কৰক।

নবীনে দেখিলে দদৰ কথাবোৰত এটা অলংঘনীয় যুক্তি আছে। এই কালটো পৰীক্ষাৰ যুগ। সকলোতে পৰীক্ষা বিপ্লৱো এটা পৰীক্ষা সন্দৰ বাভাৰ জীৱন কলাও এটা পৰীক্ষা বৰদলৈৰ মন্ত্ৰিত্ব গ্ৰহণো এটা পৰীক্ষা সদশনাৰ বা চম্পাৰ কলা বা ফ্ৰি যৰ কামো— এটা পৰীক্ষা। কালটো সংক্ৰান্তি কাল কাজেই বিয়াৰ এটা বিকল্প বিচৰাটোও এটা পৰীক্ষা হব পাৰে। সি ক লে সমাজত আৰু ব্যক্তিগত জীৱনত এটা m tat on ৰ আৱশ্যক হৈছে আগৰ গৰু সদায় বাঘে খায় গতিকে পৰীক্ষাৰ বাবে ভয় কৰিলে নহ ব। ময়ো অনভৱ কৰিছো মাকণৰ লগত সৎ ব্যৱহাৰ কৰি আতৰি আহিলেই প্ৰেমৰ সমস া সমাধান নহয়। মই তেওঁক পাহৰিব পৰা নাই। প্ৰকৃতিক দমন কৰি যোৱাটোও অনি টকৰ গতিকে যদি মাকণে সদানন্দ বৰুৱাৰ আৰু পাৰিবাৰিক দায়িত্বৰ পৰা মুক্ত হৈ থাকিবলৈ অ গবাঢ়ি আছে তেন্তে ময়ো প্ৰেমিকৰ দৰে তাইৰ ওচৰলৈ উভতি যাম। দয়ো স্বাধীন হৈ নিজ নিজ ভাগে চলিম

দুদৰে হাঁহি ক লে তই থাক পাৰিবাৰিক দায়িত্ব বুলিছ তাৰ পৰা তাই এতিয়া মুক্ত দেউতাই তাক মুক্ত কৰি দিছে আৰু সদানন্দ বৰুৱা আচল মানহ নহয়। ৰজিতদাহে আচল মানহ। তেওঁ বজি পাইছে প্ৰেমবিহীন বিয়া বজা বজিৰ মাজেদি কেতিয়াবা সফল হয়। কিন্তু বজাবজিৰ এটা আধাৰ নষ্ট হৈ গ ল। বিকলাংগ স্বামীক লৈ মাকণ সখী হ ব নোৱাৰিব। ফ্ৰিৰোজায়ো তাকে কৈছে

ফ্ৰিৰোজাই ? নবীনে কৌতূহলত সধিলে ।

তাই কলিকতাৰ পৰা সদশনা বাইদেউলৈ চিঠি দিছে। বৰ দীঘল চিঠি তাই চিঠি আৰম্ভ কৰিছে বহুত দিনৰ আগৰ এটা কথাৰে। ৰজিতদাই মিলিটে ীত সোমোৱাৰ পিছত যি ভয়ত বৰমাই সদশনাক তেওঁলৈ বিয়া দিব নখুজিছিল ঠিক সেই ভয়েই এতিয়া ফ লি য়ালে। ৰজিতদা বিকলাংগ হ ল। তেওঁৰ দেহ দেখিলে মাকণৰ পতৌ হয়। পুতৌৰ ফলত বহুতে বহুত কাম কৰি পেলায়। কিন্তু বিয়া দৈহিক সুঠতাৰ অবিহনে কেতিয়াও সখকৰ হ ব নোৱাৰে। মাকণে উপায়বিহীন হৈ আত্মগৌৰৱ ৰক্ষা কৰিবলৈহে সদানন্দ বৰুৱাৰ প্ৰস্তাৱত সম্মত হৈছে বিলাতলৈ যাবলৈ। বৰুৱাই জানে ৰজিত

এতিয়া বিয়াৰ বিৰোধী। কিন্তু সদানন্দ বৰুৱাই মাকণক বোৱাৰী হিচাপে পোৱাৰ লোভ সামৰিব পৰা নাই। তেওঁ দদলৈ চিঠি দিছে টকা খুজি। ৫ টকা। কালিলৈ ছিৰাজুদ্দিন হাজৰিকা যাব কলিকতালৈ। তেওঁ টকা লৈ যাব। টকা ঠিক হৈছে বৰুৱাৰ উত্তমণ ফাটী বজাৰৰ ব্যৱসায়ী লালচাঁদৰ পৰা যদ্ধত নানান ব্যৱসায় কৰি মানহটো কোটিপতি হৈছে। টকাখিনি আনিবৰ বাবে মন্মথ ভিনিহি গৈছে। বৰ বিশ্বা ী লিগি । বৰুৱাৰ—

ন ীনে আচৰিত হৈ সধিলে ইমান টকা নগদ কৰি নিয়ে কিয় বৰুৱাই ? ভয় আছে।

দদৰে হাঁহিলে ক লে এইবোৰ ক লা টকা। লালচাঁদ হ ল ক লা টকাৰ বেঙ্ক ক লা টকা নগদ কৰি নিনিলে উপায় নাই সি অলপ ৈ কলে ক লা টকাই সভ্যতা আৰু সংস্কৃতিও ক পা কৰিছে। বেলতলাত যিটো ফিল্ম ৰ দল দেখিলি সেইটো দলৰ টকা কোনে দিছে ? মন্মথ ভিনিহিদেৱে। ক লা টকাৰ সংস্কৃতি। মই পাৰোতে সম্পত্তিৰ পাপৰ পৰা উদ্ধাৰ লাভ কৰিবলৈ পাভিছো। মাকণলৈও লিখিছো। তাই যি নিৰাপত্তাৰ কথা ভাবিছে সেই নিৰা পত্তাৰ আধা ক লা টকা। এইবোৰ কথা ক বলৈও মোৰ ঘৃণা হয়। ধনী হোৱাতকৈ দখীয়া হোৱা ভাল। জমিদাৰ আৰু মালিক হোৱাতকৈ খেতিয়ক হোৱা ভাল। আগতে ময়ো এই কথা নাজানি ছিলো। এতিয়া জাি হো মন্মথ ভিনিদেৱে টকা আনিবলৈ গৈছে পলাশবাৰীলৈ। লালচ াদ এতিয়া তাত আছেগৈ। এটা মিল সাজিছে।

নবীনে এইবোৰ যেন সাধ কথা শুনিছে। দৰ্নীতিৰ সাধ সি সধিলে সেইবোৰ থ মাক ণ কি কৰিব ফিৰোজাই কিবা লিখিছে নে কি ?

তাই ভাবি আছে। সম্ভৱতঃ সেই বিয়া নহবগৈ।

অ। আৰু তই ? জয়ন্তীক তই জানো বিয়া কৰাব পাৰিবি ?

সম্ভৱতঃ নোৱাৰিম যদি তাই এই মতি ধৰি থাকে। তাইকো মই নকৈ গঢ়িবলৈ চে টা কৰি আছো। এটা নত্য মণ্ডল খজিব খজিছো দদুৰে ক লে জয়ন্তীয়ে এই কথা ক লে গভীৰ আগ্ৰহ

দেখৰায়। কিন্তু লাহে লাহে ভয় খাই যায়। তাই কাক বেছি ভাল পায় তাকো কব নোৱাৰো। যদি এনেকুৱা কোনোবা মানহ ওলায় যি তাইৰ প্ৰাণ সম্পণৰূপে টানি লৈ যায় তেন্তে তাই হয়তো তেওঁৰ ওচৰতেই আত্মসমপণ কৰিব। কিন্তু মই মই তাইক পাবই লাগিব তাইক পাবলৈ মই সকলো কৰিম

নবীনে দেখিলে দদৰ চকু সজল হৈ পৰিছে। চকুৰে মখে সন্দৰ কোমল অশান্তিৰ ভাব।

দয়ো লাহে লাহে খাৰঘলিৰ ঘৰত তলা লগাই বাহিৰলৈ ওলাই আহি নিজন হাবিৰ মাজেদি খোজ কাঢ়ি গৈ দদহতৰ ঘৰ পালেঁহি ঘৰ সোমাওঁ ই মালীয়ে ক লে চাহাব আপোনাক দেউতাই বিচাৰি ছিল।

কিয় ?

হ ঠাতে ওচৰৰ ঘৰটোৰ পৰা উধাতু াাই ৌৰি আহিল জয়ন্তী সবনাশ হ ল দদ দাদা। ক বলৈকে সত যোৱা নাই ঈশ্বৰ।

কি হ ল ?

ম মথ ভিনিদেউক কোনোবাই মাৰিলে।

দদৰে গহীন কৈ ক লে ভিতৰলৈ আহ জয়ন্তী। লগত নবীন আছে তাক আগতে নিৰাপদ ঠাইত থৈ লও।

তিনিও গৈ দৰ শোৱা কোঠা পালেগৈ। শোৱা োঠাত ন ীনে কান্ধৰ মোনাটো থৈ বিছনাতে বহিল। দদৰে থিয় হৈ জয়ন্তীলৈ চাই সধিলে কি হৈছিল কচোন ?

হ ব কি আৰু ? টকা আানবলৈ গৈছিল। টকা লওঁতেই ডকাইতৰ লগত জোটা-পোটা লাগিল। তেওঁলোকে লালচাদকে গুলী কৰি মাৰি সিহত টকা লৈ পলাই গ ল জয়ন্তীয়ে মং ম ন উশাহ লৈছিল উত্তেজনাত আৰু আতঙ্কত

দেউতা আছে নে নাই ?

তেখেত খানাপাৰাৰ পৰা পাইছিলহে। পলিছে লৈ গ লহি ভাত গৈছে পিতাই। যাওঁতে শ্বিলঙত বৰদেউতালৈ ফোন কৰি গৈছে। তেওঁ লাক পাৱহি। জয়ন্তীয়ে কান্দিছিল।

দুদৰে দেৰাজ খুলি চাবি কোচা ল লে তাৰ পিছতে নবীনলৈ চাই ক লে তই ইয়াতে থাকিবি ৰাতিটো। পৰা হ লে শুচি যাবি। ক লৈকো নোলাবি। আৰু জয়ন্তী।

জয়ন্তীয়ে দদলৈ চাই ৰ ল বিহ্বল নেত্ৰে

ইয়াৰ শুশ্ৰূষাৰ ভাৰ তোৰ ওপৰত। সি ক লে মই যাওঁ কিমান ৰাতি হয় ঠিক নাই।

নবীনলৈ চাই দদৰে ক ল কিবা বজি পাইছ নে?

ওহো নবীনে উত্তৰ দিলে

C ude class war। ই তহতৰ সংঘৰ ।ৰে কাম হ ব। দদৰে ক লে The morning shows the day

নবীনে অবাক হৈ দদৈ চাই ৰ ল। দদৰে চাবি লৈ ওলাই গ ল অলপ পৰৰ পিছত বাহিৰত জীপ চলাৰ শব্দ হ ল

কিবা বজি পাইছেনে ঈশ্বৰ? জয়ন্তীয়ে সুধিলে এখেত এনেকৈ গ লত মোৰ ভয় লাগি ছে

জয়ন্তীৰ দচকুৰেদি জৰ জৰকৈ চকুলো বৈ আহিল।

নবীনে জয়ন্তীৰ মখমণ্ডল পৰীক্ষা কৰি দেখিলে তাইৰ চকুৰে মখে প্ৰেমৰ অভিব্যক্তি

তই মোক নাভাবিবি। তই দদুক সকলোতকৈ বেছি ভাল পাৱ নহয় নে? নহ লে এনেকৈ কান্দিব নোৱাৰিলিহেতেন হয় নে নহয়? চাব মাৰি নবীনে সুধিলে।

পাওঁ ঈশ্বৰ পাও। ঈশ্বৰৰ পিছতে এওঁ এতিয়া হঠাতে বুকুখন তেওঁৰ কথা ভাবি কপি উঠাতহে গম পাইছো। আগতে কাৰো বাবে দেওধনীৰ এনেকৈ বকু কপা নাই ঈশ্বৰ। বন্দুকটোও নিনিলে লগত জয়ন্তীয়ে ক লে। তাৰ পিছত হঠাতে ক লে ঈশ্বৰৰ শপত দুদু দাদাক এই কথা নক ব। ক লে তেওঁ কিবা হৈ যাব। মই তেওঁৰ পৰা আঁতৰি যাব খুজিছো। ঈশ্বৰৰ দৰে লাগে মখখন। অলপ বৈ তাই প্ৰকৃতিস্থ হৈ আকৌ ক লে মাৰৈ গোসাঁনীয়ে আজি দিনটো মোক কৈ আছে তই শুচি যা ৰ ৰপৰা আহিছ তলৈ শুচি যা। সইতে কৈছোঁ কাইলৈ মই শুচি যাম। উস ঈশ্বৰ ইমান যন্ত্ৰণা।

নবীনে ক লে যাবি। কিন্তু নিজক ফাঁকি নিদিবি। দদুৱে আজি মোক সকলো খুলি কৈছে। সি তোক গতি ল ব দেৱতাৰ হাতৰ পৰা তোক লৈ আহিব। তই হবি পাৰ্ব্বতী সি হ ব মহাদেউ।

জয়ন্তীয়ে অবাক হৈ নবীনৰ ফালে চাই ৰ ল অলপ বৈ তাই ক লে শুকুমানী আৰু বিয়াহৰ ৬জাপালীত হে কথা হয় ঈশ্বৰ। মনিচৰ ভাৰন্তুত নহয়।

নবীনে উত্তৰ দিলে হ ব অ হ ব। পৃথি ীত অসম্ভৱো সম্ভৱ হৈছে।

জয়ন্তীক সি অভয় দান কৰিলে। তাইক সাহসেৰে প্ৰেমৰ স মখীন হ বলৈ ক লে। এই মহা দযোগৰ মাজতে হঠাতে তাই নিজকে আবিষ্কাৰ কৰিলে। তাই দদ দাদাকে আটাইতকৈ ভাল পায়। দদক ভাল পোৱা মানে দেহ আৰু াটিক ভাল পোৱা।

জয়ন্তীয়ে কান্দিলে। একো নেমাতিলে। নবীনক ভাত পানী খুৱাই তাই নিজৰ ঘৰলৈ যাবলৈ ওলাল। হঠাতে নবীনে ক লে এই বেগটো লৈ যা। এই বেগতে দখন ছবি আছে। চম্পা আই দেৱেৰক দিয়াবি। আৰু কবি টকাখিনি বেলতলাৰ অহালিৰ নামত পঠাই ি ব। দদক দিলেই হ ব

ছবি দখন চাই জয়ন্তী থৰ হৈ গ ল। কোনে আকিলে ঈশ্বৰ?

নবীনে ক লে কোনে আকিলে ।

জয়ন্তীয়ে ছবিকেইখন চাই ৰ ল কিছুপৰ। তাৰ পিছত ক লে পৰুষে নিজকে চালে মহাপৰুষ যেন দেখে ঈশ্বৰ। থিৰ। কিন্তু প্ৰকৃতিক চালে শংগাৰ হে দেখে। হেঙল হাইতালত নৱ ৰস ফুটি উঠিব লাগে ঈশ্বৰ মাইকী মানহৰ আতমাৰ হামৰাও যেয়ে সেয়ে নুশুনে। জয়ন্তী গুচি যোৱাৰ পিছত নবীনে জয়ন্তীৰ কথাকে ভাবিবলৈ ধৰিলে। তাইৰ এটা আচৰিত বোধ শক্তি আছে।

বাতি বাহিৰত দদুৰ মাত শুনি নবীনে লাইট জ্বলাই দুৱাৰ খুলি দি সোমাই আহিবলৈ দিলে।

সি সোমায়েই ক লেহি It is a crude class war। তহতৰ সংঘৰ পতন হ ল। চৰকাৰে ব্যাপক গ্ৰে তাৰৰ সিদ্ধান্ত লৈছে।

আৰু ভয়ানক খবৰ কি জান —সেই বোমা ফুটোৱা ল ৰাটো সি এই ডকাইতি কৰিছে। স মথ ভিনিহিদেৰে মৰাৰ আগতে মেজিণ্টেটৰ আগত বিবৃতি দি গৈছে। তাৰ ফাচী হ ব —sure। বৰদেউতা আৰু সদশনা আহি পাইছেহি শ্বিলঙৰপৰা। বেয়া লাগিল। শুচি আহিলো। কোনেও কাৰো মথলৈ চাব নোৱাৰা অৱস্থা।

নবীনে ক লে ভাত খাই ল তাৰ পিছত কথা কবি। মই জয়ন্তীক মাতি দিওঁ।

একো দৰকাৰ নাই। তই শো। এতিয়া অলপ মদ খাম। অস্থিৰ হৈ দুদৰে ক লে সম্পত্তি হ ল কাল। এই সম্পত্তিৰ নাগ পাশৰ পৰা উদ্ধাৰ নোপোৱালৈকে মই শান্তি নেপাওঁ। something must be none। ক লা টকা বগা টকা মাটি বাগান আজি সকলো অথহীন যেন লাগিছে। জীৱনৰ অথ কিহত? টকা ঘটাত নহয়। তহতৰ crude class war তো নহয়। তহতিও টকাকেই বিচাৰিছ। whats the unde ly g dea behind this mad act? ব্যক্তিৰ টকা পাপ সংঘই ডকাইতি কৰি নিয়া টকা পণ্য! Damn it।

নবীনে দদৰ অসংলগ্ন আৰু অসংগতিপণ আলাপ বোৰলৈ কাণ নিদিলে। সি মাথোন শুনি গ ল। হঠাতে দদৰে শোৱা কোঠাৰ আলমাৰিৰ পৰা এটা হুইস্কীৰ বটল উলিয়াই মজত থৈ গিলাছ আনি পানী মিহলাই খাবলৈ ধৰিলে। খাই খাই সি বক্তৃতা দি যাবলৈ ধৰিলে। যেন জজ ফিল্ডত জৱাহৰলাল নেহৰুৱেহে বক্তৃতা দিছে। নবীনে নীৰৱে সকলো শুনি গ ল। সি বুজি পালে দদৰে যি ভয়ানক আঘাত পাইছে তাৰ দখ উজাৰি নিদিলে সি পনৰায় স্থিৰচিত্ত হ ব নোৱাৰে। তাৰ catharsis ৰ প্ৰয়োজন হৈছে।

দদৰে এবটল মদ শেষ কৰি ভাগৰি নবীনৰ কাষতে বিছনাত বাগৰি পৰিল।

নবীনে বিছনাৰ পৰা উঠি গৈ বটল আৰু গিলাছ নি আলমাৰিত ভৰাই থৈ তাৰ ওচৰলৈ আহি তাৰ গালে মখে হাত ফুৰাই ক লে মোক এটা কথা দে।

কি?

আৰু এইদৰে মদ নাখাওঁ বলি। তইতো মদ খোৱা নাই মদে তোক খাইছে। তাৰ গালে-মখে হাত ফুৰাই ক লে।

অসম্ভৱ। ইমান দিন তাইৰ মুখলৈ চাই মদ খোৱা বাদ দিছিলো। আজি নোৱাৰিলো ৰ ব। তাই শাখি ীয়ে মোকতো খালেই এতিয়া স পত্তিয়েও মোক খাব। মই এইবোৰ এৰি দি খেতিয়ক হ ব খুজিছো। দদায়ে নিৰাশ ম'ন ক লে।

তই এটা কথা গম পোৱা নাহ

কি?

তই ভাগ্যবান। জয়ন্তীয়ে আজি গম পাইছে। ঈ ৰব পাছ তাই তোক ভাল পায়। তই এইদৰে মদ খাই থাকিলে তাই বেয়া পাব। নবীনে উত্তৰ দিলে।

দদায়ে নবীনৰ মুখ ল চা অক মতে ী ৱ হৈ ােল এই নীৰৱতাৰ-অথ কি নবীনে বুজিলে।

সেইদিনা ওৰে ৰাতি সিহঁতে প্ৰেম আৰু ি ৱৰ কথা পাতিলে।

পৰতি নিশা জয়ন্তীয়ে আহি সিহঁতক মতাৰ লগে লগে দয়োটা উঠি পৰিল দদায়ে ক লে ব ল মই োক বে ত াত থৈ আহে গৈ। তই আৰু মই স প্ৰতি দটা ি বিৰত। কিন্তু মই অনত ত মালিক আৰু তয়ো সম্ভৱতঃ crude re olutionary নহৱ। হয় নে নহয়?

মই crude বি লৱত বি বাস নকৰো। কিন্তু তোৰ মতৰ লগত মোৰ মতৰ বহুত অমিল। বি বাস কৰ মই ল ৰাহঁতক প্ৰকৃত বি লৱৰ পথলৈ আনিবলৈ দঢ় প্ৰতিজ্ঞ আশা ৰাখিছো বি লৱৰ এই আদিম ৰাক্ষ ৰূপ লাহে লাহে নাইকিয়া হ ব। কিন্তু এটা কথা মনত ৰাখিবি মযো বি লৱ বিচাৰো।

দদায়ে তাক কপালতে এটা চুমা খালে তাৰ পিছত ক লে মযো কি কৰিব পাৰো চাওঁ। ম কণৰ কথা নেপাহৰিবি।

দৰাৰখন খুলি দিয়াৰ লগে লগে নবীনে মন কৰিলে জয়ন্তীৰ হাতত থকা চাহ জলপানৰ ট্ৰেখন কঁপিছে। দুদুক দেখি বোধহয় তাইৰ কপনি উঠিছিল। বহুত দিনৰ আগতে এদিন মাকণৰ হাতৰ ট্ৰেখন এনেকৈ কপি পৰি গৈছিল। সি দৌৰি গৈ সেইখন ধৰি পেলাইছিলগৈ।

নবীনে ক লে জয়ন্তী ই ভুল নবুজিবি দদক মই সকলো কৈছো। অকল সিয়ে যে তোক গঢ়িব এনে নহয় তয়ো ইয়াক গঢ়িবি। বিয়া হয় নহয় সেইটো বেলেগ কথা বেথা নেৰিবি বেথাহে আচল।

দদায়ে হঠাতে ক লে তোৰ কথা শুা মোৰ মালৈ মনত পৰিছে নবীনে। এ নকৈ কওতা আজিকা ল কোনো নাই।

জয়ন্তীৰ চকু পানী ওলাই আহিল। তাই ক লে মে ৰ আই সৰুতে চ কালে। আপোন আইৰ দৰে কথা কৈছে

ৰেলখন আহি ৰ হি

পেং মাৰিডাল লৈ ৰঞ্জিত ফা ট ক্লাচৰ ডবা এটাৰ পৰা নামিল। সি মটিয়া বিচাৰিবলৈ ৈ। দেখিলে োতেইখন পলিচ। সি আগবাঢ়িব খজিছিল এনেতে এজন পলিচ অফিচাৰ আহি তাক নমস্কাৰ জনাই ক লে কিছুপৰ ডবাৰ ভিতৰত থাকক। থাম্নাতাল্লাচ হৈ আছে।

ৰঞ্জিতে আচৰিত হৈ সধিলে ।কয়?

এই ৰেলত কেইজনমান ি প্লৱী অহাৰ কথা
অসমত বিপ্লৱ হৈছে নেকি?
অ ।

ৰঞ্জি ডবাৰ ভিতৰলৈ সোমাই । ল। মাকণে হাতত বেগটো লৈ নামিব খজিছিল ৰঞ্জিত উঠি অহা দেখি আচৰিত হৈ সধিলে আকৌ উঠিলা যে ৰঞ্জিত দা?

ৰঞ্জিতে পুলিচ অফিচাে কোৱা কথাখিনি ক লত মাকণৰ কপালৰ ৰেখা থিয় হৈ গ ল দয়ো শান্ত হৈ বেঞ্চত বহিল। ডবাটো ডাঙৰ। কেইজনমান যাত্ৰী গহীন হৈ বহি আছে এমুৰত তেওঁলোকে কথা পাতি আছিল।

মাকণে হঠাতে হাঁহি ক লে বজি পাইছো। নবীন দাদাহতৰ বিপ্লৱ

ৰঞ্জিতে গহীন হৈ মাকণলৈ চালে। অলপ বৈ সি ক'লে সি এতিয়াও বিপ্লৱ কৰিয়েই আছে নেকি?

অ। নহ লেনো— মাকণে হ াহিবলৈ ধৰিলে।

মাকণ একেবাৰে সলনি হৈ গৈছে বিশেষকৈ যোৱা এসপ্তাহত। কলিকতাত একেটা হোটেলতে সিহ ত আছিল তিনিদিন। সাম্প্ৰদায়িক অশান্তি হোৱা বাবে হোটেললৈ আহি মাকণ যাব নোৱাৰা হৈ গ ল। শান্তি নিকেতনত তাই ৰবীন্দ্ৰ সাহিত্যৰ পৰীক্ষা পাছ কৰি কেবা গৰাকীও অসমীয়া মহিলাৰ লগত তাই নোৱাখালিত গান্ধীজীক লগ পাবলৈ গৈছিল। অসমৰ মহিলাসকলে সাম্প্ৰদায়িক অশান্তিত নিপীড়িতা তিৰোতাবোৰৰ বাবে সাহায্য লৈ আহিছিল। এই সাহায্যৰ ভিতৰত ধনৰ উপৰিও আছিল বালা আৰু সেন্দৰ। ফিৰোজাহ তৰ তাতে তেওলোকে মাকণক পাই তালৈ লৈ গ ল।

নোৱাখালিত গান্ধীৰ লগত কেইবাদিনো ঘৰি মাকণে বজিলে যে সাম্প্ৰদায়িক অশান্তিত আটাইতকৈ বেছি নিঃসহায় অনভৱ কৰে নাৰীয়ে। তাইৰ মনত বিদ্ৰোহৰ ভাব উপজিল। তাই অনভৱ কৰিলে নাৰী যিমান দিনলৈকে পৰুষৰ ওচৰত অবলা হৈ থাকে সিমান দিনলৈকে তেওঁলোকৰ মক্তি ন হব সতীত্ব অকল নাৰীয়েই যে ৰক্ষা কৰিব লাগে এনে নহয় পৰুষেও লাগে তাই সিদ্ধান্ত কৰিলে তাই বিয়া সতীত্ব ফুৰা চকা এইবোৰত পৰৰ বাধা নিষেধ মানি নচলে। সংঘষত নিপীড়িতা নাৰীৰ যাতনা নিপীড়িত পৰুষতকৈ শত গুণে অধিক। পৰুষৰ দৰেই নাৰীয়ে সংসাৰত সমান অধিকাৰ পাব লাগিব। নৈতিকতাৰ অচল আৰু উৱলা ধাৰণাৰ বিৰুদ্ধে নাৰীয়ে বিদ্ৰোহ কৰিব লাগিব। নোৱাখালিলৈ গৈ তাই বজি পাইছিল নোৱাখালিৰ তিৰোতাৰ বাবে বালা আৰু সেন্দ তকৈ লাগে নতুন সবল যগোপযোগী নৈতিকতাৰ ধাৰণা। লাগে নতুন পৰুষৰ দাসত্ব বিৰুদ্ধে বিদ্ৰোহ। বালা আৰু সেন্দৰ নাৰীৰ অবলাত্বৰ প্ৰতীক।

কলেজ ষ্ট্ৰীটৰ হোটেল চেচিলত অপাৰেশ্যনৰ পিছত ৰঞ্জিত দাদাই কিছদিন জিৰণি লৈ এনেয়ে আছিল। কলিকতাৰ মেডিকেল কলেজতে পচা ভৰিটো কটাব লগা হোৱাত তেওঁৰ বিলাতলৈ যোৱা নহ ল। সদানন্দ বৰুৱাই মন্মথে পঠাব লগা ৫ হেজাৰ টকা চুৰি হোৱাটোও বিলাতলৈ নোযোৱাৰ আন এটা কাৰণ। মন্মথ ঠিকাদাৰ আৰু তেওৰ মাৰোৱাৰী বন্ধৰ হত্যাৰ কথা শুনি তেওঁ ততালিকেই গুৱাহাটীলৈ ঘৰিল। গুৱাহাটীত আহি দেখিলে

গোটেইখনতে এটা বিশৃংখলা। পঞ্চানন ফুকন থাকে খানাপাবাৰ পামত বাগানৰ কাম কাজ বা মাটি বাৰী নাচায়। দদ জয়ন্তীৰ প্রেমত মজি আছে খেতিয়ক হোৱাৰ আশাত ছিপাঝাৰত গৈ পাম পাতি নৰাম ওজা আৰু জয়ন্তীকো তালৈ নি লৈছে। নৰাম ওজাৰ বেমাৰ তাৰো শুশ্রূষাৰ ভাৰ সি লৈছে বাগানৰ অফিচ অচল হৈছিল। বাগানলৈ দস তাহ পইচা যোৱা নাছিল। ৰবিচন্দ্র শ্বিলঙত বিশ্ববিদ্যালয়ৰ ৰিপর্ট লিখাত ব্যস্ত। এইবোৰত লাগিবলৈ তেওঁৰ সময় নাই সদানন্দ বৰুৱা নিৰুপায় হৈ ব্যৱসায়ৰ কামত লাগি যাব লগা হ'ল। ৰঞ্জি ৰ তদাৰক কৰাৰ ভাৰ পৰিল আধা নৰেন দত্তৰ গাত আধা মাকণৰ গাত।

ৰঞ্জিত আৰু মাকণৰ বিয়াখন প তিবৰ বাবেও তেও ফুকনৰ লগত কথা পাতিব পৰা নাছিল। কাৰণ মন্মথ ঠিকাদাৰ আৰু মাৰোৱাৰী উত্তমণৰ হত্যাৰ কেচ বাবে তেওঁ অনবৰত ব্যস্ত থাকিব লগাত পৰিছিল বাগান আৰু মাটিৰ জঞ্জালটো আছেই। ইতিমধ্যে ৰঞ্জিতে নিজেই এটা নেতিবাচক সিদ্ধান্ত লৈ পেলালে। নোৱাখালিৰপৰা ঘৰি আহি তাই ৰঞ্জিতক হোটেলত লগ ধৰিবলৈ আহিছিল। হঠাতে সেইদিনা কলিকতাত সাম্প্রদায়িক সংঘষ লগাত তাই হোটেলৰ পৰা যাব নোৱাৰি তাতে থাকিব লগা হ'ল। ৰঞ্জিতে এই তিনি দিনত মাকণক বজাই কৈ দিছে সি পংগু সেইবাবে সি বিয়া নকৰায়।

মাকণে প্রথমতে আপত্তি কৰিছিল কাৰণ তাই তাৰ পত্নী হ'বৰ বাবে মনক সকলো ফালৰ পৰা সাজ কৰি থৈছিল। ইয়াৰ পিছত আছিল পাৰিবাৰিক কতব্যৰ তাগিদ।

কিন্তু ৰঞ্জিতে তাইক বিয়া কৰাবলৈ সংকোচবোধ কৰিলে। সি মাকণৰ বোজা হৈ সংসাৰত জীয়াই থাকিব নোৱাৰে। তাৰ ইচ্ছা তাই নিজ খুচি মতে আন ক ৰবাত সংসাৰ কৰক। তাইক সখী দেখিলে সিও সখী হ'ব।

ৰঞ্জিতৰ কথা শুনি মাকণৰ প্রথমতে খং উঠিছিল কিন্তু পিছত দেখিলে ৰঞ্জিতৰ মন সলনি হোৱাৰ আশা নাই।

মাকণে শেহত কথাটো সহজভাৱে ল'লে। তাই বিয়াৰ কথা

পাতিবলৈ বাদ দি ৰঞ্জিতৰ লগত এটা বেলেগ সাধাৰণ সম্পৰ্ক গঢ়ি তুলিলে। সেই তিনিদিন সিহঁত বন্ধুৰ দৰে হোটেলত কটালে।

তাৰ পিছত গুৱাহাটীলৈ ৰেলত একেলগে আহিল। আহি ষ্টেশ্যনত এই দশা।—

— মাকণৰ শেষ নোহোৱা উত্তৰ শুনি ৰঞ্জিতে হাঁহি সুধিলে নহয় লেনো তোমাক বিয়া নকৰায় নে ইয়াকে ক ব খুজিছিলাতো? ৰঞ্জিতৰ মুখত কোনো বিৰক্তি বা অনুতাপৰ ভাব নাছিল। তাৰ চিত্ত স্থিৰ আছিল

অ মাকণে উত্তৰ দিলে। এতিয়াৰে পৰা মোৰ পাল পৰিছে নাৰীৰ বাবে নতুন পথ বিচৰা।

ৰঞ্জিতে ক লে তুমি তেনে ফেমিনি ট?

ওহো। বিদ্ৰোহী।

এইটো কেনেকুৱা বিদ্ৰোহ কাৰ বিৰুদ্ধে?

পুৰুষৰ আধিপত্যৰ বিৰুদ্ধে

মাকণে শান্তভাবে কথাবোৰ কৈছিল।

ৰঞ্জিতে কিবা ক বলৈ ধৰোতেই প্লেট ফৰ্মত প ি চৰ হুইচেল মানুহৰ দৌৰাদৌৰি আৰু চিঞৰ বাখৰ শু া গ ল।

মাকণে বহাৰ পৰা উঠি গৈ দুৱাৰ মুখৰপৰা দীঘল প্লেটফৰ্ম খনলৈ চাই পঠালে। পুলিচে কেইটামান মানুহ আৰু এজনী তিৰোতা একেলগে সাও বি বান্ধি সিহঁতৰ ডবাৰ ফালে লৈ আহিছে। তাই মানুহবোৰলৈ একেথৰে চাই ৰ ল। ওচৰ পালত দেখিলে এটা ৰতিকান্ত আৰু এজনী অহল্যি। তাইক দেখাৰ লগে লগে সিহঁতে হাঁহ তলমৰ কৰিলে। অহল্যিৰ মুখত এটা শান্ত ভাব। ৰতিকান্তৰহে মুখ গোমোঠা। পুলিচে সিহঁতক নি ৰেলৰে পুলিচ থানাৰ ভিতৰ সোমালেগৈ।

অলপ পিছতে আৰু এজন মানুহৰ ওপৰত চকু পৰিল। পুলিচে বেৰি আনিছে।

তেনেতে ৰঞ্জিত আহি তাইৰ পাছত ওচৰতে থিয় হ লহি।

গুড গড। সুন্দৰ বাভা দেখোন। ৰঞ্জিতে আচৰিত হৈ মাত লগালে।

এৰেই নেকি সন্দৰ ৰাভা ? ছবি যে আঁকে— ?

অ

সন্দৰ ৰাভাই ৰঞ্জিতক দেখিয়েই চিনি পালে আগতে একে লগে উভান বজাৰত গান বাজনা কৰা মানহ। ৰঞ্জিতক দেখি ৰাভাই াত দাঙি হাহি সম্ভ ষণ জনালে

সন্দৰ াভা গৈ থানা সোমালত মাকণে চকু আকৌ সন্মুখৰ ঠাইক ত পেলাে ।

প চে আৰু মানহ আিছে । তাই মনে মনে নবীনক চৌৱৰ আশা কাৰ আছিল কিন্তু ন ীনক নেদেখিলে

দ ি নিটমানৰ মৰত দটা মটিয়াৰ সৈতে ৰঞ্জিতহতৰ ডাইভাৰটো াহি সিহ তৰ ডবাৰ ওচৰত থিা হৈ ক লে ককাইদেউ দেউতাহ ত আহিব নোৱ ৰি ল।

কিয় ? ৰঞ্জি ত সধিলে।

ফুক াতন াইদেউৰ মটৰ এক্সিডে ট হ ল।

ক ত ?

ানাপাৰাৰ পৰা অলপ আহি ড্ৰাইভাৰটোৱে উত্তৰ দিলে খ ৰ পায়েই দদ দাদাই দয়োকে লৈ তাৈ গৈছে।

মাকণে ইমা পৰে চ পাৰ এক্সিডে টৰ কথ ী ৰে শুনি আছিল শুনাৰ াহিৰে তাইৰ কৰিব লগা এ কা নাছিল। কিন্তু দদৰ কথা ওলোৱাৰ াগে লগে তাই সধিে দদ দাদা ইয়ালৈ আহিলে নেকি ?

কেইদিনমানৰ কাৰণে অ হিছে। ন াম ওজাৰ গা বেয়া।

দয়ো প্লেটফৰ্মৰ ৰা াম িাহে লাহে গেটৰ ফালে আগবাঢ়িল টিকট চেকাৰক টিকট দি দয়ো াহিৰলৈ গৈ মটৰৰ ভিতৰত বহাৰ লগে লগে মাকণৰ মন চাৰি বছৰৰ আগৰ গুৱাহাটীলৈ ঘৰি গ ল। সামৰিক বাহিনীৰ ব্যস্ততা আৰু উৎপাত নাই তাৰ ঠাইত শান্ত জীৱন আৰম্ভ হৈছে। প্লেটফৰ্মত পৰিচৰ কামই সেই শান্ত জীৱনৰ ঘৰিষণা লবাব পৰা নাই।

চম্পাৰ এক্সিডেণ্টে তাইৰ মনত বিশেষ উদ্বেগ সৃষ্টি কৰিব

নোৱাৰিলে। অন্ততঃ কি হৈছে তাক নজনালৈকে তাই একো অনভৱ কৰিব নোৱাৰে।

ৰঞ্জিতে এটা চিগাৰেট উলিয়াই কেইহোঁপামান ম ৰি চিন্তা কৰি ক লে চম্পাই চি নমাৰ দলটোত সোমাই একেবাৰে নিজক এৰি দিছিল কাৰপৰা তাই মন্ত্ৰ পালে ক ব নোৱাৰে কিন্তু নিষ্কৰুণ সমাজ আৰু পৰুষৰ আধিপত ৰ পৰা উদ্ধাৰ পাবলৈ তাই যৌনতাৰ মক্তি আৰু অবাধ তৃ ি ত পথৰ গ্ৰহ । কৰিলে। পৰুষৰ বিৰুদ্ধে নাৰীৰ মক্তিৰ প্ৰথম খোজ হেনো যৌনতাৰ মক্তি। তাই মোক নিজ মখে কোৱা কথা। গুণধৰৰ বিৰুদ্ধে তাইৰ ক্ষোভ তাইক ডাইভোচ নক । বাবে। পঞ্চ নন মহাৰ বিৰুদ্ধেও তাইৰ ক্ষোভ হৈছিল— তাই কেৱল প্ৰেম ি চাৰিছিল দ্বিতীয় সংসাৰ ঘৰ আৰু সন্তান বিচৰা নাছিল পত্নীত্ব আৰু মাতৃত্ব প ৰুষ প্ৰধান সমাজত নাৰীৰ হেনো শোষণৰ চিন। কলিকতাত তাই হোটেলত থাকি এই অবাধ যৌনতাৰ বিদ্ৰোহ ঘোষণা কৰি ছি ।

এই কথা ৰঞ্জিতে মাকণক সেইদিনাই কে কোৱা নাছিল তাই মাত্ৰ জানিছিল চম্পা মাহী কলিকতাত এবছৰ আছিল ফি ম কৰি লৈ। দদৰ চিঠিত আৰু এটা খবৰ তাই পাইছিল। সেইটো হ ল বাপেকে তেওঁক দিয়া টকাবোৰ তেওঁ উৰুৱাই শেষ কৰি দি বাপেকক আকৌ টকা খুজিছিল এই লৈ দেউতাকৰ লগত তেওঁৰ মনোমালিন্যও হৈছিল। ফি ম কৰি শ্বিলঙলৈ ঘৰি আহি অনাটনত কটাব লগা হোৱ ত তেওঁৰ ভয়ানক অশান্তিত দিন গৈছিল মাকণে সুধিলে তুমি তেওঁক লগ পাইছিলা নেকি?

লগ পোৱা মানে! মই মতাই আনি তাইক উপদেশ দিছিলো শ্বিলঙলৈ উভতি যাবলৈ। তাই ওঁ আ কৰি শুনি গলে কিন্তু নগ ল। ৰঞ্জিতে উত্তৰ দিলে যৌন বিদ্ৰোহৰ মন্ত্ৰ তাইক কোনে দিলে ক ব নোৱাৰো। ৰঞ্জিতে কথামাৰ দোহাৰি মৌন হৈ ৰ ল।

মাকণে হাঁহি ক লে আজিকালিতো বিদ্ৰোহীৰ অভাৱ নাই। উপদেশৰো আটক নপৰে। আৰু যৌন বিদ্ৰোহ কৰিবলৈ নাৰীক কাৰো উপদেশ নেলাগে। নিজৰ মনেই গুৰু। মই জানো প ৰুষৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাই?

ৰঞ্জিতেও হাঁহিলে। যোৱা এস তাহৰ কথা তাৰ মনত পৰিল। মাকণ সম্পণৰূপে মত্ত হৈ পৰিছিল। পাৰিবাৰিক শৃংখলা বিয়া কলংক কৌমাৰ্য — একোলৈকে তাইৰ ভয় নাইকিয়া হৈ গৈছে। তাই অনভৱ কৰিবলৈ লৈছে তাই মতা মানহৰ সমান হৈ আৰু বিশ্ব মানৱতাৰ আদশৰে জীৱন যাপন কৰিব লাগিব। ৰবীন্দ্ৰ সাহিত্য পঢ়ি তাই এই মন্ত্ৰ পাইছিল। নোৱাখালিত মতা মানহৰ পাশৱিকতা আৰু ধৰ্মৰ বিকৃতি দেখি তাইৰ মনো বিদ্ৰোহী হৈ উঠিছে নোৱাখালিত থকা নৰেন দত্তৰ ভাগিনীয়েকজনীক কৰা অত্যাচাৰে তাইক সজাগ কৰি দিছে নাৰীৰ কৰ্তব্যৰ বিষয়ে। নাৰীয়ে সকলো বিধ অৱমা ৰ বিৰুদ্ধে থিয় দি এক নতুন যৌন সম্পক গঢ়িব লাগিব যাতে দ টৰ প্ৰবল অ ঘাততো সি ভাগি নপৰে।

কলিকতা চহৰৰ সাম্প্ৰদায়িক সংঘষত ট্ৰাম বাচ বন্ধ হৈ যোৱাত তাই ৰঞ্জিতৰ লগত এ কটা হেটেলতে থাকিব লগা হল। কিন্তু তাই সংকোচ বোধ নকৰিলে পংগু ৰঞ্জিতে তাইক ইতিমধ্যে বিয়া নকৰাও বুলি খোলাখুলিভ ৱে কৈছিল। তাই প্ৰথমতে তেওঁক বজাবলৈ চেষ্টা কৰিছিল এই িয়া অনিবাৰ্য। কিন্তু ৰঞ্জিতে ত ইক বজালে জানি শুনি তাই তাৰ দৰে পংগু এটাক বিয়া কৰোৱাটো অ ্যায় হ ব ৰিয়ালৰ নি দশ ে লাগে ভগৱানৰ ি দেশেও তাক তাৰ সংকল্পৰ পৰা বিচ্যুত কৰিব নোৱাৰিলে। সি বাপেকলৈ খোলোচাকৈ লিখি দিছে সি কাকো বিয়া াকৰায় স ডও ৰা হৈ থাকিব আৰু—

সি কি কৰিব তাক তেতিয়াও ঠিক কৰিব পৰা ৷ছিল। তাৰ যথে ট টকা আৰু মাটি বাৰী আছে সেইবিলাক সি চলাই খাব। বাপেকে উত্তৰাধিকাৰী বিচাৰিছে উত্তৰাধিকা ীৰ সমস্যাটো সি সমাধান কৰিব পৰা নাই। কিন্তু সম্পত্তিৰ কাৰণেই সি বিয়া কৰাব লাগে বিয়া কৰাই ফুকন আৰু বৰুৱা পৰিয়ালৰ যৌথ চাহ বাগান পৰিচালনাৰ পথ নিৰাপদ কৰিব লাগে — এই ভাব তাৰ ভাল লগা নাই। মানহে এই কাৰণে বিয়া নকৰায়। বাপেকহঁতৰ আদশ তাৰ আদশ নহয়। সি বিকলাংগ কাজেই তাৰ বাবে বিয়া নহয়।

সময়ে তাক সম্পত্তিৰ সমস্যা সমাধান কৰিবলৈ পথ দৰ্শাব।

কি ভাবিছ ইমানকৈ ? — ৰঞ্জিতক নিমাত দেখি মাকণে সুধিলে। — মই জানো বিদ্ৰোহ কৰা নাই ? নিভয়ে অথচ সংযত ভাবে এটা মতা মানহৰ লগত একেলগে এটা কোঠাতে সহজভাবে থকাটো জানো মোৰ সাথক বিদ্ৰোহ নহয় ?

ৰঞ্জিতে ভাবি চিন্তি উত্তৰ দিলে তোমাৰ এই কামৰ মল্যায়ন আনে কেনেকৈ কৰে তাক মই কব নোৱাৰো কিন্তু মই ক ম এইটো প্ৰকৃত নৈতিক আৰু সাহসী কাম। তুমি আৰু মই জানি বজি সীমা ৰক্ষা কৰি একেটা কোঠাত যে আছিলো এই কথা ভাবিলে মোৰ আনন্দ হয়। মে ৰ লালসাই নৰ নাৰীৰ এ মাত্ৰ সম্পক নহয়। যদ্ধৰ কালত নেলাগে প্ৰাক যদ্ধৰ কালতো মানহে এনে কথা ভাবিবলৈ টান পালেহেতে আমা ঘৰবো ত মাক তেক আৰু ভাই ভনীও একে কোঠা নেথাকে

মাকণৰ চকুৱেদি আনন্দৰ চকুলো ব বলৈ ধৰিলে। তাই ক লে নৰ নাৰীৰ মাজত এই লালসা শন্য সম্পক স্থাপন কৰাৰ অথ হ ল শোষ হীন সমতাৰ সম্পৰ্ক স্থাপন। নৰ নাৰীৰ মাজত এই সম্পক স্থাপন কৰিব পাৰি বিশ্বত জাতিৰ মাজত শ্ৰেণীৰ মাজত থকা অ ্যায় আৰু শোষণ গু চাৱাৰ এটা নতুন পথ পোৱা যাব। ৰবীন্দ্ৰনাথৰ বিশ্বমানৱতাৰ ধাৰণা মই সংশোধন কৰি লৈছিলো কাৰণ তেওঁ আমাৰ জীৱনত থকা সৰু বেৰবোৰ দেখা নাছিল। ফুকন পৰিয়াল পৰা ওলাই বৰুৱা পৰিয়াললৈ যাবলৈ মোৰ পথ প্ৰশস্ত কিন্তু পৰিয়ালৰ আভিজাত্যৰ বেৰা ভাঙি সংঘৰ মেৰঘৰলৈ যাবলৈ মই অসমথ হলো। আভিজাত্যৰ আবে টনীৰ পৰা বিচ্ছিন্ন হ ব নোখোজাই তাৰ প্ৰধান কাৰণ কিন্তু অভিজাত মানৱতাত বিশ্বমানৱতাৰ বীজ নাই। নবীনহতৰ দলতো এটা নেতিবাচক বাতাবৰণ। বিশ্বমানৱতাৰ দশন তেওঁলোকে দেখা নাই। এতিয়া মই বিশ্বমানৱতাৰ যথাথ াতাবৰণ বিচাৰি আছো। মোৰ বিবাহো বিশ্ব মানবৰ লগত হ ব

ৰঞ্জিতে যোৱা কেইদিনৰ কথা বতৰাৰ ফলত মাকণৰ নতুন জীৱন দশনৰ কথা ভালদৰে বুজি পোৱা হৈছে। সি ক লে এই পথ কঠিন। পতিকে তোমাৰ কষ্ট হ ব

মাকণে হাঁহি ক লে এতিয়া মোৰ একোলৈকে ভয় নাই।

ভাইভাৰটোৱে বস্তুবোৰ আনি মটৰৰ পাছফালে ভৰাই ইতিমধ্যে গাড়ী চলাই দিছিল।

মাকণৰ ঘৰৰ ওচৰত গাড়ী ৰখোৱাৰ লগে লগে মালীটো দৌৰি আহি মটৰৰ ওচৰত থিয় হ লহি।

সি হাহি দয়োকে নমস্কাৰ কৰাৰ লগে লগে মাকণে তাক বস্তুবোৰ নমাই ভিতৰৈ নি লৈ ক লে

তাইৰ হাতখনত ধৰি ৰঞ্জিতে এটা চমা খাই ক লে মই ৰৰ সখী মাকণ তুমি নিজেও মক্তি পাইছা মোকো মক্তি দিছা। তোমাৰ কথা মোৰ সদায় মনত থাকিব।

তাৰ মাত থোকাথকি হ ল হাঁহি ক লে তুমি এতিয়া প্ৰকৃততে ৰণ জিৎ েতামাৰ দৰে পৰুষ যিমানে সৰহ হব সিমানে নাৰীৰ মঙ্গল হ ব।

মটৰখন গুচি গ লত মাকণ ঘৰৰ ভিতৰলৈ সোমাই গ ল। তাই উৰুঙা ঘৰটোৰ বাৰাণ্ডাইদি গৈ নিজৰ কোঠা প ই দুৱাৰ বন্ধ কি বাথ ৰুমত সোমাই গা ধবৈ আৰম্ভ কৰিলে

ঠিক ে ইখিনি সময়তে চম্পাৰ শ্বিলঙৰ ধানখেতিৰ ঘৰটো চোতালত চম্পাৰ মৰাশটো আগত লৈ গুণধৰে গুণা গ থা কৰি আছিল। পঞ্চানন ফকনে নীৰৱে চম্পাৰ শটো চাই আছিল। শটো নিজৰ ঘৰলৈ নিব নোৱাৰি গুণধৰৰ চট ফটাই আছিল। মৰাৰ পিছতো মানুহজনীক নিজৰ বি দশাবলৈ মানহটোৱে এৰা নাছিল। এক মাত্ৰ বাপেকে নিয়াত বাধা দিলে। তেওঁ আনকি সাদৰীকো চম্পাৰ ঘৰলৈ আহিবলৈ দিয়া নাছিল—।

— দদ আৰু সদানন্দ বৰুৱাই পঞ্চানন ফকনক চম্পাৰ ঘৰটোত থৈ অধ্যাপক ৰবিচন্দ্ৰৰ মাদান লাবান ঘৰলৈ গৈছিল জিৰাবলৈ। তাত সৰহপৰ থকাটো সদানন্দ বৰুৱাই সমীচীন বোধ কৰা নাছিল। বৰুৱা আৰু ৰবিচন্দ্ৰই ঘৰতে বহি ব গান আৰু মাটিৰ অৱস্থাৰ কথা আলোচনা কৰিছিল। দয়ো ঘৰৰ ব্যৱসায়িক সম্পৰ্ক দদৰ কামৰ অৱহেলাৰ ফলত বেয়াৰ ফাললৈ ঢাল খাইছিল।

কথা বতৰাত উত্তাপ নাছিল যদিও সদানন্দ বৰুৱাৰ মন এতিয়া আগ্নেয়গিৰিৰ দৰে উত্তপ্ত হৈ আছিল জীৱন যন্ত্ৰত তেওঁ লাহে লাহে যেন হাৰি আহিছে। মাত্ৰ কালি ৰাতি তেওঁ ডিব্ৰুগড়ৰ পৰা আহিছেহি। বাগানত নবীনহঁতৰ দলে আকৌ হাজিৰা বঢ়োৱাৰ দাবী জনাইছে। দিনে ছয় অনাকৈ। লগতে বনাচ ঘৰ চিকিৎসা আদি কেইবাটাও দাবী লগাই দিছে। তেওঁ অহা বুলি শুনিয়েই বনুৱাবিলাকে শোভাযাত্ৰা কৰি আহি অফিচ ঘেৰাও কৰি থৈ ছিল দুঘণ্টা। তেওঁৰ গাত প্ৰেচাৰ হৈছিল হাজিৰা বৃদ্ধি আৰু ঘৰৰ দাবী মানি লবলগা হৈছিল শঠেকত পৰি।

তেওঁ আহোঁতে প্ৰতিজ্ঞা কৰি আহিছিল দিনতে উভতি গৈ বাগানৰ বনুৱাৰ দাবীবোৰ পূৰণ কৰাৰ দিহা কৰিবলৈ। কিন্তু কালি আহিয়েই খবৰ পালে যে তললৰ খেতিয়কবোৰে আধা ধান দিবলৈ ৰাজী হোৱা নাই। তেওঁ ধান ৰক্ষাৰ কামত ব্যস্ত থাকিব লগা হ'ল। পলিচ মতাই বেথাৰাম মহৰিক লগত দি পঠিয়াই দিলে ধান আনিবলৈ। ৰাতিয়েই পলিচ গৈ বেলতলাত শিবিৰ পাতি আছেগৈ।

পলিচবো মজা ওলাই গৈছে। অকল অস্ত্ৰ শস্ত্ৰৰ বলত মানহক কিমান সৈমান কৰি ৰাখিব? পলোৱা মানহবোৰ ধৰা পৰা নাই।

ধৰা পৰাৰ ভিতৰত কেৱল সেই বোমা ফুটোৱা আৰু মন্মথ ঠিকাদাৰহঁতৰ মৰা লৰাটো ধৰা পৰিল। তাৰ বিচাৰো হৈ গ'ল। চেছন আদালতে তাক মত্যু দণ্ড দিছে। কিন্তু জৰীয়ে এতিয়াও ৰায় দিবলৈ বাকী আছে। জৰীৰ ৰায়ৰ ওপৰতে তাৰ জীৱন নিৰ্ভৰ কৰিছে।

সেইদিনাই গুৱাহাটী জজ ক'টৰ আদালতত জুৰী বহি হত্যা দণ্ডৰ ওপৰত বিচাৰ চলোৱা কথা ।

পঞ্চানন ফুকনে চ'ৰাঘৰত বহি চম্পাৰ মৰাশটো চাই আছিল। তেওঁৰ মনত পৰিছিল খানাপাৰাত শটো লৈ খিলওলৈ অহাৰ কথা। এখন জীপত চম্পাৰ মৰাশটো লৈ গুণধৰ আৰু তেওঁ একেলগে জীপত বহি আহিছিল। চম্পাৰ হাত ভৰি একো ভাঙে নাছিল। কেৱল মুখখন একেদৰেই আছিল মৰিলেনে শুই আছে ধৰিব নোৱাৰি

মথখন চালে। মখত একো যন্ত্রণাৰো চিন নাছিল। ওবে বাটটো তেওঁ মথখনলৈ চাব পৰা নাছিল দঘটনাটো হৈ গ ল। চম্পাৰ গাড়ীখনে খানাপাৰাৰ এটা কেকুৰিত সোমাই হঠাতে সোঁ দাঁতিলৈ বাগৰি গৈ পথাৰ পালেগৈ। তাই থৰ হেকৰাই পেলালে।

নহ ব কিয় ? বাটত গুণধৰে পঞ্চানন ফকনক কৈছিল কালি ওবে ৰাতি তেওঁ ক্লাবত নাচিছিল। মদো খাইছিল বেছিকৈ। গুৱাহাটীত আজি তেওলোকৰ ফ্লিল্মখনৰ ট্রেড শ্ব হোৱাৰ কথা আছিল। তালৈ ক বলি তেওঁ শেষ নিশাতে ঘৰৰ পৰা ওলাই গ ল। ঘৰৰ কংজনীয়ে মোক সকলো কথা কৈছে।

পঞ্চানন ফুকনে সধিলে এইবাৰ আহি তেওঁ আপোনাৰ লগত কিবা কথা হৈছিল নেকি ?

হৈছিল। সাদৰীক চাব খজিছিল গুণধৰে ক লে কিন্তু দেউতাই এইবাৰো নিদিলে

আপোনাৰো দোষ হ ল। গহীনাই ফুকনে উত্তৰ দিলে।

সকলোৱে মোকেহে দোষ দিয়ে। গুণধৰে অভিমানত উত্তৰ দিলে লোকৰ সাত খন মাফ। কিমান বাচি বাচি এইজনী তিৰোতা বিয়া কৰাইছিলো মইহে জানো। কিন্তু মোক তেওঁ মানহ যেনেই নেভাবিলে। মোৰেই অদ ট। তেওঁক মই কিয় এৰি দিয়াৰ কথা ভাবিব পৰা নাছিলো তাকো কেৱল মযে জানো।

পঞ্চানন ফকনৰ হঠাতে গুণধৰৰ প্রতি সমবেদনা হ ল। যোৱা দুবছৰৰ ভিতৰত তেওঁ চম্পাৰ পৰা বহুত আঁতৰি আহিছিল। চম্পা আৰু আগৰ চম্পা হৈ থকা নাছিল। তেওঁ হৈ পৰিছিল বহুগামিনী। কথাটো ভাবিলে ফকনৰ গোটেই গা ঈষাত জ্বলি উঠে। মাজে মাজে তেওঁ চম্পাক গৈ গুলীয়াই মৰাৰ কথা ভাবিছিল। টকাবোৰ আধানাজি কৰি নিজৰ বর্তমান আৰু ল ৰাটোৰ ভবিষ্যত নষ্ট কৰাৰ বাবে তেওঁ খঙত জ্বলি আছিল। কিন্তু আচৰিত কথা এইবাৰ খিলঙলৈ অহাৰ আগতে চম্পাই তেওঁৰ ঘৰত দেখা কৰোঁতে ফকনৰ ঈষা বা খং একো নহ ল মানহজনী দেখা মাত্রকে তেওঁৰ ভাব হ ল তেও যেন উৰশী অনন্ত যৌবনা। তেওঁ প্রেম মগ্ধ মনে প্রেয়সীৰ সৰদোষ অকাতৰে মৰিষণ কৰিছিল।

মায় পৰহি চম্পাই ঘৰত বহি তেওঁক ক্ষমা খুজি পনৰ টকা খুজিছিল।

ফুকনে ক ৰবাৰ পৰা ধাৰ কৰি আনি তেওঁক চাৰি হেজাৰ টকা দিছিল। যাওঁতে চম্পাই কৈ গৈছিল ল ৰাটো লৈ তেওঁ কিছুদিন ফুকনৰ ল ত থাকিবলৈ আহি

কিন্তু কওঁতেই ফুকনে ধৰিব পাৰিছিল চম্পাই তেওঁক ফাকি দিছে।

মনে মনে তেওঁ চম্পাক আকৌ ক্ষমা কৰিছিল।—

—চম্পাৰ শটো তেতিয়াও জীপত আছিল। ফুকনে মৰাশটো নমাই চাণ্ডী সজাই ফুলেৰে সশোভিত কৰি সজাইপৰাই মশানলৈ নিয়াৰ দিহা কৰিব খুজিছিল। কিন্তু গুণধৰে জেদ ধৰিলে—শেষ জেদ। চম্পা তেওঁৰ—গতিকে তেওঁৰ ঘৰলৈ নি নিয়ম কাৰণ মানি তেওঁ খৰি দিব খুজিছে।

ফুকনে ক লে বেছ তেনে তাকেই কৰক। এই বলি তেওঁ নির্বিকাৰ হৈ ভিতৰলৈ গৈ চম্পাৰ কোঠাত সোমাই চম্পাৰ বস্তু বাহানি বোৰ চাবলৈ লাগিল। বস্তু বিশেষ একো নাছিল কাপোৰ কানিৰ বাহিৰে। সেইবোৰ টোপোলা বান্ধি জীপত ভৰাই দিছিল।

গুণধৰে কিন্তু শটো ঘ লৈ নিব নোৱাৰিলে। বাপেকে আপত্তি কৰিলে। উপায়হীন হৈ মান মাতি তেওঁ তাৰ পৰাই চিধা মৌ াই মশানলৈ লৈ গ ল। ফুকনে গুণধৰকে শ সৎকাৰৰ সকলো দায়িত্ব এৰি দিলে। মৰাশটো লৈ কাজিয়া কৰাৰ তেওঁ প্রয়োজন অনভব নকৰিলে।

গুণধৰহঁত শ লৈ গৈ নেদেখা হ লত ফুকন কিছু সময় চ ৰাঘৰতে বহি ৰ ল। খিলঙত তেতিয়া জাৰকালিৰ মিঠা ৰ দে চোতাল সোণোৱালী কৰি তুলিছে। ফুকনৰ ভাব হ ল তেও যেন এফালে চিন্নাৰ ৰামায়ণ পাঠ আৰু আনফালে চম্পাৰ মিঠা গান শুনিছে। এতিয়া তেওৰ জীৱনৰ শেষ কাল। তেওঁৰ মনলৈ পৰণি মতি ঘৰি আহিল ভোখৰ ভোখৰ হৈ। অসংগগ্ন চিন্ন। পলিচৰ জীৱনটো মনুষ্যত্ব বিকাশৰ অন্তৰায় আছিল বলি তেওঁৰ ভাব হ ল। অনথক এটা ড্রিলড লাইফ চম্পাই তেওঁক এটা নতুন মক্ত জীৱন দান দিলে।

তাৰ বাবে তেওঁ কৃতজ্ঞ। চম্পাই তেওঁক লৈ আহিল বৰদৈচিলাৰ ভেউকাত তুলি এটা মানবীয় পৰিবেশলৈ। মৰাৰ সময়লৈকে চম্পা আছিল অস্থিৰ সৌন্দৰ্যৰ সংগীত। নমৰালৈকে তেওঁ চম্পাৰ এই দানৰ কথা নেপাহৰে। প্ৰেমে তেওঁক দেউলীয়া কৰিলে—স মান সম্পত্তি ধন ঘটাৰ স্পহা এইবোৰ তেওঁৰ আৰু নাই।

কেবল এতিয়া আছে এটা দায়িত্ব।

এই ল ৰাটো।

কংজনীয়ে ল ৰাটো খোজ কঢ়াই বাপেকৰ ওৰিলৈ লৈ আহিল

ল ৰাটোৱে ফুকনলৈ চাই সংকোচত কংজনীৰ আঁচলত ধৰি ৰৈ গ ল।

আহ সোণ ওচৰলৈ আহ

ল ৰাটো নগ ল।

কংজনীৰ মখলৈ চাই ফুকনে ক লে তয়ো মোৰ লগত যাব লাগিব কং। ই মোৰ লগ নল। দেখিছই নহয়

কংজনী চিন্তাত পৰিল। তাই অলপ ৰৈ সুধিলে কিমান দিন থাকিব লাগিব?

ল াটোলৈ চাই ফুকনে ক লে মই ক ব নোৱাৰো। তই ক ব পাৰিবি।

মানহজনীয়ে বহুত সময় ল ৰাটোলৈ চাই আছিল হঠাতে তাইৰ চকু পানী ওলাই আহিল। তাই ক লে মই যাম। এবছৰতকৈ বেছি থাকিব নোৱাৰো।

তাই ভিতৰলৈ গুচি গ ল। নিজৰ টোপোলা টাপলি বান্ধি জীপত ভৰাই দি ফুকনৰ অনমতি লৈ তাই নিজৰ ঘৰলৈ গ ল। লগতে ল ৰাটো লৈ গ ল। যাওঁতে ফুকনক কৈ গ ল আপনি বহক। মই ঘৰৰ পৰা আহোঁ। মাক ক ব লাগিব। আৰু বজাৰো কৰিব লাগিব। ল ৰাটোৰ গাখীৰ নাই।

ফুকনে স্বস্তিৰ নিশ্বাস পেলালে ফুকনে বহাৰ পৰা উঠি আকৌ চম্পাৰ শোৱা কোঠালৈ গ ল। হঠাতে তেওঁৰ চকুত পৰিল নোখোলা

দেৰাজটোত । চাবিকোছা তেওঁৰ হাততে আছিল। কেইঘ টামান আগতে চম্পাৰ বেগৰপৰা উলিয়াই লৈছিল দেৰাজটো খুলি তেওঁ দেখিলে এটা অলঙ্কাৰৰ টোপোলা। সেইটো টোপোলা চম্পাই সাদৰীৰ বাবে সাঁচি থৈছিল। এই কথা ফুকনক তেওঁ কেইবাবাৰো কৈছিল।

টোপোলাটো তেওঁ খুলি নেচালে। বাহিৰত উলিয়াই থৈ দি বাকীবোৰ বস্তু তন্নতন্নকৈ পৰীক্ষা কৰিলে।

কেইখনমান চিঠি তাত পৰি আছিল।

চিঠিকেইখন এখন এখনকৈ পঢ়ি তে ফালি পেলালে।

চম্পাৰ নতুন বন্ধুবোৰৰ চিঠি। সেইবিলাকৰ প্ৰতি ফুকনৰ বিন্দ মাত্ৰও মোহ নাই। কেইখনমান চিঠি। সেইবিলাকো ফুকনৰ চকুত বিৰক্তিকৰ হৈ পৰিছিল।

তেওঁৰ চকুত এইবাৰ পৰিল সন্দৰ ৰাভাই অ কা ছবি দখন। সেই দখন চম্পাই ৫ ০ টকা দি কিনি লৈছিল। ছবি দখন তেও জয়ন্তীৰ পৰা পাইছিল। ছবি দখন ফুকনে চালে কিন্তু বেছি সময় চাই থাকিব নোৱাৰিলে। মহাপৰুষৰ ছবিখন সিমান ভাল নালাগিল কিন্তু নাৰীৰ ছবিখন মনোমোহা। তেও চায়েই বজিছিল ৰাভাই অ কা ছবিখনৰ উৎস চম্পাৰ বাহিৰে আন কোনো নহয়। ছবি কেইখন বান্ধি তেও গহনাৰ টোপোলাটোৰ সৈতে আকৌ বাহিৰলৈ ওলাই আহিল।

অলপ সময়ৰ পিছতে ঘৰৰ মালিকজন ওলালহি। তেওৰ লগত কথা বতৰা হৈ ঘৰটোৰ ভাৰা সেইদিনা পযন্ত সম্পণকৈ দি আজৰি হৈ তেও মালিকক বিদায় দিলে।

অলঙ্কাৰৰ টোপোলাটো হাতত লৈ তেওঁ সেইটো কেনেকৈ সাদৰীক দিয়া যায় সেই কথা চিন্তা ভাবনা কৰি থাকোতেই দৌৰি দৌৰি ক ৰবাৰ পৰা সাদৰী ওলালহি।

সাদৰীক দেখি ফুকন থৰ হৈ গ ল।

সাইলাখ যেন চম্পাই।

সাদৰীয়ে পদূলি মৰত থৰ হৈ বৈ আছিল। তাই পলাই মাকৰ শটো চাবলৈ আহিছিল। কিন্তু শটো নেদেখি তাই থৰ হৈ গৈছিল।

ফুকনে তাইৰ ওচৰলৈ গৈ মাতিলে সাদৰী !

সাদৰীয়ে একো নকৈ কান্দিবলৈ ধৰিলে। মা ক'ত ? তাই চিঞৰি সুধিলে।

ফুকনে তাইক হাতেৰে ধৰি আনি চ'ৰাঘৰতে বহুৱালে।

সাদৰীয়ে উচুপি উচুপি কান্দি ক'লে ককা কি নিষ্ঠুৰ ! মৰাৰ পিছতো মাক চাবলৈ নিদিলে।

ফুকনে ক'লে এতিয়া আৰু শোক কৰি লাভ নাই সাদৰী। দেউতাৰে তেওঁক খৰি দিবলৈ নিলে। এতিয়া হিয়া ভুকুৱাই মৰিলেও মাৰক নেপাৱ।

সাদৰীয়ে কিছু সময় কান্দিয়েই থাকিল। হঠাতে ফুকনৰ হাতত ছবি দখন দেখি সাদৰীয়ে সুধিলে এই কেইখন কাৰ ছবি মহাদেউ ?

ছবি কেইখনৰ ইতিবৃত্ত ক'লত সাদৰীয়ে সুধিলে মাকতো নেপালোৱেই। ছবি কেইখন মোক দিবনে ?

ফুকনে বহুতপৰ ভাবিলে তাৰ পিছত ক'লে তয়ে নে ৰাখ সাদৰী। খালি ভালকৈ ৰাখিবি

ছবি কেইখনৰ একখনত সাদৰীৰ চকু বৈ গ'ল। ছবিখন চাই মা মা বলি চিঞৰিবলৈ ধৰিলে।

হঠাতে ফকনৰ চকুৰ পৰাও চকুলো বৈ আহিল। তেও সাদৰীক নিজৰ বুকুৰ মাজলৈ চপাই আনি ক'লে আই নেকান্দিবি। মাৰে তোলৈ কি বস্তু থৈ গৈছে চা।

সাদৰীৰ হাতত অলঙ্কাৰৰ টোপোলাটো দিয়াৰ লগে লগে খন্তেকপৰ তাই বিমূঢ় হৈ ফুকনলৈ চাই ৰ'ল। তাৰ পিছত টোপো লাটোলৈ চাই উচুপিবলৈ লাগিল।

ঠিক সেইখিনি সময়তে জীপখন লৈ কংজনী ঘূৰি পালেহি। তাই ল'ৰাটো পিঠিত লৈ নামি আহি সাদৰীক তাত দেখি আচৰিত হৈ গ'ল। আজি কেনেকৈ আহিলা ?

পলাই। সাদৰীয়ে উত্তৰ দিলে।

ফকনে সাদৰীলৈ চাই ক লে তই ঘৰলৈ যা সাদৰী। ডাইভাৰে জীপেৰে শৈ আহক।

সাদৰীয়ে এবাৰ ল ৰাটোলৈ চাই এবাৰ ফকনলৈ চাই কান্দিবলৈ ধৰিলে। ছবি দখন আৰু অলঙ্কাৰৰ োপোলাটোৰ সৈতে তাইক লৈ গৈ ফুকনে জীপ ্ তলি দিলে। সাদৰীয়ে তেতিয়াও কান্দি আছিল।

উভতি আহি ফকন বিময মনে বহি ৰ ল চৰাঘৰত কং জনীয়ে ভিতৰত চাহ কৰাত লাি ল ঠিক তেনেতে ক ৰবাৰ পৰা আহি এখন মটৰ ঘৰৰ আগত ৰ লহি মতৰৰ পৰা ন মি আহিল ছিৰাজদ্দিন হাজৰিকা আৰু ফিৰোজা

ফকনে তেওঁলোকক বহিবলৈ দিলে। ফিৰোজলৈ চাই ফকনে বজিলে ফিৰোজা সন্তান সম্ভৱা ফিৰোজাই নি শব্দে ভিতৰলৈ গুচি গ ল কংজনীৰ ওচৰলৈ

আপনি ইয়াত আছে নেকি? ফুকনে সধিলে

অ। গোটেইখনতে অশান্তি। শুনিছেই চাগৈ চাহৰ াম বেয়া। দেশ অস্থিৰ এই মাত্র সদানন্দ বৰুৱাৰ সৈতে আলোচনা কৰি থি বজিলো মেনেজমে ট ভাল নকি লে আমাৰ বাগান নচলে দদক লৈ নহ । দেওধ াতিতো মজিছেই ইপিনে খালি খেতিয়ক বনুৱালৈ অকাৰণ দয়া। কিন্তু লব কোনে ভাৰ? হয় ৰজিত নহয় আপনি। ৰজিতটো অকামিলা হ ল। গতিকে আমি ভাবিছো আপনি উদ্ধাৰ কৰিব লাগিব। নহ লে ময়ো ে য়াৰ এৰি দিম সদানন্দ বৰুৱায়ো এৰি দিব আপোনাৰ ককাইে বেকে সপোন দেখিছে বিশ্ববিদ্যালয়ৰ। খালি বৰদলৈৰ ঘৰ ল অহা যোৱা। পাৰিলে ভাইচ চেঞ্চেলাৰো হয় কি চয়?

---

খিলওৰ চে চা সেমেকা বতৰতো হাজৰিকাৰ ঘাম ওলাইছিল। ৰুমালেৰে কপাল মছি তেওঁ এবাৰ পঙ্খা ন ফুকনলৈ চালে। মানহ নহয় যেন মাবলৰ মতি। গাত প্ৰাণৰ চিন নাই। হঠাতে হাজৰিকাৰ চেতনা হ ল। প্ৰিয়াৰ বিয়োগত কাতৰ এই বৰুজনক তেওঁ এইবোৰ কথা ক ব নেলাগিছিল। অবশ্যে তেওৰ ধাৰণা আছিল চম্পাৰ বাবে ফকনে আগৰ দৰে কাতৰ নহ ব। চম্পাৰ এতিয়া কলঙ্ক

থ বলৈ ঠাই নাই  আজি কিছু দিনৰ পৰা তাই কাৰো প্ৰতি অনুৰক্ত নাছিল — আনকি নিজৰ প্ৰতিও।

মাত্ৰ কালি ফিৰোজাই তাইক লগ পাইছিল মোচমাই ফকচৰ গুৰিত। কোনোবা এজন অচিন ভদ্ৰলোকৰ লগত তাই ঘৰি ফুৰিছিল। তাইৰ বাবে চকুলো টোকাটো পাপ। এইটো অকল হাজৰিকাৰ ধাৰ। নহয় অধ্যাপক ৰবিচন্দ্ৰ আৰু সদানন্দ বৰুৱাৰো ধাৰণা অলপ আগতে ৰবিচন্দ্ৰই কৈছে তাইৰ লগত লাগি পঞ্চাননে নিজৰ সম্পত্তি আৰু ঘৰ ধ্বংস কৰিলে। মই তাইৰ খবৰ কৰিবলৈতো নেযাওঁ ই পঞ্চাননে যদি এতিয়া ঠিক পথলৈ ঘূৰি নাহে তেন্তে পঞ্চাননৰো মই আৰু মুখ নেচাওঁ।

কিন্তু ফকনৰ কোনো সলনি নেদেখিলে হাজৰিকাই। বৰং ফুকনে তেওঁৰ গুৰুত্বপূৰ্ণ কথাবোৰলৈ মন নিদি সেই বিপথগামী প্ৰিয়াৰ কথাকে ভাবি আছিল। অলপ পৰৰ পিছত কংজনী আৰু ফিৰোজা চাহ লৈ ওলাই আহিল  পিছে পিছে চম্পাৰ ল ৰাটো। চম্পাৰ ল ৰাটো দেখি ছিৰাজদ্দিন হাজৰিকাৰ চকু থৰ হৈ গ ল। তাৰ মুখখন ইমান ধনীয়া যে নেদেখিলে তাৰ আকৰ্ষণৰ তান উপলব্ধি কৰিব নোৱাৰি।

ল ৰাটো দেখাৰ লগে লগে তেওঁৰ কিবা এটা হৈ গ ল। তাক তেও ওচৰলৈ মাতিলে। কিন্তু সি আচহুৱা দেখি তেওঁৰ ওচৰলৈ নাহিল। ফুকনে চাহ কাপলৈ উভতিও ে চালে কংজনীলৈ চাই ক লে  মই একো নেখাওঁ। তই ওলাই আহগৈ। মই এতিয়াই যামগৈ। তেওঁৰ স্বৰ বিষণ্ণ। তেতিয়া তেওঁ কিয় জানো পৃথিৱীৰ সকলো বস্তুৰে পৰা বিচ্ছিন্ন অনভৱ কৰিছিল।

কংজনীয়ে ক লে  মই ওলাই আছো। কিন্তু মাইহে কৈছে আজি গুৱাহাটীলৈ নগ লে ভাল। মছলিম লীগৰ ডিৰেক ট একশ্যন ডে আছে।

মছলিম লীগৰ ডিৰেকট একশ্যন বুলিলে সাধাৰণ প্ৰজাই ভয় খাইছিল। কলিকতাৰ ডিৰেক ট একশ্যনত বহুত নিদোষী হিন্দু আৰু মুছলমানলোক অবাবতে মৰিল। সেই ধৰণৰ ডিৰেক্ট একশ্যন গুৱাহাটীত হ'লে সৰ্বনাশ।

কংজনীয়ে যে ভয় খাইছে সেই বিষয়ে ফুকনৰ বিন্দু মাত্ৰও সন্দেহ নহ'ল। তেওঁ নিজে আজি কালি ৰাজনীতিৰ একো খবৰেই নেৰাখে। গতিকে তেওঁ হাজৰিকাৰ ফালে চাই সুধিলে তেনে কিবা গণ্ডগোল হোৱাৰ ভয় আছেনেকি হাজৰিকা?

ক'তো একোতো গম পোৱা নাই। হাজৰিকাই উত্তৰ দিলে অৱশ্যে এটা কথা সঁচা। গণ পৰিষদৰ অসমীয়া সদস্যসকলে বংগদেশৰ সদস্যাসকলৰ লগত চেক্সনত নবহো বুলি বৰদলৈয়ে ঘোষণা কৰাৰ পিছত মুছলিম লীগে অসমতো ডিৰেক্ট একশ্যন আৰম্ভ কৰিছে। কিন্তু কিবা যে গণ্ডগোল হ'ব তাক মনে নধৰে। লীগৰ ৰাজনীতি আমি বহুতেই সমৰ্থন নকৰো।

অলপ সময়ৰ বাবে দয়ো বন্ধুৰ মাজৰ ৰাজনীতিৰ চৰ্চা হ'ল। ফুকনে সুধিলে বৰদলৈহঁতে অসমক পাকিস্থানলৈ নিয়াত বাধা দিব পাৰিবনে?

পাৰিব নে বুলি সুধিবই নেলাগে পাৰিবই। হাজৰিকাই উত্তৰ দিলে। বলেৰে এখন প্ৰদেশক কোনে পাকিস্থানলৈ টানি নিব পাৰে? কথা কওতে কওতে হাজৰিকাৰ মাত অস্বাভাৱিকভাৱে ডাঙৰ হৈ গ'ল। তেও শ্বিলঙত কেইবামাহো আছে। লীগ নেতাসকল ইয়াতেই থাকে তেওঁলোক সকলোৰে লগত তেওঁৰ ভাল। ইয়াতেই দহ দিনমানৰ আগতে লীগে ডিৰেক্ট একশ্যনৰ প্ৰস্তাৱ লৈছে। কিন্তু শ্বিলঙত একো নহয় মই তেওঁলোকক কৈ দিছোঁ এই বিভাজনৰ ৰাজনীতিত মই নাই। মই মনে প্ৰাণে বৰদলৈৰ লগত আছোঁ।

ফুকনে হাজৰিকাৰ কথা শুনি সকাহ পালে। তেওঁ সোনকালে ঘৰ পাবগৈ খোজে। মাকণক লগপাবৰ বাবে তেওঁৰ মন ব্যাকুল হৈ পৰিছে। ঘৰৰ বাকীবোৰ মানুহৰ পৰা তেওঁ বিচ্ছিন্ন হৈছে। দুদৰ লগত তেওঁৰ বহুত দিন কথা হোৱা নাই। ককায়েক ৰবিচন্দ্ৰই আজিকালি তেওঁৰ নামকে নশুনে। কিন্তু জানো মাকণলৈ তেওঁৰ এটা বেলেগ মমম আছে— হয়তো তাই ছোৱালী বাবে হয়তো তাই বিবেচক বাবে হয়তো তাই তেওঁক শ্ৰদ্ধা কৰে বাবে—

এই স্নেহ যুক্তিৰ অতীত।

হঠাতে ফিৰোজাই ক'লে মাকণ আজি গুৱাহাটীলৈ আহিব পাৰে।

ফকনে মৰ দুপিয়ালে। অলপ বৈ তেওঁ সুধিলে তাই কি কৰিব কিবা কৈছে নেকি?

ফিৰোজাই মিচিকিয়াই হাঁহি উত্তৰ দিলে মাকণৰ মন দিনক দিনে বহল হৈ গৈ আছে। কালি কেইবাগৰাকীও মাইকী মানুহ লগ পালো সমতি বাইদেউৰ ভাত তেওলোক নোৱাখালিৰ পৰা উভতি আহিছে।

সমতি? তেওঁৰ কেনে হৈছে।

তেওক খোজ কাঢ়িবলৈ দিছে। ফিৰোজাই উত্তৰ দিলে বেমাৰতো ৰাজনীতি এৰা নাই। আশ্ৰমৰ মানহুবোৰে গান্ধীজীৰ নোৱাখালি মিশ্যনৰ বাবে বালা সেন্দৰ আৰু বস্ত্ৰ আৰু ধন তুলি কেইগৰাকীমান মহিলাৰ হাতত পঠাই দিছিল। লগতে মাকণো গ'ল। ঘৰি আহি তাই কলিকতাৰ পৰা চিঠি লিখিছে। মোলৈও লিখিছে সমতি বাইদেউলৈও লিখিছে। তাই সেৱিকা হ'ব। সুমতি বাইদেউৰ বৰ ভাল লাগিছে। আশ্ৰম পৰিচালনাৰ বাবে এগৰাকী মানহু বিচাৰি আছিল। এতিয়া মাকণৰ কথা ভাবিছে। তায়ো বোধহয় তেনে এটা কথা ভাবিছে

ফকনে জীয়েকৰ এই পৰিবৰ্তনৰ কথা নেজানে। তেওঁ চিন্তিত হৈ সুধিলে তাই বিয়া নকৰাই নেকি?

ফিৰোজাই মুৰ লৰাই মাথোন জনালে যে তাইৰ বিয়াৰ ইচ্ছা নোহোৱা হৈছে। ফকনেও আৰু কথা সুধিবৰ ইচ্ছা প্ৰকাশ নকৰিলে। তেওৰ তেতিয়া ধাৰণা হৈছে মানহে প্ৰকৃতপক্ষে জীৱন উপভোগ কৰিবলৈ হ'লে প্ৰেয়ঃ বস্তু পালে যেনেকৈ গ্ৰহণ কৰিব লাগে নেপালে তাৰ আশাও ত্যাগ কৰিব লাগে। অবাস্তৱ আশাৰ কোনো অৰ্থ নাই। মানুহে প্ৰেম মৃত্যু সেৱা বিদ্ৰোহ নিৰাশা এটাকো ত্যাগ কৰিব নেলাগে। কৰ্তব্যৰ লগত যেতিয়া এইবোৰৰ সংঘৰ্ষ হয় তেতিয়া মানহে অব্যৰ্থ ভাগ্যক নীৰৱে গ্ৰহণ কৰিব লাগে।

ছিৰাজুদ্দিন হাজৰিকাই হঠাতে দেখিলে চম্পাৰ লৰাটোৱে এবাৰ

ফিৰোজালৈ চাইছে এবাৰ জীপখনলৈ চাইছে সম্ভৱতঃ সি মাকৰ কথা ভাবিছে এই ল ৰাটো যেতিয়া ডাঙৰ হ ব তেতিয়া বজি াব সি ফুকন আৰু চম্পাৰ অনিয়মিত মিলনৰ ফল। হিন্দু সমাজত সি স্বীকৃত পত্নৰ এখন আসন বিচাৰি ব্যৰ্থতাৰ সন্মুখীন হ বনে নে সেই সমাজ নেওচা দি বিদ্ৰোহীবোৰৰ লগ লাগি এখন নতুন সমাজ বিচাৰিব সেইটো সি নিজে নিজে ঠিক কৰিব লাগিব। এটা ধৰ্মত আৰু এটা পৰিয়ালত জন্মিলে সেই ধৰ্ম বা পৰিয়ালৰ বান্ধোনত থাকি জীৱন কটোৱা মানহৰ স্বভাৱ। কিন্তু বান্ধোন অযক্তিকৰ হ লে বা চলিত ৰীতি নীতি লগত মনৰ স্বাভাৱিক প্ৰবৃত্তিৰ বিৰোধ ঘটিলে মানহে সেই বান্ধোন বা ৰীতি নীতিৰ বিৰুদ্ধে বিদ্ৰোহ কৰাটো মানৱ ধৰ্ম।

এদিন তেওঁ ফিৰোজাৰ বিয়াত অসন্তুষ্টি প্ৰকাশ কৰিছিল কিন্তু আজি সেই বিয়াখনত এটা জাতি গঢ়াৰ ডাঙৰ উপাদান বিচাৰি পাইছে। যদি দেশত হিন্দৰে মছলমানক আৰু মছলমানে হিন্দক বিয়া কৰায় তেন্তে ভাৰত প্ৰকৃতপক্ষে এটা জাতি হ বলৈ বেছি দিন নালাগিব প্ৰকৃতত ধৰ্মই এনে বিয়াত বাধা নিদিয়ে অন্ধ মানহেহে দিয়ে ফিৰোজাক দেখিলে তেওঁৰ সেই ভাবেই হয়। তেওঁ এতিয়া ফি ৰাজাৰ সন্তান হোৱালৈ বাট চাইছে। সেই সন্তানৰ পিতৃ হ ব হিন্দ মাতৃ মছলমান সন্তানটো হ ব এক নতুন জাতীয় সংস্কাৰৰ প্ৰতীক।

ফিৰোজাক তেওঁ এই কেইদিন য লৈকে গৈছে ত লৈকে তাইক লৈ গৈছে তাই লগত থাকিলে তেওঁ মনত এটা সাহস পায় সাম্প্ৰদায়িক নেতাবোৰৰ সন্মুখীন হ বৰ বাবে। ধৰ্মই মানহক মানহৰ পৰা সম্প্ৰদায়ক সম্প্ৰদায়ৰ পৰা বিচ্ছিন্ন নক ৰ। অধৰ্মইহে তেনে কৰে। আচ ধৰ্মই সকলোকে এক কৰে।

তেওঁ এইবাৰ চ পাৰ ল ৰাটোক নিজৰ কাষ চপাই আনি তাক মৰম কৰি কোলাত বহুৱালে। ল ৰাটোৱে অবাক হৈ হাজৰিকাৰ ফালে চালে।

অলপ বৈ হাজৰিকাই ফুকনলৈ চাই ক লে এই ল ৰাটোক মই ফিৰোজাৰ সন্তানৰ দৰেই মৰম কৰিম ফকন। ইহঁত একোটা একোটা ক্ষুদ্ৰ বিদ্ৰোহৰ ফল। হৃদয়ক অৱমাননা কৰিলে আত্মা নেথাকে।

আত্মা নেথাকিলে ধৰ্ম নেথাকে। ৰাজনীতিজ্ঞবোৰে মিছাই ধৰ্ম ৰাষ্ট্ৰৰ কথা কয়। কেৱল ক্ষুদ্ৰ বিদ্ৰোহবোৰতহে প্ৰকৃত ধৰ্ম লুকাই আছে

অকস্মাতে ফুকনৰ মনৰ ভিতৰত থকা এখন নৈৰ বান্ধ ছিগি গ'ল তেও যেন বান্ধৰ যন্ত্ৰণা আৰু অনভৱ নকৰা হ'ল। হিন্দু মুছলমান সমাজভুক্ত পতিত শোষিত শোষক সকলোবোৰৰ সম্পৰ্ক যে সেই বান্ধটোৱে ইমান দিন ৰক্ষা কৰি আছিল। আজি সেই বান্ধ ভাগি গ'ল। আজি তেওঁ যেন দেখিলে চ পাৰ প্ৰতি তেওঁৰ ভাল পোৱা সেই নৈ। সেই নৈক আজিয়ে একোৱে ৰাধা দিব নোৱাৰে।

ফিৰোজাই মনে মনে আজি বৰ আনন্দ পালে। তাই বিয়াৰ পিছতে এটা নতুন মুক্তিৰ স্বাদ পাইছিল কিন্তু বুঢ়াবোৰে ইমান দিনে সেই মুক্তি পাপ বা অনাচাৰ বুলি ধৰিছিল বাপেকে আজি ধৰ্মৰ যি ব্যাখ্যা দিলে তাক শুনি হৃদয় আনন্দত নাচি উঠিল।

ঠিক সেই সময়ত খিলঙৰ পাইন বনত উজ্জ্বল সেন্দৰীয়া আবেলিৰ ৰ দেখা গ'ল।

লগে লগে ফুকনে সকলোৰে পৰা বিদায় লৈ ল ৰাটো আৰু কং জনীৰে সৈতে গুৱাহাটীলৈ ৰাওনা হ'ল।—

— ফিৰোজাহত উভতি গ'ল অধ্যাপক ৰবিচন্দ্ৰৰ তালৈ।

গৈ পোৱাৰ লগে লগে দেখিলে ঘৰ সদা। কেৱল ৰবিচন্দ্ৰই বাৰাণ্ডাত অহা যোৱা কৰি কিবা চিন্তা কৰি আছে।

ই পঞ্চানন গ'লনে? হাজৰিকাক দেখি উদ্বিগ্ন হৈ ৰবিচন্দ্ৰই সুধিলে

অ।

কেনে দেখিলা?

মানহুজনলৈ এতিয়া দেখোন সহানুভূতিহে হ'ল। মাকণক লগ পাবলৈ উদ্বিগ্ন হৈ আছে।

বুজি পাইছোঁ। অলপ বৈ ৰবিচন্দ্ৰই উত্তৰ দিলে ডেকা ল ৰাই যোৱক গাভৰুৱেই যোৱক কোনেও বুঢ়াবোৰক গ্ৰাহ্য নকৰে।

চাওক— স পত্তি ঘটিছো কিন্তু ইহঁতৰ খাবৰ মন নাই। দূদৰ ওপৰত মোৰ আৰু আস্থা নাই। সি স পত্তি নেলাগে বলি কৈছে। মাটি খেতিয়কক দিবলৈ উৰাউল। কিন্তু আইন জানো সলাব পাৰিব? কাজেই বাপেকহঁতে ঘটা স পত্তিকে আধানাজি কৰি জীয়াই থাকিব। আমি খালি ধ্বংসযজ্ঞ দেখিম। অৱশ্যে পঞ্চানন নিজেও দায়ী। দেখিলেনে চ পাই কি কৰিলে টকাবোৰ? অপচয়। আৰু দদৰে কি কৰিছে দেখিছেনে? তাক আমি কামত ৰাখিব পাৰিছো। সি কৈছে কাম গ লে সি সুখী হ ব সি এতিয়া তাৰ ফামলৈ যাবগৈ। ৰঞ্জিত হ ল ইনভেলিড। বেচেৰা সদানন্দই এতিয়া ধোৱা কোৱা দেখিছে। বাগানত ঘমঘট মাটিত খেতিয়কৰ বিদ্ৰোহ। মোৰ বেয়া লাগিছে। মই চিন্তা কৰিছো লিখা পঢ়া চাকৰি সকলো এৰি দি মই ব্যৱসায়ত লাগিম। ইতিমধ্যে মই পদত্যাগপত্ৰ দিয়াৰ সিদ্ধান্ত কৰিছো। বশ্ববিদ্যালয়ৰ লগত লাগি মই মোৰ ইবোৰ দায়িত্বৰ কথা পাহৰি গৈছো। এই কামটো এৰি দিম বৰঞ্জী চচা এৰি দিম—

ছিৰাজুদ্দিন হাজৰিকা অবাক হৈ গ ল। আপনি ব্যৱসায় কৰিব? তেন্তে বৰঞ্জী চচা কোনে কৰিব? বিশ্ববিদ্যালয় কোনে পাতিব?

উপায় নাই। মই জীয়াই থকা কেইদিন ব্যৱসায়ৰ অপায় অমংগল হ বগৈ নিদিওঁ পঞ্চাননক কৈ লাভ নাই। ডেকা গাভৰুৰ ওপৰত আৰু মোৰ বিশ্বাস নাই। অধ্যাপক ৰবিচন্দ্ৰই উত্তৰ দিলে বিশ্বাস কৰিব কেনেকৈ? গাত একে তেজ থাকিব পাৰে কিন্তু ইহঁতৰ মন একে নহয়। সম্পূৰ্ণৰূপে negative। মই সদানন্দক কৈছোঁ — ইউ আৰ ৰাইট। দদ চুড বিজাইন। মই গুৱাহাটী অফিচৰ চাৰ্জ ল ম।—আৰু আৰু বুৰঞ্জী চচা কৰি কি কৰিম হাজৰিকা? লাচিতৰ কথা পঢ়ি আৰু লিখি থাকিলে কি হ ব? লাচিত হ লেহে দেশ ৰক্ষা হয়। আজি মহলিম লীগে অসমৰ মাটি দখল কৰিবলৈ খিলিজী ডণ্টা পঠিয়াইছে। মানে বকতিয়াৰ খিলিজীৰ নামত ডণ্টা পঠিয়াইছে খিলিজী!—খি খিলিজীয়ে ১৭ টা অশ্বাৰোহী সেনা লৈ নৱদ্বীপ জয় কৰিছিল। কিন্তু এই খিলিজী আহি কানাই বৰশীত অসমীয়াৰ হাতত পৰাস্ত হৈ উভতি গ ল। এই ৰাজ্য কোনো দিনে বংগদেশৰ তললৈ যোৱা নাছিল।

স্বাধীনতা আছো আহো এই সময়ত অসম আনৰ তললৈ কিয় যাব লাগে? ইংৰাজৰ উদাৰতাত আৰু মোৰ আস্থা নাই। আজি যদি অসম যায় লাগে? ইংৰাজৰ উদাৰতাত আৰু মোৰ আস্থা নাই। নাই। আজি যদি অসম যায় বৰঞ্জী পঢ়ি কি কৰিম? সেই কথাটোও ভাবিছো। মই কেৱল খিলঙত বহি বিশ্ববিদ্যালয়ৰ প্লেন কৰি থাকিলে কি হ ব?—কাৰ বাবে এই বৰঞ্জী আৰু সংস্কৃতি চচা? এই সোণৰ মাটি যদি এই মাটিয়েই যায় এইবোৰ কৰি লাভ কি—

কথাবোৰ উত্তেজনাত অসংলগ্ন হৈ পৰিছিল। ব্যৱসায়ৰ ইচ্ছা আৰু দেশপ্ৰেম দয়োটাই তেওৰ প্ৰবল হৈ উঠিছে। দয়োটাই তেওঁক দফালৈ টানিছে। হাজৰিকাই চিৰংসৰত অধ্যাপক বৰুৱৰ এনে উগ্ৰ মতি আৰু আগতে কেতিয়াও দেখা নাছিল। তেওঁৰ চিত্ত ক্ষত বিক্ষত। তেওঁ নিৰুপায় হৈ ফিৰোজালৈ চালে। অলপ আগতে ৰবিচন্দ্ৰই তেওঁক যিবোৰ কথা কৈছিল সেইবোৰ কথা জাতে পাতে তেওঁৰ স্বভাৱৰ লগত খাপ খোৱা। কিন্তু এইবোৰ—

ফিৰোজায়ো নিঃসহায় বোধ কৰিছিল।

ঠিক সেই মহূৰ্তত আহি ওলালহি সদশনা।

তেও আহিয়েই আটাইবোৰকে মাতি নি ড্ৰইং ৰুমত বহুৱালে। নিজেও এখন চকীত বহি লাহেকৈ দেউতাকলৈ চাই ক ।। ববদলৈয়ে কৈছে তেওঁ আপোনাৰ বিশ্ববিদ্যালয়ৰ বিশেষ বিষয়াৰ পদত্যাগ পত্ৰ গ্ৰহণ নকৰে। তেওঁ এতিয়া মংগলদৈলৈ যাবলৈ ওলাইছে তাত মছলিম লীগৰ ভলা টিয়াৰে বলেৰে মাটি দখলৰ আয়োজন কৰিছে। তেওঁ নিজে তাত থাকিবগৈ। তেওঁ কৈছে এতিয়া অসম ৰক্ষাৰ সময়। তাৰ বাবে আপনি কাম কৰিব খুজিলে তেওঁ আপত্তি নকৰে। তেওঁ আজিয়েই আমাক গুৱাহাটীলৈ যাবলৈ কৈছে। মংগলদৈ বা গুৱাহাটীতে আপোনাক লগ পাই তেও কথা হ ব অসমৰ হেনো ভয়ানক বিপদ।

বিপদটো কি তাক অধ্যাপকে স্প ষ্টভাৱে ধৰিব পাৰিলে। অলপ সময় ভাবি তেওঁ হাজৰিকালৈ চাই ক লে 'কি কৰা ভাল হ ব হাজৰিকা?

আপুনি যাওক একে আষাৰেই তেওঁ ক লে বৰদলৈয়ে কোৱা কথাত আমি গুৰুত্ব দিবই লাগিব। কথাবোৰ শুনি মোৰ নিজৰে যাওঁ যাওঁ লাগিছে। হঠাতে তেওঁ ফিৰোজালৈ চালে।

ফিৰোজাই দেখিলে বাপেক কিবা এটা আবেগত উচপিচাই আছে।

কি হ ল দেউতা? ফিৰোজাই সুধিলে আপোনাৰো যাবৰ মন গৈছে নেকি?

অ হাজৰিকাই উত্তৰ দিলে ময়ো যাওঁ বলি ভাবিছো। অলপ বৈ তেওঁ সুধিলে তই অকলে থাকিব পাৰিবি? সদশনাও থাকিব হ ব পায়?

মুই নেথাকো। মই যাবই লাগিছিল ন াম ওজাক চাবলৈ যাব লাগে। তেওঁৰ ভয়ানক অসুখ।

ফিৰোজাই হঠাতে ক লে মই নো অকলে থাকি কি কৰিম? ময়ো যাওঁ।

সেই মহূততে হাজৰিকাই িবলং ত্যাগ কৰি ভৈয়ামলৈ নামি যোৱাৰ সিদ্ধান্ত কৰি পেলালে। কি কাৰণে তেও ক ব নোৱাৰে। কিন্তু মনত যেন ভাব হ ল তেওক যেন অসমী আয়ে যাবলৈ আদেশ দিছে।

অধ্যাপক বিচন্দ্ৰই বন্ধুৰ সিদ্ধান্ত শুনি মনে মনে বৰ উৎসাহ অনভৱ কৰিলে। তাৰ পিছত লাহেকৈ ক ( বৰদলৈয়ে মাতিছে যেতিয়া মই যোৱা ভাল হ ব তেওঁৰ কথা শুনাটো আমা কৰ্তব্য

হাজৰি কা আৰু ফিৰোজাই বিদায় লৈ নিজৰ বহালৈ গ ল। অধ্যাপক ৰবিচন্দ্ৰই পোছাক কৰিবৰ বাবে নিজৰ কোঠা সোমাল।

সদশনাই অপৰাজিতা অপৰাজিতা বলি চিঞৰি নিজৰ কোঠালৈ অপৰাজিতাক বিচাৰি গ ল

অপৰাজিতাই কমৰ বাৰাণ্ডাত বহি আপোনমনে দৰা কইনা খেলি আছিল। কেইবাযোৰাও দৰা কইনাৰ তাই একেলগে বিয়া পাতিব খুজিছে। কিন্তু যোৰ মিলাব পৰা নাই।

মাকক দেখি তাই সুধিলে এই পে ট পিন্ধা দৰাটোলৈ এজনী মেমনী লাগিব নেকি মা ?

সদশনাই দেখিলে অপৰাজিতাৰ কইনাবোৰৰ সকলোৱেই হয় ৰিহা মেখেলা নহয় শাৰী পিন্ধিছে। গাউন পিন্ধা এজনীও নাই।

লাগিবতো। সদশনাই হাহি উত্তৰ দিলে।

তেওঁ অপৰাজিতাৰ ওচৰত বহি এজনী ছোৱালীৰ গাউন পিন্ধাই কইনা তৈয়াৰ কৰিলে কোট পে ট পিন্ধা দৰাটো আনি তাইৰ ওচৰত বহুৱাব খোজোতে সদশনাই দেখিলে ৰাব সোঁ ফালৰ কু হিলাৰ ভৰিটো পে টৰ তলেদি সৰকি মজিয়াত পৰিলগৈ।

কি কৰিলি মা ? দৰাটো খোৰা হ ল। অপৰাজিতাই বকি খলৈ লাগিল মাকক। মাকে ধৰিব এজনা বাবে কু হিলাৰ ভৰিটোৰ জোৰা ভাগি ওলাই আছিল। সেইটোৱেই আছিল অপৰাজিতা আটাইতকৈ প্ৰিয় দৰা ।

সদশনাই ক লে খোৰা হ লে একো নহয়। বিয়া দি দে। আমি এতিয়া গুৱাহাটী যাব লাগিব থৰ কৰ

ভৰিটো ভাল কৰি দে। —অপৰাজিতাই ঠেক ধৰি ক লে।— নহ লে কইনাই বেয়া পাব।

নেপায় অ। মাকণ পেহীয়ে খোৰা দৰাকে দেখোন বিয়া কৰাব খুজিছিলা

অপৰাজিতাই কিন্তু যাবৰ সময়লৈকে ঠেহ নেৰিলে। বিয়াখন নপতাকৈয়ে তাই গুৱাহাটী'ল যোৱা মটৰৰ বেক ছীটত গৈ বহিলগৈ। সেই দিনা সদশনাই নিজে মটৰ চলাইছিল।

সেইদিনা অ বেলি গুৱাহাটীত মছলিম লীগৰ এটা সৰু শোভাযাত্ৰা ওলাল। কিন্তু লগে লগে ওলাল তাৰ বিৰুদ্ধে ছাত্ৰৰ এটা বিৰাট শোভাযাত্ৰা। এনেকুৱা বিৰাট শোভাযাত্ৰা গুৱাহাটী চহৰত আগতে ওলোৱা নাছিল। ছাত্ৰসকলে সমগ্ৰ নগৰ পৰিভ্ৰমণ কৰি আহি জজ ফিল্ডত সমবেত হৈ গ্ৰুপিং বিৰোধী ৰাজহুৱা সভা পাতিছিল সেই সভাত ছাত্ৰৰ লগতে অন্যান্য লোকেও যোগ দিছিলহি।

মাকণেও সেইদিনা সভালৈ গৈ মহিলাসকলৰ লগত বহি আছিল। সভাত অসংখ্য মানহ। কোনে বক্তৃতা দিব সেই বিষয়ে ছাত্রসকলে জাননীত একো লিখা নাছিল।

মাকণে ঘনে ঘনে মঞ্চলৈ চাই আছিল।

হঠাতে নৈৰ পাৰৰ আলিবাটত আহি এখন গাড়ী ৰ লহি। কোনোবাই কাৰোবাৰ জয়ধ্বনি দিলে। কাঠৰ চাললীৰা জোৰা দি কৰা মঞ্চটো চাপৰ আছিল তাতে মাইকৰ ওচৰত এজন ছাত্রই সভাপতিৰ নাম প্রস্তাব কৰিলে। তাৰ পিছত হ ল উদ্দেশ্য ব্যাখ্যা। তাৰ পিছত হঠাতে বক্তাৰ নাম ঘোষণা কৰা হ ল।

নাম শুনাৰ লগে লগে মাকণৰ গা ৰোমাঞ্চিত হৈ গ ল।

বক্তাজনে বক্তৃতা দিবলৈ আৰম্ভ কৰিলত গুৰগুৰীয়া শব্দত আলোড়িত হৈ থকা ৰাজহুৱা পথাৰৰ মানহখিনি হঠাতে শান্ত হৈ পৰিল।

বক্তাজনে আধাঘ টামান বক্তৃতা দি হঠাতে নামি গ ল। তেওঁ কি কৈছিল তাক মাকণৰ ভালকৈ মনত নৰ ল বক্তৃতাৰ সাৰাংশ হ ল ঃ এতিয়া সকলোবোৰ ৰাজনিতিক শক্তি গোট খাই অসমক পাকিস্থানৰ গৰাহৰ পৰা ৰক্ষা কৰি সকলো শ্রেণীৰ ৰাইজক স্বাধীনতা ৰক্ষাৰ কাৰণে একত্রিত কৰি আগ বাঢ়ি ওলাই আহিবৰ সময় হ ল। যদিও তেওঁ নিজে চৰকাৰৰ বিৰুদ্ধে এটা ডাঙৰ খেতিয়ক বনুৱাৰ আন্দোলন কৰাৰ কামত লাগি আছে তথাপি তেওঁ এই গ্রুপিং বিৰো ী আন্দোলনৰ পৰা আ াতৰি থাকিব নোৱাৰিলে তেওঁ স্পষ্টভাৱে সংঘৰ অতি বামপন্থী উগ্র সহকর্মীসকলৰ কাৰ্য পন্থাৰ বিৰুদ্ধে মত প্রকাশ কৰিলে সৰহভাগ সংঘৰ কর্মীয়েই বজি পাইছে স্বাধীনতাৰ লাভৰ শেষ পৰ্য্যায়ৰ সাংবিধানিক সংগ্রাম চলি থকাৰ সময়ত এনে ধৰণৰ উগ্র কাৰ্য পন্থা অবাস্তৱ।

তেওঁৰ বক্তৃতা হৈ যোৱাৰ পিছত এজন ডেকা ছাত্র আহি সগৌৰৱে ঘোষণা কৰিলে তেখেতক পলিচে গ্রেপ্তাৰ কৰি লৈ লৈ গৈছে

সভাত প্রতিবাদৰ মৃদু ধ্বনি ফুটি উঠিল। কিন্তু কোনো উত্তেজিত নহ ল। মানুহবোৰে এই গে াৰ এই সময়ত হোৱাটো ভাল পোৱা

নাছিল। এই মুহূৰ্তত সকলোৰে নিৰ্বিবাদে একমঠ হৈ থিয় হোৱাৰ সময় তথাপি কোনেও একো কোৱা নাছিল।

সভাত কেইবাজনো মা াহে বক্তৃতা দিছিল মাকণ শেষলৈকে নেথাকিল। তাই উত্তেজনাকৰ বক্তৃতাত কোনো দিনেই বিশেষ সোৱাদ পোৱা নাছিল আজিও নেপালে। কিন্তু সকলো শ্ৰেণীৰ মানহ আহি এক ভাৰত ে াট খোৱাৰ এই জাতীয় অনুভূতিত তাই বিশ্ব ঐক্যৰ অনভতিৰ আভাস পালে মহৎ কবিসকলৰো ব্যক্তি গত অনভতি কেতিয়াবাহে বি বানভতিত পৰিণত হয়। শব্দত সেই অনভূতি ধৰা থাকিলে কেতিয়াবা সেই বিশ্বানভূতিয়ে পাঠককো অনপ্ৰাণিত কৰে। ৰাজনৈতিক একতাই মানহক কাম কৰিবৰ জোখাৰে এক কৰে কিন্তু এই একতা চনকা এক মাত্ৰিক। তেওঁ সাধনা কৰিছে বহু মাত্ৰিক ঐক্যৰ।

মাকণ কোৱা কুবিকৈ জজ ক ট ৰ ফালে আহিল। তাত এটা মানহৰ জুম দেখি তাইৰ কৌতুহল হ ল। দীঘলী পথৰীৰ ফালে গৈ তাই কজন হলৰ গুৰি পাইছে গৈছে এনেতে দেখিলে বেথাৰাম মহৰিয়ে আইদেউ আইদেউ বলি মাত লগাই ক ট ৰ ফালৰপৰা তাইৰ ফালে উধাতু খাই আহিছে

বহুত দিনৰ মূৰত ঘৰৰ পৰা বাহিৰত পথাৰৰ পৰা দৰৈত শান্ত দীঘলী পথৰীৰ পাৰত বেথাৰামক দেখি তাইৰ ভাল লাগি গ ল।

বেথাৰামৰ চেহেৰা আগৰ দৰেই আছে মাত্ৰ মানহটোৰ মখখনত আগৰ সবলতা নাই

বেথাৰাম ককাইটি ইয়াত কি কৰিছাহি ? মাকণে হাঁহি সধিলে।

বেথাৰামে ক লে সেই যে বোমা ফুটোৱা ল ৰাটো তাৰ ফাঁচী হুকুম হৈছিল ইয়াতে জুৰি বহি আছে। তাকে চাবলৈ আহিছিলো। ।

কলিকতাত থাকোতেই মাকণে সদানন্দ বৰুৱাৰ মখেদি ল ৰা টোৱে কৰা হত্যাকাণ্ডৰ কথা শুনিছিল। বাপেক আৰু দুদুৰ চিঠিতো তাৰ আভাস পাইছিল।

জুৰিয়ে কিবা সিদ্ধান্ত কৰিলে নেকি ? মাকণে কৌতুহলত সধিলে।

জুৰিয়ে আজি একো ঠিক কৰিব নোৱাৰিলে। যি বজিছো ৫ জন এফালে ৫ জন সিফালে। টনা আজোৰা চলি আছে। কাই লৈহে কিবা এটা হ ব। এতিয়া নৰাম ওজাৰ ভোটৰ ওপৰত তাৰ প্ৰাণ নিৰ্ভৰ কৰিছে। তেওঁ আজি আহিব নোৱাৰিলে। ছাত্ৰীবাৰী হাস্পতালত আছে। কাইলৈ আহিব।

নৰাম ওজাও জুৰিৰ মেম্বৰ নেকি ?

অ বেথাৰামে উত্তৰ দিলে তেওৰ মনহে বজিব পৰা নাই। আজি হাস্পতাললৈ যাওঁতে ক লে প্ৰায়চিত্ত ও কৰি মানহটোক মাৰিব পাৰিবা কিন্তু তাৰ তাৰণ নহ ব। জীৱবধৰ পাতকৰ পৰা এই অজামিলটোক ৰক্ষা কৰিবলৈ হ লে তাক ক্ষমা কৰাহে জ্ঞান। মই ক লো ক্ষমা কৰিব পাৰিবা কিন্তু এই পাতকীয়ে কি ক্ষমাৰ মোল বজে ? সি আকৌ মানহ মাৰিব। সিতো তোমাৰ দৰে হৰিক নভজে। তেওঁ ক লে মহৰি তুমি সম ভাব লব পৰা নাই। মৰা মৰি গ ল। এতিয়া দৰকাৰ হৈছে তাৰ আতমাটো উদ্ধাৰ কৰা। তাক মই ফাচী দিবলৈ নকওঁ জনমতৰ ফাটেক দিয়াম। বড়াক বজালেও লাভ নাই — অবজ ক বজোৱা আৰু ধেৰুৱাৰ ঠাবি সিজোৱা একে কথা। এনে এটা অঘটন ঘটাই সাৰি গ লে সংসাৰো নেথাকে বেদো নৰয়। ই আৰু মানহ মাৰি।

মাকণে সধিলে তুমি সভালৈ গৈছিলা ?

অ। বেথাৰামে উত্তৰ দিলে পৰাৰে পৰা শুনিছোঁ আজি নবীন দাদাই সকলোৰে আগত দেখা শুনাকৈ বক্তৃতা দি গ্ৰেপ্তাৰ হ ব। তেওঁ সংঘৰ ল ৰাবোৰৰ মতি গতি ঘ াই পেলালে। বৰ দলৈয়ে সকলো শুনি কৈছে নবীনক তেও খালাচ দিব। এতিয়া অসম ৰক্ষা কৰিবলৈ তেওঁ সংঘৰ সহায় বিচাৰিছে। আপনি নবীন দাদাক লগ পালে নেকি ?

ওহোঁ। মাকণে নিৰ্বিকাৰভাৱে উত্তৰ দিলে নবীন দাদাই যেতিয়া এনে পন্থা লৈছে এই বোমা ফুটোৱা ল ৰাটোৰেও ল ব। সিতো অকলে একো কৰিব নোৱাৰে। অৱশ্যে হত্যাৰ দণ্ড হ ব লাগে। কিন্তু আটাইতকৈ ডাঙৰ দণ্ড নিজৰ প্ৰবৃত্তিক দমন কৰ।

সি যদি নিজে ভাল হৈ সকলোকে ভাল কৰিব খোজে তেন্তে বিপ্লৱ কৰিব পাৰিব নহলে নোৱাৰে।

বেথাৰামে ম মথ ঠিকাদাৰৰ খলশালিয়েকৰ মখত এই কথা শুনি আচৰিত হল অলপ নিৰাশো হৈ পৰিল। এই মানুহ ঘৰৰ পথাৰৰ ধান লটি নিয়া মানহবোৰক বেথাৰামেই ইমান দিনে ধমক দি আৰু পলিচ লগাই গ্ৰেপ্তাৰ কৰোৱাই দমাই থৈছে। এতিয়া যদি এই ল ৰাটো সাহি যায় তেন্তে মানহবোৰে মাটি কাঢ়ি ল ব।

বেথাৰামৰ খঙো উঠিল বেয়াও লাগিল।

একমাত্ৰ সদানন্দ বৰুৱাৰ বাহিৰে মাটি সম্পত্তি আদি ৰখাত কোনো নাই। পঞ্চানন ফুকন মজিল চম্পাত অধ্যাপক ৰবিচন্দ্ৰ এবাৰ কিতাপত মজে এবাৰ মজে ঘৰুৱা বা সম্পত্তিৰ চিন্তাত দদ মজিছে জয়ন্তী আৰু খেতিয়কক মাটি এৰি দিয়াৰ সবনাশী ভাবত — এতি । আইদেৱেও সাধ ফকীৰৰ দৰে কথা কৈছে। চিন্না ফুকননীৰ লগে লগেই ফুকনৰ ঘৰৰপ । লক্ষ্মী পলাল।

বেথাৰামে ক লে যি কৰে কৰক ঈশ্বৰ মই আৰু এইবোৰ কামত লাগি গাঁৱৰ মানহৰ লগত আতাৰি নহওঁ

দীঘলী পখৰীৰ পানী শান্ত হৈ আছিল। মাকণে এবাৰ তালৈ চালে এবাৰ চালে বেথাৰামৰ মখলৈ। সম্পত্তিৰ প্ৰতি তাইৰ বিন্দমাত্ৰও মোহ নপজিল। বেথাৰামৰ সেৱাতো তাই কোনো মহত্ব নেদেখিলে। তাই ক লে এই কথা মোক কৈ লাভ নাই বেথাৰাম কাইটি। মাটি স পত্তিৰ মই মালিক নহয় দদ দাদাহত। কিন্তু এইবোৰ পালেও মই নেৰাখো। কিয় ক ব পাৰ ?

কিয় ?

এই মাটি সম্পত্তিয়ে আমাক খেতিয়কবোৰৰ পৰা বিচ্ছিন্ন কৰি ৰাখিছে। বিচ্ছিন্ন হোৱাৰ ফলত আমি শল্প হৈছো। সিহ তে ঠিকেই সুধিছে—মাটিত জানো আমি খেতি কৰো ? ধান জানো আমি ৰোওঁ ? ঠিকেই। কেৱল গৰাকী বুলি সিহতৰ পৰা ধান আনি আমি আৰামত খাই বৈ ধনবো আধানাজি কৰিছো। ভোগ কৰিছো। আজৰি সময়ত পঢ়িছো প্ৰেম কৰিছো লিখিছো ভদ্ৰ হৈছো সংস্কৃতি বান হৈছো। কিন্তু আমাৰ আত্মা দুখত ভোখৰ ভোখৰ হৈছে। আমি

কেৱল নিজক ক্ষয় কৰিছো   চ পা মাহীলৈ চা দেউতালৈ চা  দদ দাদালৈ চা  কেৱল  নিজক  ক্ষয়  কৰিছে।  ম মথ ভিনিহিদেউ টকা টকা বলিয়েই মৰিল   সদশনা বাইদেউ প্ৰেমৰ দখত তেওঁৰ সংসাৰত জীপ যাব নোৱাৰিলে—।  মই  এতিয়া  ভালকৈ  বুজিছো  এইদৰে চলিলে মানহ হ ব নোৱাৰি।  মানহ হ ব  পাৰি  ত্যা  আৰু সেবাৰ বলেৰে।   মাকণ ৰ ল   তাৰ পিছত ক লে   এবাৰ সমতি  বাই দেউৰ আশ্ৰমলৈ যাব খুজিছে।   মোক লৈ বলা বেথাৰাম।

মাকণৰ মাত বৰ কৰু  হৈ উঠিছিল।

বাৰে পতি অন্তৰত নবীনৰ  বক্তৃতাৰ  মাতটো  বাজি  আছি  । তাই সেই মাতত প্ৰথমতে চকু খাইছিল  কিন্তু লাহে  লাহে  শান্ত  মনে কথাবোৰ শুনি গৈছিল    ৰাজহুৱা ৰাজনৈতিক শব্দবোৰ শুনি  তাইৰ ভালেই লাগিছিল  কিন্তু  শব্দবোৰ  আছিল  শুকান ।  মাজে  মাজে নবীন বৈছিল  ভাবৰ খেলি মি  লাগিছিল।  সংঘৰ মাটি আন্দো ন  বাবে  সংঘৰ  ল ৰ বোৰে  কৰা  হিংসাপণ  কামবোৰৰ নবীনে খোলা প্ৰতিবাদ কৰিছিল  কিন্তু সেইবোৰত যে তাৰো নাম  যোগ  আছে সেই কথা সি অস্বীকাৰ কৰিব পাৰিলে।  লগে  লগে  অসমক পাকিস্থানৰ গ্ৰাহৰ পৰা ৰক্ষা কৰিবলৈও সি উদাত্ত আহ্বান  জনাইছিল ।  তাৰ বাবে লগেজাতীয় একতা।  সেই একতাৰ ভিতৰত জমিদাৰ কৃষকৰ একতা  হিন্দ মছলমানৰ একতা  অসমীয়া পৰতীয়াৰ একতাও পৰিছে। এফালে শ্ৰেণী সংঘষৰ আহ্বান  আনফালে শ্ৰেণী ঐক্যৰ  আহ্বান।

দয়োটা  ভাবৰ আঘাত প্ৰত্যাঘাতত নবীনৰ  বক্তৃতা মাজে মাজে সামঞ্জস্যহীন  হৈ পৰিছিল।

মাকণৰ ভাৱ হৈছিল  ন ীনৰ  মনত  লকাই থকা ইটো দ্বন্দ্বৰ দৰেই আন  এটা দ্বন্দ্বও আছিল যন্ত্ৰণাকৰ।  মাকণক বিয়া কৰাবলৈ তাৰ এদিন আছিল  প্ৰবল ইচ্ছা  কিন্তু  সেই বিয়া  কৰাব নোৱাৰিলে। কাৰণ সি  অভিজাত পৰিয়ালৰ জীৱনৰ লগত  নিজৰ  জীৱন  মিলাই শ্ৰেণী  সংগ্ৰামৰ মনোভাৱ বিসৰ্জন দিবলৈ  সি অপাৰগ হ ল।  তাইৰ মনত  পৰিল  কেনেকৈ সি চৰম  সিদ্ধান্ত  কৰিবৰ  মুহূৰ্তত অন্তৰ্দ্বন্দ্বত জৰ্জৰিত  হৈ শেহত  মাকণক  ত্যাগ কৰাৰ কথা  ভাবিছিল।

এই অন্তৰ্দ্বন্দ্বই তাক  খুলি খুলি  খাইছে।  সেই কাৰণে বৰ্তমান

